# আমাৰ বেণুধৰ

(বেণুধৰ শৰ্মাৰ সোঁৱৰণী গ্ৰন্থ)

সম্পাদনা

শ্ৰীউপেন্দ্ৰনাথ বৰকটকী




অসম-জ্যোতি
গুৱাহাটী

প্রকাশক ঃ
অসম-জ্যোতি
সুবাগপুর, গুবাহাটী-৭৮১০০৮

১৯৮৩

মুদ্রক ঃ
শ্রীকালীচরণ পাল
নবজীবন প্রেছ
৬৬ গ্রে ষ্ট্রীট
কলিকতা-৭০০ ০০৬

মূল্য ঃ ৩০.০০ টকা

# ভূমিকা

আওহতীয়া গাঁৱৰপৰা ওলাই আহি ৰাষ্ট্ৰীয় প্ৰতিষ্ঠা লাভ কৰা বেণুধৰ শৰ্মাৰ বৰ্ণাঢ্য আৰু ৰোমাঞ্চকৰ জীৱন-কাহিনীয়ে অসমৰ জাতীয় জীৱনত গভীৰ প্ৰভাৱ পেলাই থৈ গৈছে বুলি নিসন্দেহে ক'ব পাৰি। আগ-জীৱনত দাৰিদ্ৰ্যৰ বিৰুদ্ধে সংগ্ৰাম কৰি যেনেকৈ নিজকে প্ৰতিষ্ঠা কৰিলে, পিছতো মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে তেওঁ সেই আদৰ্শকে দাবোগত কৰি সততা আৰু দৃঢ়তা অক্ষুন্ন ৰাখি গ'ল। সেই কাৰণেই বেণুধৰ শৰ্মা অসমৰ ইমূৰৰপৰা সিমূৰলৈ সকলোৰে আদৰ্শনীয় পুৰুষ হ'ব পাৰিছিল। ইয়াৰ লগতে পাণ্ডিত্য আৰু বহুমুখী প্ৰতিভা, সৰলতা, সহজে আনক জয় কৰিব পৰা গুণ আৰু বিভিন্ন পৰিবেশৰ লগত নিজক খাপ খুৱাই লবপৰা স্বভাৱে তেওঁক সকলোৰে আপোনাৰো আপোন কৰি পেলাইছিল। শদিয়াৰপৰা ধুবুৰীলৈ জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলোৱে তেওঁক জানিছিল আৰু তেওঁৰো অসমৰ এই বিস্তৃত ভূ-খণ্ডৰ প্ৰত্যেকখন ঠাই আৰু প্ৰত্যেকটো পৰিয়াল সদায় চকুৰ আগতে আছিলে। অসমৰ বহুতেই তেওঁক 'আমাৰ' বুলি কৈ গৌৰৱ কৰে। বেণুধৰ শৰ্মা মানুহজন জন-সাধাৰণৰ কিমান মৰমৰ আৰু শ্ৰদ্ধাৰ আছিল এই একেষাৰ কথাই প্ৰমাণ কৰে।

কিন্তু অসমৰ চুকে-কোণে থকা সকলোকে চিনি পোৱা মানুহজন বুলিয়েই বেণুধৰ শৰ্মাৰ একমাত্ৰ পৰিচয় নহয়। বেণুধৰ শৰ্মাৰ খ্যাতি এইখিনিতে হে যে একমাত্ৰ লেখনীৰেই তেওঁ অসমীয়া মানুহক প্ৰতিষ্ঠা কৰি থৈ গ'ল। তেওঁৰ গ্ৰন্থৰাজিয়ে এই কথাৰে আভাস দিয়ে। অসমৰ জাতীয় বীৰ মণিৰাম দেৱানৰ আদৰ্শেৰে উদ্বুদ্ধ হবলৈ তেওঁ বিখ্যাত 'মণিৰাম দেৱান' গ্ৰন্থ প্ৰণয়ন কৰিলে। বৃটিছৰ সহযোগী মণিৰাম আৰু বিপ্লৱী মণিৰাম—এই দুটা চৰিত্ৰৰ ভিতৰত তেওঁ বিপ্লৱী মণিৰামক হে স্থায়ী কৰিলে। ইয়াৰ লগে লগে ভাৰতৰ জাতীয় ইতিহাসত ১৮৫৭ চনৰ বিপ্লৱত অসমৰ স্থান কেনেকুৱা আছিল সেই কথাও তেওঁ এই গ্ৰন্থৰ জৰিয়তে দাঙি ধৰিলে। তেওঁ যে অকল অসম-প্ৰেমতে আবদ্ধ নাছিল এই গ্ৰন্থই প্ৰমাণ কৰিলে। 'সাতাৱন ছাল' বা স্বাধীনতাৰ প্ৰথম যুদ্ধত তেওঁ কেৱল অসমৰ কথাই বৰ্ণোৱা নাই—ভাৰতৰ স্বাধীনতা আন্দোলনৰ কথা হে

বৰ্ণনা কৰিছে। আনহাতে স্বাধীনতা আন্দোলন বিষয়ক আন এখন গ্ৰন্থ 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত'ত সাধাৰণ মানুহৰ অতুলনীয় অৱদানৰ কথা তেওঁ অনবদ্য লেখনীৰে বৰ্ণনা কৰি থৈ গ'ল। সাধাৰণতে আন্দোলনৰ নেতা বা বিশিষ্ট লোকসকলৰ বৰ্ণনাহে ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত স্থান পোৱা দেখা যায়। কিন্তু আমাৰ দেশত এনে বহুতো নীৰৱ আৰু একনিষ্ঠ কৰ্মী আছে যিসকলৰ নিস্বাৰ্থ ত্যাগ আৰু নিৰ্যাতনৰ কাহিনী উপেক্ষিত হৈয়েই আছে। ধানপুৰীয়া, কঠাল পাতৰ আঁৰত থকা এখন গাঁৱৰ মহান দেশপ্ৰেমিক-সকলক বেণুধৰ শৰ্মাই এই ঐতিহাসিক গ্ৰন্থখনত স্থান দি পোন প্ৰথম বাৰলৈ ভাৰতৰ সাতলাখ গাঁৱৰ সাধাৰণ মানুহক প্ৰতিষ্ঠা কৰিলে। বেণুধৰ শৰ্মাৰ সৰ্বসাধাৰণৰ প্ৰতি যে গভীৰ আনুগত্য আছিল তাক এই গ্ৰন্থই প্ৰমাণ কৰে। তেওঁ এহাতে যেনেকৈ মণিৰাম দেৱান, বৰবৰুৱা মোমাই তামুলী, কণ্ডালবৈৰী লাচিত বৰফুকন, কহাৰী বীৰ তুলাৰাম সেনাপতি, মণিপুৰৰ বীৰ টিকেন্দ্ৰজিৎ সিংহ আৰু লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা আদি উনবিংশ শতাব্দীৰ শেষাৰ্দ্ধৰ আমাৰ জাতীয় জীৱনৰ বৰেণ্য লোকসকলৰ বিস্তৃত জীৱনৰ বৰ্ণনা দিছে, ঠিক সেইদৰেই আনৰ উপেক্ষিত—কাপ্তান লোমবৰ, মকৰা পেস্কাৰ, জেলেক ছুবৰা, বাপজান অৱলি, ভকত গগৈ বাহাদুৰ, মিহিৰাম খনিকৰ, বাবুলা, চিংকৌ মহৰা, শ্ৰীৰাম ভূঞা আদি 'কোনেও নজনা নশুনা ধনাই মনাই একোজনৰ'—মহান আৰু নিঃস্বাৰ্থ দেশপ্ৰেমৰ বৰ্ণনা—স্বাধীনতা আন্দোলনৰ 'চেন্দল্ চান্তে'—এই 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থত দাঙি ধৰিছে।

বেণুধৰ শৰ্মাৰ অসম প্ৰীতিৰ লগত অতীতৰ কাহিনীবোৰ এবাৰ নোৱৰাকৈ সাঙোৰ খাই আছে। তেওঁৰ প্ৰায়বোৰ লেখনীতে অতীতৰ গুণ-গান আছে। তেওঁৰ লেখনীবো মূল অনুপ্ৰেৰণা হ'ল অসম বুৰঞ্জী। অসম বুৰঞ্জীৰ স্মৰণীয় ঘটনাৱলীক লক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে সেই কালৰ সাহিত্যিকসকলে সাহিত্যৰ মাজেদি গাঢ় কৰিলে। বেজবৰুৱা, গোহাঞিবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, কমলাকান্ত ভট্টাচাৰ্য, হেমচন্দ্ৰ গোস্বামীয়ে গাঢ় কৰা অসম প্ৰেমৰ পৰা প্ৰেৰণা ললে তেওঁলোকৰ অনুজ অম্বিকাগিৰি, বেণুধৰ শৰ্মা, ডিম্বেশ্বৰ নেওগ প্ৰমুখ্যে কবি-সাহিত্যিকসকলে। তেওঁলোকৰ লেখনীয়ে উত্তৰ-পুৰুষক অতীতৰ লৈতে সম্বন্ধ স্থাপন কৰিবলৈ বাবে বাবে সঁকিয়াই আছিল। অতীতৰ লগত বৰ্তমান আৰু ভৱিষ্যতৰ দৃঢ় সম্পৰ্ক নহলে সুস্থ জাতীয় জীৱনো গঢ়ি

হুঠে বুলি বেণুধৰ শৰ্মাই লেখনীৰে হওক বা বক্তৃতাৰেই হওক প্ৰায়েই প্ৰকাশ কৰিছিল। অতীত যাতে ভৱিষ্যতৰ অনুপ্ৰেৰণাৰ মূল হয় তাকে তেওঁ মনে প্ৰাণে কামনা কৰিছিল।

অতীতৰ কীৰ্তি-কাহিনী উদ্ঘাটন কৰিবলৈ যাওঁতে তেওঁ পৰিশ্ৰমক পৰিশ্ৰম বুলি নাভাবিছিল। তেওঁৰ একাগ্ৰতাপূৰ্ণ সাধনাৰ ফলতেই ভালেকেইখন আপুৰুগীয়া গ্ৰন্থ আৰু ভালেমান মূল্যবান প্ৰবন্ধ প্ৰকাশ পালে। 'দেশদ্ৰোহী কোন—মদন নে পূৰ্ণানন্দ?', 'কাৰ্চী সাহিত্যত অসম বুৰঞ্জী', 'হংকঙৰ চীনা পত্ৰিকাত অসম দেশৰ বিবৰণ' আদি প্ৰবন্ধ, 'দক্ষিণপাট সত্ৰৰ বুৰঞ্জী', 'মণিৰাম দেৱান' আদি গ্ৰন্থ বেণুধৰ শৰ্মাৰ গৱেষণাৰ উৎকৃষ্ট নিদৰ্শন। তেওঁৰ বিশ্লেষণ-মূলক লেখনী, নিভাঁজ ৰচনাৰীতি, খণ্ডন কৰিব নোৱৰা যুক্তি আৰু তথ্য যি কোনো অনুসন্ধিৎসু পাঠকৰ কাৰণেই আকৰ্ষণৰ বস্তু।

বেণুধৰ শৰ্মাৰ অসমপ্ৰীতি কেৱল বাহিৰৰ বেশভূষা বা কথা-বতৰাতে প্ৰকাশ পোৱা নাছিল। অসম, অসমীয়া আৰু এই দেশৰ প্ৰত্যেকটো সম্পদক তেওঁ নিভৃত অন্তৰৰপৰাই ভাল পাইছিল। অসমীয়া জীৱনৰ প্ৰতি থকা তেওঁৰ শ্ৰদ্ধাৰ কথা কৈ অন্ত কৰিব নোৱাৰি। অসমীয়া ঐতিহ্যৰ প্ৰতি অত্যন্ত শ্ৰদ্ধাশীল যদিও বেণুধৰ শৰ্মা মানুহজন কিন্তু কেতিয়াও সংৰক্ষণশীল নাছিল। চাৰিওফালে নিচিনা ঠাইত থাকিও তেওঁ বিপ্লৱ কৰিছিল। তেওঁৰ মন জাত-পাতৰ বহুত ওপৰত আছিল। এই খিনিতেই তেওঁৰ অন্তৰংগ বন্ধু গেৰালি-কবি চন্দ্ৰকান্ত বৰকাকতী, খ্যাতনামা পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ, প্ৰসিদ্ধ সাংবাদিক-সাহিত্যিক লক্ষ্মীনাথ ফুকন—এই আটাই কেইজনৰে জাতীয় আদৰ্শ, স্বাধীন চিন্তা আৰু স্বাধীন মনোবৃত্তিৰ কথা উল্লেখিয়াব পাৰি। এই পাৰস্পৰিক সম্বন্ধই তেওঁলোক আটাইকেউজনকে ছাত্ৰ-জীৱনতে কলিকতাত একেলগ কৰিছিল। তেওঁলোকৰ মাজত গঢ়ি উঠা সেই সম্পৰ্ক শেহলৈকে অটুট আছিল।

আমাৰ জাতীয় জীৱনত এতিয়া কথা আৰু কামৰ সংগতি নথকাৰ দৰেই হৈছে। কথা আৰু কামৰ সংগতি থকা আদৰ্শ নেতা, আদৰ্শ সাহিত্যিক আজি আঙুলিৰ মূৰত লেখিব পাৰি। বেণুধৰ শৰ্মাৰ কথা আৰু কামৰ সংগতি থকাৰ কাৰণে তেওঁ সকলোৰে শ্ৰদ্ধেয় আৰু পূজনীয় হ'ব পাৰিছিল। তেওঁ তোষামোদ কৰিব নাজানিছিল—আপোচ কৰা দূৰৰে কথা। ৰাজনীতি আৰু সাহিত্যতো তেওঁ আপোচ নকৰিলে। শাসক শ্ৰেণীৰ স্বাৰ্থৰ জগতো

তেওঁ হাত মিলিলাহে। পদ্মশ্ৰী, পদ্মবিভূষণ আদি উপাধিতকৈ জনসাধাৰণৰ মৰম-চেনেহক যে তেওঁ প্ৰকৃত শ্ৰদ্ধা আৰু সন্মানৰ চিন বুলি গণ্য কৰিছিল। বিশ্ববিদ্যালয় কেইখনেও তেওঁক আজীৱন সাধনা আৰু গৱেষণাৰ স্বীকৃতি স্বৰূপে উপযুক্ত সন্মান প্ৰদৰ্শন কৰিব নেজানিলে। অৱশ্যে সেইবুলি তেওঁৰ অসন্তোষ নাছিল, অভিমানো নাছিল। এইটো এটা মন কৰিবলগীয়া কথা যে বেণুধৰ শৰ্মা, বিষ্ণু ৰাভা প্ৰমুখ্যে গুণী ব্যক্তিসকল জীয়াই থকা কালত ৰজা-ঘৰৰ স্বীকৃতিৰপৰা বহুত আঁতৰত থাকিল, তেওঁলোকে ৰাইজৰ স্বীকৃতি হে পালে।

বেণুধৰ শৰ্মাই অসমৰ পৰ্বত-ভৈয়ামৰ মাজত সম্প্ৰীতি আৰু সংহতি স্থাপনৰ ওপৰত সদায় গুৰুত্ব দিছিল। আজি সম্প্ৰীতি আৰু সংহতিৰ নামত কাৰ্যতঃ ঢাক-ঢোলহে বজোৱা হৈছে। বেণুধৰ শৰ্মাই 'থলুৱা-পৰ্বতীৰ সম্বন্ধ' নামক প্ৰবন্ধটোত বুৰঞ্জীয়ে চুকি পোৱা কালৰ আগৰেপৰাই অসমৰ পৰ্বত-ভৈয়ামৰ জনসাধাৰণ কেনেকৈ সাঙোৰ খাই আছিল তাৰে তথ্যপূৰ্ণ ইতিবৃত্ত ডাঙি ধৰাৰ পিছত কৈছে, "অসমৰ থলুৱা পৰ্বতী দুই নহয় এক। দুয়ো একেটা হৈ জন্মভূমি ভাৰতৰ বিজয় পতাকা উৰাই থাকিব লাগিব।" অৰুণাচলৰ ডেকা সাহিত্যিক শ্ৰীটাগাং টাকিয়ে বেণুধৰ শৰ্মাৰ ঘনিষ্ঠ সান্নিধ্য লাভ কৰি লিখিছে—"পাহাৰীয়া জনজাতিবিলাকৰ প্ৰতি তেখেতৰ মনৰ বিশ্বাস বৰ গভীৰ। এই বিশ্বাসত কোনো কৃত্ৰিমতা নাই। ইয়াত আছে আন্তৰিকতাৰ গভীৰ বিশ্বাস।" নগা ভূমিত নিজোৰ ভায়েকে উপহাৰ দিয়া লাখুটিডালক বেণুধৰ শৰ্মাই মৃত্যু পৰ্যন্ত হাতত লৈ সম্প্ৰীতিৰ সপোন দেখিছিল। পৰ্বত-ভৈয়ামৰ মাজত তেওঁ যিদৰে সম্প্ৰীতি গঢ়িবলৈ চেষ্টা কৰিছিল সেইদৰে এচাম নতুন লিখক-লিখিকা সৃষ্টি কৰিবলৈও তেওঁ চেষ্টা কৰিছিল। এতিয়াৰ প্ৰতিষ্ঠিত সাহিত্যিক শ্ৰীতৰুণচন্দ্ৰ পামেগাম প্ৰমুখ্যে কেবাজনকো তেওঁৰ 'তৰুণ অসম'ৰ যোগেদিয়েই হাতখৰি লগোৱাইছিল। নিভাঁজ অসমীয়া লেখা সাহিত্যিক কেইজনকো তেওঁ সততে প্ৰেৰণা যোগাই আছিল। অসমৰ যশস্বী লিখক-লিখিকাসকলে তেওঁৰপৰা পোৱা প্ৰেৰণাৰ কথা প্ৰায় সকলোৱে যথাস্থানত উল্লেখ কৰিছে। অকল ভাল লিখক-লিখিকাকেই নহয়, ভাল ৰাজনীতি কৰাজনক, খেলাধূলাত পাৰ্গতজনক, আনকি গৃহস্থালি কাম-কাজত নিপুণ জনকো তেওঁ লেখনীৰ যোগাই স্বীকৃতি জনাইছিল। সেইদৰে তেওঁৰ পৰিচিত দিয়েই নহওক সেইসকলৰ বিপদৰ সময়ত তেওঁ আন সকলো কাম-কাজ পিছ পেলাই মাত এষাৰ দিবলৈ পাহৰা নাছিল।

ঘূৰ্ণী আৰু অসমীয়া সাহিত্যক জীৱনী, প্ৰবন্ধ, শিশু-সাহিত্য আদি বিভিন্ন সম্ভাৰেৰে সমৃদ্ধ কৰি থৈ যোৱা আৰু অসম সাহিত্য সভাৰ শিৱসাগৰত অনুষ্ঠিত হোৱা ঘূৰ্ণী সন্মিলন ( ১৯৫৩ ) আৰু অসম সাহিত্য সভাৰ ধুবুৰীত অনুষ্ঠিত হোৱা ৰূপালী জয়ন্তী অধিবেশনৰ ( ১৯৫৬ ) সভাপতিৰ পদ অলংকৃত কৰা বেণুধৰ শৰ্মাই জীৱনৰ আগডোখৰত গল্প, কবিতা আৰু গীতো লেখিছিল। কিন্তু তেওঁ তাতে আবদ্ধ নাথাকিল। কলিকতালৈ পঢ়িবলৈ গৈ ১৯২০ চনত মহাত্মা গান্ধীৰ প্ৰাণ সঞ্চাৰ কৰা ভাষণত উতলা হৈ বেণুধৰ শৰ্মাই বিশ্ব-বিদ্যালয়ৰ ডিগ্ৰীৰ মোহ ত্যাগ কৰি বি এ. পৰীক্ষা নিদিয়াকৈয়ে অসমলৈ উভতি আহিল। শিক্ষাৰ জীৱন তেওঁৰ সিমানতে শেষ হ'ল। দেশৰ মুক্তিৰ সংগ্ৰামত জপিয়াই পৰি তেওঁ কাৰাবৰণ কৰিলে। ১৯২৫ চনত তেওঁ প্ৰদেশ কংগ্ৰেছৰ সদস্য নিৰ্বাচিত হয়। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনত তেওঁ 'কংগ্ৰেছ গাইড' প্ৰণয়ন কৰে। এনেদৰেই তেওঁ সক্ৰিয় ৰাজনীতিত সোমাই পৰিল। ১৯৩৭ চনত তেওঁ 'ৰৰকৰীয়া কংগ্ৰেছ' ( বিলবাদী ) নামৰ এটা সমান্তৰাল ৰাজনৈতিক অনুষ্ঠান গঠন কৰিছিল। পিছলৈ অৱশ্যে তেওঁ ৰাজনীতি একেবাৰে ত্যাগ কৰিলে।

ইয়াৰ পিছত তেওঁ এটাৰ পিছত এটাকৈ কেইবাটাও অভিজ্ঞতা ল'লে। তেওঁ শিক্ষকতা কৰিলে। শিক্ষকতা কৰি তেওঁ—"লৰাৰ মগজু যে কেঁচামোণ —ঘঁহিলে পিহিলে চিকচিকাই থাকিব"—( অৰ্ঘ্যাৱলী ) সেইকথা উপলব্ধি কৰিলে। পিছত সাংবাদিকতা কৰি অসমীয়া সাংবাদিকতাকো ন-ৰূপ দিলে; নিজে দোকান আৰম্ভ কৰি—স্বাৱলম্বী হ'বলৈ আমাৰ ডেকা সমাজক উৎসাহ যোগালে। হাতীৰ ব্যৱসায়ত ধৰি তাৰো অভিজ্ঞতাৰ সোৱাদ ললে আৰু লগতে হাতী ধৰাৰ কৌশল সম্পৰ্কে লেখি অসমীয়া মানুহক এই বিষয়ে জনাৰ সুবিধাও দিলে। বেণুধৰ শৰ্মাই অকল ইয়াকে কৰি ক্ষান্ত নেথাকিল। শদিয়াৰপৰা ধুবুৰীলৈ অসমৰ নগৰে-চহৰে, চুকে-কোণে ঘূৰি ফুৰি, শিলালিপি, মঠ-মন্দিৰৰ বিৱৰণ, হেজাৰ বছৰীয়া বংশাৱলী বা বংশতক আদি সংগ্ৰহ কৰি তেওঁৰ 'টোকোৰা বাহৰ কুটা'ত সুমুৱাই ৰাখিলে। অসমৰ ভ্ৰাম্যমান সাহিত্যিক হিচাপে বেণুধৰ শৰ্মাৰ নামেই প্ৰথমে ল'ব লাগিব। দেখা যায়, কলিকতাৰপৰা ঘূৰি অহাৰ পিছৰ ছোৱা তেওঁৰ জীৱন কাহিনী এহাতেদি যেনেকৈ চমকপ্ৰদ, আনহাতে আমাৰ ডেকা সমাজৰ কাৰণে আদৰ্শনীয় স্বৰূপো।

মনে-প্ৰাণে কথাই-কামে স্বাধীন ভাৱ আৰু চিন্তাৰ অধিকাৰী বেণুধৰ শৰ্মাই স্বাধীনতাৰ পিছতো জাতীয় স্বাৰ্থ ৰক্ষাৰ প্ৰত্যেকটো ন্যায্য আন্দোলনত প্ৰত্যক্ষভাৱে নহলেও পৰোক্ষভাৱে জড়িত হৈ পৰিছিল। ১৯৭৯ চনত আৰম্ভ হোৱা বিদেশী নাগৰিক বহিষ্কাৰ কৰা আন্দোলনটোৰ আৰম্ভনিতে তেওঁ নবীয়া পাটীৰ-পৰাই ছাত্ৰ সমাজক সমৰ্থন জনাই আশীৰ্বাদ দিছিল। এইদৰে দেশৰ ঐতিহ্যৰ হকেই তেওঁ ওৰে জীৱন সাধনা কৰি গ'ল।

এইজন জাতীয় ঐতিহ্য বহন কৰা গুণী ব্যক্তিৰ ব্যক্তিত্বত মুগ্ধ হৈ কলিয়াবৰ সাহিত্য সভাই তেওঁৰ ৭৫তম জন্ম-দিবসত শ্বহীদ নবেন মহন্তৰ সম্পাদকত্বৰ কাৰ্যকালত ( ১৯৬৮-৬৯ ) এই লিখকেই সম্পাদনা কৰা অভিনন্দন গ্ৰন্থ এখন শৰ্মাদেৱক প্ৰদান কৰিছিল। ১৯৬৯ চনৰ দুই আগষ্ট তাৰিখে সাহিত্যাচাৰ্য শ্ৰীমিত্ৰদেৱ মহন্তদেৱৰ সভাপতিত্বত অনুষ্ঠিত ৰাজহুৱা সভাত অৰ্পণ কৰা সেই গ্ৰন্থত অসমৰ প্ৰায় আঠাই কেইজন খ্যাতনামা লিখক-লিখিকাৰ প্ৰবন্ধ-কবিতা আদি প্ৰকাশ পাইছিল। পিছতো সেই গ্ৰন্থখনে বাতৰি কাকত, আলোচনী আদিৰ প্ৰশংসাও লাভ কৰিছিল। কেৱা গৰাকী কৃতী সমালোচকৰ সমালোচনাই আমাক গ্ৰন্থ সম্পাদনা কৰিবলৈ আৰু অধিক প্ৰেৰণা যোগাইছিল। সেই গ্ৰন্থত বেণুধৰ শৰ্মাৰ পাণ্ডিত্য, প্ৰতিভা আৰু ব্যক্তিত্বৰ বিষয়েহে আলোচনা কৰা হৈছিল।

এতিয়া তেওঁৰ মৃত্যুৰ পিছত সেই গ্ৰন্থৰ পৰিপূৰক হিচাপে 'আমাৰ বেণুধৰ' নামৰ এই সৌৰৱণী গ্ৰন্থখন পাঠকসকলক আগবঢ়োৱা হ'ল। 'আছামীজ এন্‌চাইক্ল'পেডিয়া' বিশেষণেৰে বিভূষিত বেণুধৰ শৰ্মা মানুহজনক ফুটাই তুলিবলৈ আমি এই গ্ৰন্থত আঁচনি লৈছিলোঁ। এই উদ্দেশ্যত আমি কিমান দূৰ কৃতকাৰ্য হৈছো সেই বিচাৰ সহৃদয় পাঠকে কৰিব। আমাৰ এই উদ্যোগত যিসকল লিখক-লিখিকাই সঁহাৰি জনাইছে তেখেতসকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনোৱাৰ বাহিৰে দিবলৈ আন একো নাই।

অভিনন্দন গ্ৰন্থখনিৰ দৰেই এই গ্ৰন্থখনিতো আদিৰপৰা অন্তলৈ সহায় পাইছিলোঁ বেণুধৰ শৰ্মাৰ সুযোগ্য বৰপুত্ৰ শ্ৰীঅজিতকুমাৰ শৰ্মা এম. পি.-ৰপৰা। বুৰঞ্জীবিদ সাহিত্যিক বেণুধৰ শৰ্মাৰ ভাবাদৰ্শৰ লগতে বিশিষ্ট বুদ্ধিজীৱী আৰু সমাজবাদী নেতা পুত্ৰকৰ পাৰ্থক্য থাকিলেও পিতৃৰ প্ৰতি তেওঁৰ আন্তৰিক শ্ৰদ্ধা-ভক্তিৰ চিন এই গ্ৰন্থ সম্পাদনা কৰোঁতে পদে পদে দেখা পাই অভিভূত হৈছোঁ। এই ক্ষেত্ৰত তেখেতলৈও কৃতজ্ঞতা জনাইছোঁ।

তেখেতৰ উপৰিও গ্ৰন্থখনিৰ আৰম্ভণিৰ কাম-কাজত সহায় কৰি দিছিল লামডিঙৰ উৎসাহী সাহিত্যসেৱী শ্ৰীমান প্ৰবীণ গগৈয়ে। তেওঁলৈ সম্ভাষ জনাইছোঁ। সাহিত্যিক অধ্যাপক শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা আৰু লামডিং সাহিত্য-সভাৰ সম্পাদক, শিক্ষক শ্ৰীভগৱান গোস্বামীৰপৰাও বিভিন্ন ক্ষেত্ৰত সহায়-সহযোগিতা পাইছিলোঁ। আমাৰ পৰিবাৰ শ্ৰীমতী ভাৰতী বৰকটকী, ছাত্ৰী শ্ৰীমতী ৰেণুকা শৰ্মা আৰু শ্ৰীমান মহেন্দ্ৰ হালৈয়ে কেবাটাও প্ৰবন্ধৰ নকল কৰি দিছিল। সকলোলৈকে ধন্যবাদ জনাইছোঁ। নৱজীৱন প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীকালীচৰণ পাল মহোদয়ে কিতাপখন ছপা কৰি উলিওৱাত বিধিনি সহায় কৰি দিলে তাৰ বাবে তেওঁলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

সেইহত এইখিনিতে আমাৰ দুৰ্ভাগ্যৰ কথা এবাৰো পাঠকসকলক জনাই থ'ব-লগীয়া হ'ল। পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈদেৱে এই কিতাপখনৰ পাতনি লিখিবলৈ সন্মতি দিছিল আৰু সেইবাবে তেখেতে শৰ্মাদেৱৰ সকলো প্ৰকাশিত পুঁথি যুগুতাই কাম আৰম্ভও কৰিছিল। কিন্তু আমাৰ বাবে অতি পৰিতাপৰ কথা যে এই কাম সম্পূৰ্ণ কৰাৰ আগতেই তেখেতে আমাৰ মাজৰপৰা চিৰবিদায় ল'লে। স্বৰ্গগত সন্দিকৈদেৱৰ ইচ্ছা পূৰণৰ অৰ্থে ৰেণুধৰ শৰ্মাৰ বিষয়ে আমাৰ ছাত্ৰৰ প্ৰণীত গ্ৰন্থত প্ৰকাশিত সন্দিকৈদেৱৰ কথাখিনিকে এই পুথিত সন্নিবিষ্ট কৰি দিয়া হ'ল।

স্বৰ্গগামী হোৱাৰ দুবছৰৰ পাছত ৰেণুধৰ শৰ্মাক ভাৰতৰ ৰাষ্ট্ৰপতিয়ে ১৯৮৩ চনৰ ২৬ জানুৱাৰীত মৰণোত্তৰ 'পদ্মভূষণ' প্ৰদান কৰাত এহাতে এই ৰাষ্ট্ৰীয় স্বীকৃতিত আনন্দৰ স্থল থাকিলেও জীৱন কালতে শৰ্মাদেৱক এই স্বীকৃতি কিয় দিয়া নহ'ল সেইটোহে সাঁথৰ হৈ ৰ'ল।

লামডিং কলেজ
লামডিং
১৪ এপ্ৰিল, ১৯৮৩

শ্ৰীউপেন্দ্ৰ বৰকটকী
সংকলয়িতা-সম্পাদক
'আমাৰ ৰেণুধৰ' সোঁৱৰণী গ্ৰন্থ

বেণুধৰ শৰ্মা মোৰ ছাত্ৰজীৱনৰ বন্ধু। মই কলেজত পঢ়োতে তেওঁ স্কুলত পঢ়িছিল। কিন্তু বয়সত তেওঁ মোতকৈ কেবাবছৰো ডাঙৰ আছিল। সম্ভৱতঃ স্কুলীয়া শিক্ষা আৰম্ভ কৰোঁতে তেওঁৰ পলম হৈছিল। আমাৰ প্ৰথম চিনাকি চিঠিৰ যোগেদি হৈছিল। তেওঁ এটা সংস্কৃত শ্লোকৰ মূল বিচাৰি মোলৈ প্ৰথম চিঠি দিছিল। এই চিঠিৰ উত্তৰ মই সততাই দিব নোৱাৰিছিলোঁ। মই কিছুমান দিনৰ পিছতহে জানিলোঁ যে এই শ্লোকটো প্ৰথম উপনিষদত পোৱা যায়। মই চতুৰ্থ বাৰ্ষিক বি-এ শ্ৰেণীত পঢ়োতে শৰ্মাই আই-এ পঢ়িছিল। তেতিয়া কলিকতাত ৪৩নং আমহাষ্ট ষ্ট্ৰীটত থকা 'আসাম মেচ'ত আমি একেবছৰ একেলগে আছিলোঁ। তেতিয়াৰপৰা আমাৰ মিলাপ্ৰীতি। মই ইউৰোপত থাকোঁতেও আমাৰ মাজত চিঠি দিয়া-দিয়ি আছিল। ১৯২৭ চনত ফেব্ৰুৱাৰী মাহত মই ইউৰোপৰপৰা ঘূৰি আহি দিনদিয়েক কলিকতাত আছিলোঁ। তেতিয়া তাত মোৰ স্কুলৰ পুৰণি বন্ধু লক্ষ্মীনাথ ফুকন আৰু বেণুধৰ শৰ্মাক লগ পাইছিলোঁ।

সকতে শৰ্মাই কবিতা লিখিছিল। তেওঁৰ কবিতা মই 'আলোচনী'ত পঢ়িবলৈ পাইছিলোঁ। পাছলৈ অসম বুৰঞ্জীৰ অনুসন্ধানে তেওঁক আকৰ্ষণ কৰে। তাহানি 'আৱাহন'ত শৰ্মাৰ বুৰঞ্জীমূলক প্ৰবন্ধ আৰু মহী বৰাৰ গল্প ওলালে মোৰ একাধিক বাৰ পঢ়াৰ অভ্যাস আছিল আৰু তাত প্ৰয়োগ কৰা কোনো কোনো বাক্য এতিয়াও মোৰ মনত আছে। শৰ্মাৰ এটা প্ৰবন্ধত আছে, যেনে—বঙৰ নবাবে খানা খাওঁতে বানৰ এঠাতিত ছুটামান ভাত এজনীয়া কবি আমাৰ কটকীক সুধিলে—'তোমাৰ স্বৰ্গী বজা এতুনা খানা খায় ?' আমাৰ কটকীয়ে ক'লে বোলে, 'আমাৰ দেশত ইমানখিনি ভাত হেঙাল কুকুৰেহে খায়।' শৰ্মাৰ বুৰঞ্জীমূলক প্ৰবন্ধবিলাক একেলগে গোটাই উলিয়ালে এটা বিত্তোপন সংগ্ৰহ হ'ব।

কৃষ্ণকান্ত সন্দিকৈ

# সূচীপত্ৰ


| | | |
|---|---|---|
| এটা যুগৰ অন্ত পৰিল | শ্ৰীমান প্ৰফুল্ল গোস্বামী | ১ |
| তেজস্বী পুৰুষ বেণুধৰ | শ্ৰীতীৰ্থনাথ শৰ্মা | ৭ |
| হায়! এখন বৰ আপুৰুগীয়া সাঁচিপতীয়া পুথি জুয়ে পুৰিলে | শ্ৰীপ্ৰসন্নলাল চৌধুৰী | ১২ |
| চাৰিগুৰ একাটি: | শ্ৰীযজ্ঞেশ্বৰ শৰ্মা | ১৯ |
| বেণুপুৰাণৰ বেগুণি | শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা | ২৩ |
| দেশৰ সেৱক বেণুধৰ | শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা | ৩০ |
| বুৰঞ্জী-বন্ধু বেণুধৰ শৰ্মা | শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস | ৩১ |
| দেশৰ বাজহাৰ চিনোঁতা বেণুধৰ | শ্ৰীনলিনীধৰ ভট্টাচাৰ্য | ৩৩ |
| বেণুধৰ শৰ্মা: এটি জনপ্ৰিয় নাম | ড° লীলা গগৈ | ৪৫ |
| গ্ৰাম্য সংস্কৃতিৰ প্ৰাণৱন্ত প্ৰতিনিধি | শ্ৰীতিলক হাজৰিকা | ৫৪ |
| শ্ৰেষ্ঠ অসমীয়াৰ এজন | ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য | ৫৮ |
| বৰকলীয়া বেণুধৰ | ড° মহেন্দ্ৰ বৰা | ৬৪ |
| মই পোৱা বেণুধৰ শৰ্মাজন | শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা | ৭১ |
| বুৰঞ্জীৰ খনিকৰ বেণুধৰ শৰ্মা | ড° নগেন শইকীয়া | ৮৩ |
| গতিচেতনাৰ প্ৰতীক বেণুধৰ শৰ্মা | ড° লক্ষ্মীনন্দন বৰা | ৯০ |
| সিংহপুৰুষ বেণুধৰ শৰ্মা | শ্ৰীডিম্বেশ্বৰ চলিহা | ৯৪ |
| সকলো প্ৰভেদৰ ঊৰ্দ্ধে বেণুধৰ শৰ্মা | শ্ৰীসুনীলকুমাৰ বৰঠাকুৰ | ১০০ |
| বুৰঞ্জীৰ গৱেষক বেণুধৰ শৰ্মা | শ্ৰীকমলেশ্বৰ চলিহা | ১০৫ |
| পাতাল সন্ধানী বেণুধৰ শৰ্মা | শ্ৰীৰাম গোস্বামী | ১০৮ |
| বেণুধৰ শৰ্মা বক্তা, সেনাপতি, সে বিপ্লৱী? | শ্ৰীপদ্ম বৰকটকী | ১১৫ |
| ভাষা-বিশ্বকৰ্মা বেণুধৰ শৰ্মা | শ্ৰীহেম বুঢ়াগোহাঞি | ১১৯ |

| | | |
|---|---|---|
| বেণুধৰ শৰ্মাৰ ব্যক্তিত্ব | শ্ৰীযুগল দাস | ১২৫ |
| বেণুধৰ শৰ্মালৈ তৰ্পণ | শ্ৰীতৰুণচন্দ্ৰ পাঠক | ১২৮ |
| অসমৰ প্ৰাণ বেণুধৰ | শ্ৰীৰজনীকান্ত দেৱশৰ্মা | ১৩১ |
| বেণুধৰ শৰ্মাৰে মুখামুখি | শ্ৰীলক্ষ্যধৰ চৌধুৰী | ১৩৫ |
| বুৰঞ্জীৰ যুকুত বুৰঞ্জী হৈ যোৱা বেণুধৰ | শ্ৰীমতী পুষ্পলতা দাস | ১৪১ |
| বেণুধৰ শৰ্মা : গোটাদিয়েক স্মৃতিৰ কথা | শ্ৰীঅতুলচন্দ্ৰ বৰুৱা | ১৪৭ |
| বেণুধৰ শৰ্মাৰ চিঠি | শ্ৰীপদ্মনাথ শৰ্মা | ১৫৫ |
| বেণু ককাইদেউৰ সান্নিধ্যত | শ্ৰীকুমুদচন্দ্ৰ বৰুৱা | ১৬৩ |
| বেণুধৰ শৰ্মাক বিষয়ে জানো | শ্ৰীযতীন্দ্ৰনাথ গোস্বামী | ১৬৬ |
| অমৰ বেণুধৰ | শ্ৰীআব্দুছ ছাত্তাৰ | ১৭১ |
| বেণুধৰ শৰ্মালৈ শ্ৰদ্ধাঞ্জলি | শ্ৰীউমাকান্ত শৰ্মা | ১৭৫ |
| বেণুধৰ শৰ্মা : চিনাকি মানুহজন | শ্ৰীনন্দ তালুকদাৰ | ১৭৮ |
| সেই গোঁফকোচা | ড° হেমন্তকুমাৰ শৰ্মা | ১৮১ |
| বাস্তৱ বুৰঞ্জীবিদ্ বেণুধৰ | শ্ৰীযাদৱচন্দ্ৰ দাস | ১৮৪ |
| এটি সন্ধিয়াৰ সোঁৱৰণী | শ্ৰীমতী সাবিত্ৰী বৰগোহাঞি | ১৮৯ |
| বেণুধৰ শৰ্মাৰ গম্‌গতি | শ্ৰীনিৰ্মল চক্ৰৱৰ্তী | ১৯১ |
| খুৰা বেণুধৰ শৰ্মাদেৱৰ স্মৃতিত | শ্ৰীৰজনীদত্ত পাটগিৰি | ১৯৬ |
| বেণুধৰ শৰ্মাৰ সঞ্জীৱনী হাঁহি | শ্ৰীমহেশ্বৰ চুতীয়া | ১৯৮ |
| বেণু বাপু | শ্ৰীচিদানন্দ শইকীয়া | ২০৬ |
| সাতবাজ মাৰি একবাজ কৰা বেণু শৰ্মা | শ্ৰীউমাকান্ত খনিকৰ | ২১৩ |
| বাইজৰ সুখ-দুখৰ লগৰীয়া বেণু শৰ্মা | শ্ৰীলিখেশ্বৰ বৰকাকতী | ২২০ |
| আপোনতকৈ আপোন বেণুধৰ | শ্ৰীকৰুণাময় হৰিপদ গোস্বামী | ২২৬ |
| বেণুধৰ শৰ্মাৰ প্ৰেৰণা | শ্ৰীসুন্দৰ বৰদলৈ | ২৩০ |
| ইতিহাস-ভাস্কৰ বেণুধৰ শৰ্মা | শ্ৰীবুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰ | ২৩৪ |
| বেণুধৰ শৰ্মাৰ সুৰাগী সোঁৱৰণত | শ্ৰীবিনোদকুমাৰ খনিকৰ | ২৩৭ |
| বেণুধৰ শৰ্মাৰ মৌ-সনা কথা | শ্ৰীভৃগুমোহন গোস্বামী | ২৪১ |
| ইতিহাস-ৰত্ন বেণুধৰ | শ্ৰীকনকচন্দ্ৰ ডেকা | ২৪৫ |
| সুৰাগপূৰ্ণ সোঁৱৰণ | শ্ৰীলক্ষ্মীচন্দ্ৰ গোস্বামী | ২৪৮ |
| সেইজন আদৰ্শ পুৰুষ | শ্ৰীৰাজেন্দ্ৰনাথ হাজৰিকা | ২৫২ |

| | | |
|---|---|---|
| চিৰখ্যাতিমন্ত ৰেণুধৰ | শ্ৰীদধি মহন্ত | ২৫৬ |
| পেহাদেউৰ সোঁৱৰণত | শ্ৰীনিৰুপমা ফুকন | ২৬৪ |
| ককাদেউতালৈ শ্ৰদ্ধাঞ্জলি | শ্ৰীঅজয়কুমাৰ শৰ্মা | ২৬৯ |
| ভিনীহিদেউৰ সোঁৱৰণত | শ্ৰীজ্ঞানদা বৰুৱা | ২৭৪ |
| বৰদেউতা ৰেণুধৰ শৰ্মাৰ স্মৃতিত | শ্ৰীঅন্নপূৰ্ণা দেৱী | ২৭৭ |
| ৰেণুধৰ থাকিব জীয়াই | শ্ৰীনাৰায়ণ বেজবৰুৱা | ২৮০ |
| দেৱান দেউতা ! আকৌ আহিবা | শ্ৰীঘন শইকীয়া | ২৮২ |
| লেখক পৰিচিতি | | ২৮৩ |

# এটা যুগৰ অন্ত পৰিল

শ্ৰীজ্ঞান প্ৰফুল্ল গোস্বামী

যথেষ্ট বয়স—৮৭ বছৰত শ্ৰীবেণুধৰ শৰ্মাৰ বিয়োগ হ'ল—গুৱাহাটী নগৰত, তেওঁৰ নিজা বাসভৱনত। তেওঁৰ নশ্বৰ দেহ চিতাত পুৰি ছাই হৈ গ'ল, কিন্তু তেওঁৰ সাহিত্যৰ মৌলিক লেখনি আৰু জীৱনৰ আদৰ্শৰ প্ৰেৰণা আমাৰ কাৰণে সদায়ে জীৱিত থাকিব। তেওঁৰ স্বদেশপ্ৰেম আৰু তেওঁৰ কীৰ্তি তথা সাহিত্য, বিশেষকৈ বুৰঞ্জীৰ গৱেষণামূলক অথচ জনসাধাৰণক আগ্ৰহ কৰা লেখনীয়ে তেওঁক অমৰ কৰিলে। বাগ্মীবৰ নীলমণি ফুকন আৰু বেণুধৰ শৰ্মা এই দুই সবাকী অসম-মাতৃৰ মহান পুৰুষক ঘনিষ্ঠভাৱে পাইছিলোঁ আৰু আমি প্ৰায়ে কৈছিলোঁ যে দুই জনাই এশ বছৰ পূৰ্ণ কৰিহে এই সংসাৰ এৰিব। ফুকনে এশ বছৰ থাকিবলৈ ইচ্ছাও কৰিছিল। বেণুধৰ শৰ্মাৰ আদ্যশ্ৰাদ্ধৰ দিনা উপস্থিত হৈ তেখেতলৈ অন্তৰেৰে শ্ৰদ্ধা তৰ্পণ কৰি নিজকে নিজে ধন্য মানিছিলোঁ। অসমৰ বিদেশী বিতাড়নৰ আন্দোলনৰ আৰম্ভণিতে এই স্বদেশপ্ৰেমিক বীৰজনে তেওঁৰ মৌলিক বুৰঞ্জীৰ ভাষাৰে—সংগ্ৰামী ছাত্ৰসমাজ তথা সংগ্ৰাম পৰিষদলৈকে যি বাণী দিছিল, তাৰ প্ৰতিধ্বনিয়ে অসমীয়া জাতিক সঞ্জীৱিত কৰিবলৈকে যেন থিয় দিয়াই আছে—"আমাৰ জাতীয় অস্তিত্বৰ যুদ্ধ লাগো লাগো। এনে আপদীয়া সময়ত কোনো নিশ্চেষ্ট হৈ বহি থাকিব নোৱাৰে। বহিৰাগতক বহিবলৈ দিলেই আমাৰ হাত কামুৰিবই। —এই সন্দেহ জল-জল পট-পটকৈ জিলিকি আছে। সেইকাৰণে জোন নৌ যাওঁতেই ভেটা দিয়া উচিত। ছাত্ৰ আন্দোলনে এই ভেটা দিয়া উচিত। ছাত্ৰ আন্দোলনে এই ভেটা দিওঁতে যি নিৰুপদ্ৰৱ পন্থা অৱলম্বন কৰিছে তাত মোৰ সম্পূৰ্ণ সমৰ্থন আছে, আৰু ভগৱন্তই সহায় কৰিব বুলি প্ৰাৰ্থনা কৰিছোঁ।"

বেণুধৰ শৰ্মাৰ লগতে আৰু দুজন অসমীয়া মহান পুৰুষৰ কথা মনত পৰিছে। এই দুজনৰ এজন আছিল মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য আৰু আন সবাকী অসমকেশৰী

অম্বিকাগিৰী ৰায়চৌধুৰী। এই তিনিও গৰাকীয়েই অসমীয়া জাতিৰ কাৰণে একে শ্ৰেণীৰ নমস্য আৰু বৰেণ্য বীৰ। এই তিনিও জন লোকৰ সৈতে আমাৰ যোগ সৌভাগ্য হৈছিল। লগ পাইছিলোঁ, আলোচনা কৰিছিলোঁ আৰু মৰম পাইছিলোঁ। কিন্তু তেওঁলোকৰ নিঃস্বাৰ্থ কৰ্তব্যনিষ্ঠা, অসমীয়া জাতিক মহান কৰি জীয়াই ৰখাৰ প্ৰবল হেপাহ আৰু যুবক সমাজক বিদ্ৰোহী কৰি জগাই তোলাৰ আগ্ৰহ আৰু আদৰ্শ ই আমাক প্ৰেৰণা যোগাইছিল। তিনিও জনেই সাহিত্যিক, সাংবাদিক আৰু স্বদেশপ্ৰেমিক আদৰ্শ পুৰুষ। তিনিওজনে নিজৰ জীৱনত অশেষ দুখকষ্ট পাইছিল, জীৱন-সংগ্ৰামত হাৰাশাস্তি হৈছিল; কিন্তু, তথাপি তেওঁলোকে নিজৰ সুখ-সুবিধাৰ কথা নাভাবি নিজৰ মৌলিক চিন্তাধাৰাৰে আৰু দেশসেৱাৰ মহান ব্ৰতেৰে অসমীয়া জাতিক জগাই সংঘবদ্ধ কৰিবলৈকেই সকলো শক্তি-সামৰ্থ্য দান কৰিছিল। তিনিও জনেই ৰাজনৈতিক ক্ষমতা বা পদবীৰ আকাঙ্ক্ষা কৰি কোনো সোঁতত পৰা নাছিল। তিনিও জনেই অসমীয়া যুৱকক পালেই—নিজৰ ব্যক্তিগত দুখ-কষ্ট পাহৰি গৈ আমাক সঞ্জীৱিত কৰিবলৈকেহে আত্মহাৰা হৈছিল। তিনিওজনেই ভাৰতীয় আদৰ্শ আৰু সংস্কৃতিত বিশ্বাস ৰাখিছিল আৰু লগে লগে মনে প্ৰাণে অসমীয়াৰ নিজস্ব ধাৰা আৰু সত্তাক সযত্নে জীয়াই ৰাখি—অসম তথা অসমীয়াক গঢ়ি তুলিবলৈহে চাইছিল। এই কথাৰ তুলনা কৰিব নোৱাৰোঁ—কেৱল প্ৰেৰণাহে পাইছিলোঁ।

তিনিও জন মহান নেতাই নিজ নিজ জন্মস্থান এৰি গুৱাহাটীতে থাকি প্ৰতিভা প্ৰকাশ কৰিছিল। গুৱাহাটীতেই তিনিও নশ্বৰ দেহত্যাগ কৰিছিল। তিনিও-জনেই অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰিছিল। তিনিও জন একেশ্ৰেণীৰ মহান পথপ্ৰদৰ্শক হলেও, প্ৰত্যেকৰে নিজা নিজা বিশেষত্ব আৰু বৈশিষ্ট্য আছিল। কমলাকান্ত আছিল সেইসময়ৰ এগৰাকী সমাজ-সংস্কাৰক আৰু নিজৰ জীৱনতে তাক প্ৰতিফলিত কৰিছিল। কলিকতাৰপৰা অশেষ কষ্ট কৰি "অসমহিতৈষী" পত্ৰিকাৰ কাকত উলিয়াই অসমীয়া জাতিক সংগঠিত কৰিব খুজিছিল সাহিত্যৰ মাজেদি। জীৱনৰ শেষছোৱা গুৱাহাটীত অশেষ কষ্টৰে থাকিব লগা হৈছিল। সেইসময়ত অসমত তেওঁৰ মূল্য অসমীয়াই উপলব্ধি কৰিব নোৱাৰিলে আৰু তেওঁ যেনে সমাদৰ বা সন্মান পাব লাগিছিল নাপালে।

অম্বিকাগিৰী ৰায়চৌধুৰী আছিল এজন বিদ্ৰোহী। স্বাধীনতাৰ অসহযোগ আন্দোলনত যোগ দি সেইসময়ৰ কাৰাগাৰত অশেষ কষ্ট পাইছিল কিন্তু তেওঁৰ

দুৰ্দ্দম মনক সাম্ৰাজ্যবাদে দুৰ্বল কৰিব পৰা নাছিল। তেওঁ 'চেতনা' কাকত সম্পাদনা কৰি অসমীয়া জাতিৰ আত্মচেতনা জগাব বাবে অক্লান্ত আৰু অবিশ্ৰান্ত-ভাৱে চেষ্টা কৰিছিল। শেষৰ কালে সাপ্তাহিক 'ডেকা অসম' উলিয়াই অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ বাবে অসমত সংৰক্ষিণী সভাৰ আন্দোলন কৰিবলৈকে চেষ্টা কৰিছিল। এই কাকতখন প্ৰকাশ কৰাৰ সময়ত তেওঁ নিজেই সময়ে সময়ে 'কম্পোজ'ও কৰা দেখা পাইছিলোঁ। দুইখন কাগজতে মোৰ লেখা প্ৰকাশ কৰিছিল। ৰায়চৌধুৰীয়ে বাটে-পথে খোজকাঢ়ি ঘূৰি ফুৰিছিল আৰু ছাত্ৰ-যুৱকসকলক পালেই চিঞৰি চিঞৰি অগ্নিময়ী বাণীৰে অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ বাবে জাগি উঠিবলৈ আহ্বান জনাইছিল। তেওঁ বহুত দুখ-কষ্ট আৰু অভাৱত মৃত্যুবৰণ কৰিব লগা হ'ল। তেওঁ সেই সময়ত যি সমাদৰ বা সমৰ্থন পাব লাগিছিল নাপালে।

তৃতীয়জন মহান পুৰুষ বেণুধৰ শৰ্মাই যথেষ্ট সমাদৰ আৰু সন্মান পালে। তেওঁ ১৯২১ চনত কলেজ ত্যাগ কৰি স্বাধীনতা আন্দোলনত যোগ দিছিল। তাৰ পিছত নিজৰ জীৱন নিৰ্বাহৰ বাবে কঠোৰ শ্ৰম কৰিব লগা হ'ল, কিন্তু বুৰঞ্জীত মন মেলিলে। বিখ্যাত চাৰিঙত তেওঁৰ ঘৰ আছিল। তেওঁ কিছুদিন ডিব্ৰুগড়ৰ 'তৰুণ অসম' সাপ্তাহিক কাকতৰ সম্পাদনা কৰি অসমীয়া মানুহক জগাবলৈ চেষ্টা কৰিছিল। সেই সময়ত মই ছাত্ৰ আছিলোঁ। তেতিয়া তেওঁৰ লেখা পঢ়িছিলোঁ। তেওঁৰ নিভাজ আৰু মৌলিক অসমীয়া ভাষাৰ কিছুমান শব্দ আমি টান পাইছিলোঁ। তাৰ কেইবছৰমান পিছত তেওঁ বাগ্মীবৰ নীলমণি ফুকন সম্পাদিত 'দৈনিক বাতৰি'ৰ সহকাৰী সম্পাদক আছিল। 'দৈনিক বাতৰি'ত মাজে সময়ে মই লেখিছিলোঁ আৰু তেখেতেই সম্ভৱ সেইবোৰ চাইচিতি ছপাইছিল, কিন্তু ব্যক্তিগত সম্পৰ্কত অহা নাছিলোঁ। তেওঁ 'বাতৰি' প্ৰেছ থকা ঠেঙালত আছিল। মই যোৰহাটত থকা ফুকন ডাঙৰীয়াৰ ঘৰলৈ গৈ আলোচনা কৰিছিলোঁ আৰু লেখা দিছিলোঁ। সেই সময়তে বেণুধৰ শৰ্মাৰ বুৰঞ্জীমূলক প্ৰবন্ধ আৰু কিতাপ পঢ়িবলৈ মই আৰম্ভ কৰিছিলোঁ। তেওঁ লাচিত বৰফুকন আৰু মণিৰাম দেৱানৰ যি আদৰ্শ আৰু বীৰৰ দাঙি ধৰিছিল সি আমাৰ আৰু আগ্ৰহ বঢ়ালে। অসমীয়া জাতিৰ এই দুগৰাকী বীৰৰ উৎসৱত আমি ছাত্ৰ সমাজৰ ফালৰপৰা তেতিয়া প্ৰায়ে যোগ দিছিলোঁ আৰু মাজে মাজে বক্তৃতাও দিবলগা হৈছিল। বেণুধৰ শৰ্মাই বুৰঞ্জীৰ জৰিয়তে জাতিক আত্মবিশ্বাস আৰু আত্মবলেৰে সঞ্জীৱিত আৰু শক্তিমন্ত কৰাৰ চেষ্টা কৰিছিল। বুৰঞ্জী তেখেতৰ কাৰণে অকল গৱেষণাই নাছিল,

জনসাধাৰণৰ মাজতো তেওঁ ইয়াক বিলাই দিছিল। গাঁৱে-ভূঞে ঘূৰি ফুৰি নৈকে গৈছিল বুৰঞ্জীৰ সমলবোৰ উদ্ধাৰ কৰিছিল আৰু সেইবোৰ ব্যাখ্যা কৰি জনসাধাৰণক অনুপ্ৰাণিত কৰিবলৈ চেষ্টা কৰিছিল আৰু আমাৰ জাতীয় গৌৰৱ অনুভৱ কৰিবলৈকে শিকাইছিল।

১৯৫৩ চনত অসম সাহিত্য সভাৰ দ্বাবিংশ অধিৱেশন শিলঙত বহিছিল— সভাপতি আছিল ডঃ সূৰ্যকুমাৰ ভূঞা। ডঃ ভূঞাও এজন বুৰঞ্জীবিদ্। অসমৰ পুৰণি বুৰঞ্জী উদ্ধাৰ আৰু সংৰক্ষণ কৰাত তেখেতৰ দানো মহৎ। এই অধিৱেশনৰ লগতে বহা বুৰঞ্জী শাখাৰ সভাপতি হৈছিল আনজন বুৰঞ্জীবিদ্ বেণুধৰ শৰ্মা ডাঙৰীয়া। ময়ো এই সভাত প্ৰতিনিধি হৈ সক্ৰিয় অংশ গ্ৰহণ কৰিছিলোঁ। বিষয়-বাছনি সভাত মই আগবঢ়োৱা এটা প্ৰস্তাৱত ডঃ ভূঞা আৰু শৰ্মা ডাঙৰীয়াই সমৰ্থন দিছিল। প্ৰস্তাৱটো আছিল—অসমৰ বিভিন্ন জনজাতিৰ প্ৰতিশব্দৰ এখন শব্দকোষ উলিয়াব লাগে। এই সভাতে প্ৰথমবাৰৰ কাৰণে বেণুধৰ শৰ্মাক ভালকৈ জানিবলৈ সুযোগ পালোঁ। তেওঁ নিৰালয়, নিৰহঙ্কাৰ সাধাৰণ অসমীয়া সাজপাৰত সভাপতি হৈ অসাধাৰণ বুৰঞ্জীমূলক ভাষণ দি অসমৰ ৰাজধানীত সকলোকে স্তম্ভিত কৰিলে। তাৰ পিছত ১৯৫৬ চনত ধুবুৰীত অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী অধিৱেশনত তেওঁ মূল সভাৰ সভাপতি হিচাপে গৈছিল। ময়ো প্ৰতিনিধি হিচাপে যোগ দিছিলোঁ। তেওঁ মোক ভালদৰে চিনি পালে। তেতিয়াও তেওঁ সেই একে নিৰালয়, আগৰ চিৰাচৰিতভাৱেই সভাপতিৰ আসন গ্ৰহণ কৰিলে। কিন্তু মৌলিক ভাষাৰে যেতিয়া গুৰুগম্ভীৰ ভাষণ দিছিল তেতিয়া সকলো প্ৰতিনিধি আৰু দৰ্শকে একধ্যানে তেওঁৰ ভাষণ শুনা দৃশ্য মোৰ এতিয়াও মনত পৰে। ইয়াৰ পিছত গুৱাহাটীত তেওঁক মই কেবাবাৰো পাইছিলোঁ। তেতিয়া তেওঁ এখন পুৰণা চাইকেলত উঠি ঘূৰি ফুৰে। দুই এবাৰ চাইকেলৰপৰা নামি মোৰ লগত কথা হৈছিল। মই তেতিয়া ছাত্ৰ আন্দোলন আৰু সাম্ৰাজ্যবাদ-বিৰোধী বৈপ্লৱিক আন্দোলনৰ লগত জড়িত আছিলোঁ। সেই সময়ত মই তেওঁৰপৰা উৎসাহ আৰু মৰম পাইছিলোঁ। 'আৱাহন'ত প্ৰকাশ পোৱা মোৰ 'কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা' প্ৰবন্ধটি পঢ়ি তেওঁ মোক প্ৰশংসা কৰা কথা আজিও মনত পৰে।

গুৱাহাটীলৈ অহাৰপৰা তেওঁক কামৰূপৰ সকলো অঞ্চললৈ ছাত্ৰসকলে সভাপতি কৰি নিছিল। গাঁওবিলাকত ৰাতি থাকি সকলোৰে আপোন হৈ পৰিছিল। এই সুযোগতে তেওঁৰ গাঁৱৰ মানুহৰ আচাৰ-ব্যৱহাৰ, চলিত প্ৰথা,

কথা-বতৰা, ৰাস্তা-ঘাট, আলি-পদূলি, পুখুৰী, আনকি গছ-গছনিবো বিৱৰণ সংগ্ৰহ কৰি বুৰঞ্জীমূলক ঘটনা বা কিংবদন্তিবোৰৰ অনুসন্ধান কৰি ফুৰিছিল। স্থানীয় মানুহকো পুৰণি কথাবোৰেৰে উদ্বুদ্ধ কৰাৰ চেষ্টা কৰিছিল। তেখেতৰ কাৰণে গাঁৱত একো বিশেষ ব্যৱস্থাও কৰিব নালাগিছিল। এনেবোৰ কাৰণতে তেওঁক সভা-সমিতিলৈ নিবলৈ সকলোৱে আগ্ৰহ হৈছিল।

তেওঁৰ পুতেক অধ্যাপক শ্ৰীঅজিতকুমাৰ শৰ্মা যেতিয়া আমাৰ লগতে ৰাজ্য-সভাৰ সদস্য হ'ল তেতিয়া তেওঁৰ পৰিয়ালৰ লগত মোৰ ঘনিষ্ঠতা বাঢ়িল আৰু শৰ্মা ডাঙৰীয়াক গুৱাহাটী আৰু দিল্লীত মাজে সময়ে দেখা কৰাৰ সুযোগ ঘটিল। মোক পালেই তেখেতে যেন এজন বন্ধুকহে পাইছে—এনে অনুমান কৰিছিলোঁ। দিল্লীত এবাৰ তেওঁক হাস্পতালৰ 'নার্চিং হোমত' শৰীৰ পৰীক্ষাৰ বাবে থৈছিল পুতেক বন্ধুবৰ অজিত শৰ্মাই। হাস্পতালত গৈ ২।৩ ঘন্টা কথা পাতিছিলোঁ। দিল্লীৰ ঘৰত গ'লেও, তেওঁ বিছনাখনতে ৰাখি থোৱা পুৰণি কাগজ-পত্ৰবোৰ দেখুৱায়। মৃত্যুৰ কেইমাহমান আগতে মই এদিন তেওঁৰ গুৱাহাটীৰ ঘৰলৈ যাওঁতে তেওঁৰ 'লাতুমণি'খন দিলে। মই লেখি দিবলৈ অনুৰোধ কৰাত মোৰ কলমটো নি মোৰ নাম লেখি 'আশীৰ্বাদ আৰু মৰমৰ উপহাৰ' বুলি লেখি চহী কৰি দিলে। এনেকৈয়ে প্ৰায় দুটা যুগৰ ওপৰ কাল তেওঁৰ সংস্পৰ্শলৈ আহি বুৰঞ্জীৰ প্ৰতি মোৰ আগ্ৰহ বাঢ়িছিল।

বুৰঞ্জীৰ লগত তেওঁৰ জীৱনৰ নিগূঢ় সম্বন্ধ ঘটিছিল আৰু বুৰঞ্জীৰ প্ৰেৰণাতে তেওঁৰ জীৱন-দৰ্শন গঢ়ি উঠিছিল। বুৰঞ্জীক গৱেষণাত আবদ্ধ নাৰাখি জনসাধাৰণৰ মাজলৈ বুৰঞ্জীৰ কীৰ্তি-কাহিনী আৰু বুৰঞ্জীৰ ভাষাক লৈ গৈ বুৰঞ্জীৰ জৰিয়তেই তেওঁ আত্মপ্ৰতিষ্ঠাৰ এক আন্দোলন কৰাৰ চেষ্টা কৰিছিল। শাৰীৰিক অসুস্থতাতো তেওঁ সাহিত্যিক, সমাজসেৱক আৰু ছাত্ৰসকলকো নিজৰ দেহৰ কথা নকৈ কেৱল দেশাত্মবোধ আৰু বুৰঞ্জীৰ কথাহে কৈছিল। তেওঁ অসমৰ বুৰঞ্জীক নতুন ভাৱাত জাতীয় আদৰ্শ আৰু তত্ত্বেৰে প্ৰাণৱন্ত কৰি অসমীয়া জাতিক সঞ্জীৱিত আৰু সংগঠিত কৰিবলৈকেই ব্ৰত গ্ৰহণ কৰিছিল—মৃত্যুৰ সময়তো সেই চিন্তায়েই মনটোক ব্যাকুল কৰি তুলিছিল। আচৰিত কথা এয়ে যে যি তাৰিখত মণিৰাম দেৱানৰ ফাঁচী হৈছিল সেই তাৰিখৰ দিনাই তেওঁৰো মৃত্যু হ'ল। তেওঁৰ মনৰ দুৰ্বাৰ শক্তি আৰু গভীৰ স্বদেশ-প্ৰীতিৰ তুলনা নাই।

বেণুধৰ শৰ্মাৰ বিয়োগৰ লগে লগে এটা যুগ আৰু যেন সদায় প্ৰেৰণা দি থকা

এটা অনুষ্ঠানৰ অন্ত পৰিল। আমাৰ অগ্ৰজ পুৰুষৰ এই যুগটোৰ আদৰ্শ, নৈতিকতা, স্বদেশপ্ৰেম, সাহিত্যৰ ধাৰা আৰু তত্ত্ব, সংস্কৃতি, সভ্যতা আৰু সামাজিক কৰ্তব্যবোধ—এই সকলোৰে মাহাত্ম্য আৰু ঐতিহ্যৰ জলন্ত বাহক হিচাপে তেওঁ আমাৰ মাজত ইমান দিন জীয়াই আছিল। সুখৰ বিষয় যে অসমীয়া ছাত্ৰ, যুৱক তথা ৰাইজৰ অপূৰ্ব আত্মচেতনা আৰু বিদেশী বিতাড়নৰ আন্দোলনৰ মহা পয়োভৰৰ মাজতে তেওঁ মহাপ্ৰয়াণ কৰিলে।

# তেজস্বী পুৰুষ বেণুধৰ

**শ্ৰীতীৰ্থনাথ শৰ্মা**

থাওকালকৈ মানুহজন, মুখত একোচা ভোবোৰা ডাঢ়ি, কোটচোলা পিন্ধা বাঙালি শৰীৰটো আৰু হাতত এডাল লাখুটি—এয়েই বেণুধৰ শৰ্মা বোলা ভৌতিক দেহাটো। এই দেহাটোৰ ভিতৰত যি এটা ব্যক্তিত্বই বিকাশ লভিছিল সেইটো ইমান তেজস্বী আৰু বিৰাট যে তাক উপলব্ধি কৰিবলৈ এদিনৰ সান্নিধ্যই যথেষ্ট, কাৰণ এই ব্যক্তিত্বৰ মাজত কোনো প্ৰকাৰ কৌটিল্য বা পেঁচ আৰু বাহিৰা আৱৰণৰ চাকচিক্য নাছিল। ভিতৰ-বাহিৰ একাকাৰ হৈ স্বীয় উজ্জ্বলতাৰ প্ৰখৰভাৱে এটা উভহা-সৌন্দৰ্যই এই ব্যক্তিত্বৰ বিশেষ মহিমা আছিল। আজি সেই ভৌতিক দেহাটো অগ্নিয়ে সামৰি ল'লে, কিন্তু সেই বিশাল ব্যক্তিত্বৰ যাদু-গন্ধ প্ৰতিজন অসমীয়াৰ হৃদয়ৰ কোঁহে কোঁহে মলমলাই আছে।

শিৱসাগৰ জিলাৰ চাৰিং নামৰ এখন পুৰণি ঠাইত বেণুধৰ শৰ্মাই জন্মগ্ৰহণ কৰিছিল। চাৰিং এখন গাঁও নহয়, এটা এলাকা, বুৰঞ্জী-প্ৰসিদ্ধ এখন ঢুতি ৰাজধানীও বুলিব পাৰি। ঢুতি ৰাজধানীৰূপে আহোমযুগৰ শেষ মোহিনী বেঙণি এটাই ঠাইখনক আকৰ্ষণীয় বিভূতিৰ আধাৰ কৰিছিল। এনেহেন এখন ঠাইত উপজি তাৰ চৌপাশত ডাঙৰ-দীঘল হৈ 'পুৰণি কাহিনী বাহিনী ৰাগিণী'ৰ মিঠা-মোহত শৰ্মা ডাঙৰীয়াৰ মন-প্ৰাণ সতেজ জীপাল হৈছিল। সেই মিঠা-মোহেই শেহান্তত তেখেতক এজন বুৰঞ্জীবিদ কৰিলে। চাৰিঙীয়া বুৰঞ্জীবিদ গৈ থৈ অসম বুৰঞ্জীবিদ হ'ল। প্ৰকৃততে চাৰিঙেই তেখেতক অসমখন চিনালে, অসমক ভাল পোৱালে। অসমৰ চৈতন্যমূৰ্তিৰ পাপনা চাৰিঙৰ সিংহাসনতে পাতিছিল যদিও বেণুধৰ শৰ্মাৰ 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' নামৰ গ্ৰন্থই দেখুৱালে যে ভাৰতবৰ্ষৰ আকাশখন জকাইচুকীয়া গাঁওবোৰতো কেনেকৈ নিজ মহিমাৰে প্ৰতিবিম্বিত হয়। ভাৰতৰ এমুৰত অসহযোগৰ শিঙা বাজিল, অসমৰ গাঁৱে-ভূঞে, পৰ্বতে-পৰ্বতে সি ৰিং মাৰিলে। বেণুধৰ শৰ্মাৰ কাঁচিয়লি ৰ'দে তাক 'ইদং-সৰ্বম' যেনকৈ চাৰিঙৰ পটভূমিত যেকত কৰিলে। ই স্নুক-সুৰা ক্ষমতাৰ কথা নহয়।

ইন্দ্ৰিয়বিলাকৰ বোধৰ মাজেদিয়ে আত্মাৰ অস্তিত্বৰ উমান পাব পাৰি বুলি উপনিষদৰ ঋষিসকলে কৈ গৈছে। এটা জাতিৰো এটা স্বৰূপ বা আত্মা আছে। সেই জাতীয় আত্মাৰ উমান পাব পাৰি সেই জাতিৰ ভাষাৰ ভিতৰত। ভাষাতেই, তাৰ শব্দৰাশিত, তাৰ প্ৰকাশ-ঠাঁচ, খণ্ড-বাক্য পটন্তৰত জাতি একোটাৰ কল্পধাৰা-সদৃশ বৈ থকা প্ৰাণস্ফূৰ্তিৰ গম ধৰিব পাৰি। যি নিজৰ ভাষাটো তন্ন-তন্নকৈ জানে, যি শব্দবোৰৰ মহিমা পায়, কথা প্ৰকাশৰ সুকীয়া ঠাঁচবোৰৰ গূঢ়-তত্ত্ব বুজে, তেওঁহে জাতিটোৰ প্ৰাণবস্তুৰ আভাস পায়। বেণুধৰ শৰ্মা বৰ্তমান যুগৰ লেখক-সকলৰ সবাতোপৰি এজন সাহিত্যপুৰুষ যি অসমীয়া ভাষাৰ কালিকাটো হাড়ে-হাড়ে চিনিছিল। চিনিছিল বাবেই মামৰে ধৰা শব্দ একোটাৰ হাড়তো তেখেতে সঞ্জীৱনীৰ সঞ্চাৰ কৰিব পাৰিছিল। গাঁৱলীয়া জীৱনত সদা-সৰ্বদায় চলি থকা বচুৱা-প্ৰয়োগ একোটাকো মোহিনী শক্তি দান কৰিছিল। হেৰাই যোৱা বা মৃত-প্ৰায় শব্দ আৰু খণ্ডবাক্যকো চৈতন্য আধাৰ কৰি ভাষাক শক্তিশালিনী কৰি তুলিছিল। মিহমিহীয়া আৰু নিশকতীয়া যেন লগা একোটা খণ্ডবাক্যই বেণু শৰ্মাৰ হাতত বুলনি পাই মদমত্ত হাতীৰ বল দেখুৱাই ভাষাক উৰ্জস্বল কৰিব পৰা ক্ষমতা আৰ্জন কৰিছিল। একাষাৰতে ক'বলৈ গ'লে, বেণুধৰ শৰ্মা অসমীয়াৰ ভাষাৰ এজন নিৰ্মাণদক্ষ সুজান শিল্পী, অসমীয়া শব্দাৱলীৰ কালিকা বুজা এজন বাস্তুকৰ।

পাছে, এই নিৰ্মাণদক্ষতাৰ গুৰি ক'ত তাক বিচাৰ কৰি চালে আমি তেখেতৰ নিজৰ কথালৈকে মন কৰিব লাগিব। তেখেতৰ আলমাৰিত পৰি থকা 'টোকোৰা বাহৰ কুটা' বোলা কাগজ-পত্ৰৰ মাজত কেতিয়াবা কিবা জালত লিখি থোৱা আধা পৃষ্ঠামান কথা আছে। তাত তেখেতে লিখিছে, "মই গাঁৱলীয়া, গাঁৱত উপজি ডাঙৰ হৈছো, সেই বাবে মই গৌৰবহে কৰোঁ... ...মই সক নহওঁ" ইত্যাদি। সেই-কথা কেইষাৰ হুবহু তুলি দিব নোৱাৰিলোঁ। পঢ়ি চাওঁতে মনত থকা কেইশাৰী-মানহে তুলি দিলোঁ। এই কথা কেইশাৰীত তেখেতৰ সাহিত্যৰ উৎস ক'ত তাৰ সন্ধেদ পাব পাৰি। অসম গাঁৱৰ দেশ আছিল। আন ঠাইত নগৰ বুলিলে মানুহে যি বুজে অসমত সেইটো নহয়। প্ৰকৃতপক্ষে নগৰ শব্দটোৱেই অসমত আচহুৱা আছিল বুলিলে অপলাপ কৰা নহয়। মানুহে ৰংপুৰ চহৰ বুলিহে কৈছিল, ৰংপুৰ নগৰ বুলি আগেয়ে নকৈছিল। ৰংপুৰ চহৰেই হওক বা গুৱাহাটী চহৰেই হওক, এই শতিকাৰ আৰম্ভনিৰ কালছোৱালৈকে সেইবোৰ একোখন উন্নত গাঁও যেন হে আছিল। কুল-কাছাৰীৰ বাহিৰে মানুহৰ চলন-ফৰণ, খোৱা-বোৱা, থকা-

মেলাৰ ধৰণ সকলোতে গাঁৱৰ মানুহৰ লগত অমিল নাছিল। সেই দেখি গাঁৱত হে অসমীয়া ভাষাই গঢ় লৈছিল, পোহ পাইছিল আৰু গাঁৱৰপৰাই নিজৰ সৌষ্ঠব আহৰণ কৰিছিল। গাঁৱলীয়া জীৱনৰ জীয়া খুঁতিটোৱে এই ভাষাৰ পুষ্টিৰসৰ অবিচ্ছিন্ন যোগান বহন কৰিছিল। পণ্ডিতকে গাঁৱৰ লগত যাৰ লগন-গাঁঠি নাই তেওঁ অসমীয়া ভাষাৰ মহিমা পূৰ্ণৰূপে পাব নোৱাৰে। পাছে গাঁৱত ওপজা আৰু ডাঙৰ-দীঘল হোৱা মানুহ অসম জুৰি আছে। সেই সকলোৱেই অসমীয়া ভাষাৰ কাৰিকৰ হ'ব পৰা নাই। বেণু শৰ্মাৰ নিচিনা দুই-চাৰিজনেহে পাৰিছে। তাৰ মূলতে হৈছে গাঁৱৰ প্ৰতি থকা অহৈতুকী প্ৰীতি। প্ৰেমেহে আপোন কৰে, প্ৰেম থকা বাবেই বেণুধৰ শৰ্মাই অসমীয়া গাঁৱৰ ভাষাটোত থকা অমৃত ভাণ্ডাৰৰ সন্ধান পাইছিল। তেখেতৰ লগত কথা পাতোঁতেও কেতিয়াবা যদি নিচেই ঘৰুৱা অথচ অৰ্থদ্যোতক শব্দ একোটা মুখত ওলায় তেখেতে ৰস পোৱাদি পাইছিল। সিদিনা মৃত্যুৰ কেইদিনমান আগতে তেখেতৰ শুৰিলৈ গৈছিলোঁ। তেখেতে তেতিয়া লেহাই লেহাই হে কথা পাতিছিল। কথা-বতৰাৰ মাজত তেতিয়া লাগ-বান্ধ অলপ ঢিলা হৈছিল। মোক কৈছিল, "জকাইচুকৰ কোমল চাউল, দৈ-গাখীৰ আৰু গুৰেৰে জুতি লগাই জলপান এটা তোমালোক কেইজনমানেৰে সৈতে বহি খাবৰ মন গৈছে। গোটাব নোৱাৰা নে ?" মই উত্তৰত কৈছিলোঁ, "জকাইচুক পথাৰৰ কোমল চাউল বিচাৰ-খোচাৰ কৰিলে ওলাব, কিন্তু সেই দৈ-গাখীৰ আজি দেখিবলৈকে নাই। আমাৰ গাঁওবোৰ টকৰৰি হ'ল।" কোমল চাউল আৰু দৈ-গাখীৰৰ কথা তল পৰিল। মোৰ মুখত ওলোৱা 'টকৰৰি' শব্দটোৰ সোৱাদ' হে বেছিকৈ পালে। নিজেই শব্দটো দোহাৰি উচ্চাৰণ কৰি ক'লে, 'টকৰৰি, ঠিক কৈছা'। অসমীয়া কোমল-চাউল দৈ-গাখীৰৰ জলপানটোলৈ যি মোহ আছিল সেইদৰে অসমীয়া শব্দ আৰু প্ৰকাশ ভঙ্গীবোৰো তেখেতৰ মানত জলপান যেন সোৱাদ আছিল। বেণুধৰ শৰ্মাৰ ভাষা আৰু শৈলীৰ ইন্দ্ৰজালৰ মূলতে এই প্ৰেম।

পুৰণি বুৰঞ্জীবোৰৰ তথ্যৰ কথা এৰিও সেইদিনৰ গদ্যৰ ঠাঁচটো পঢ়ি তেখেতে বৰ সোৱাদ পাইছিল। বুৰঞ্জীৰ গদ্যত কৃত্ৰিমতাৰ নাম-গোন্ধেই নাই—তথাপি বলাল। তাৰ ঠাঁচটোত এটা তেজস্বিতাৰ দীপ্তিও আছে। বেণুধৰ শৰ্মাই আগছোৱা কালত এই বুৰঞ্জীবোৰ পাত-পাতকৈ পঢ়িছিল আৰু পঢ়ি ভোল গৈছিল। তেখেতৰ কাপ-কাঠীয়েও অজ্ঞাতে বুৰঞ্জীৰ গদ্যৰ এই দীপ্তিত জোৰোৱা মাৰিছিল। বুৰঞ্জীৰ গদ্যই বাট পোনাই দিলেও শৰ্মাৰ বুদ্ধি-দীপ্তিত তেখেতৰ গদ্য ঠাঁচ 'স্ব-

নহিহি' প্ৰোজ্জ্বল হৈ উঠিছিল। সেইবাবেই শৰ্মাৰ গত সৰ্বতিকাল অনস্বীকৰণীয় হৈ থাকিব।

বেণুধৰ শৰ্মা বুৰঞ্জীবিদ বুলি মুখে মুখে জনাজাত। পাছে তেখেতৰ সেৱাৰ থলি বুৰঞ্জীবিত্তাৰ এটা বিশেষত্ব আছিল। তেখেতৰ বুৰঞ্জীৰ অনুধাবন সৰ্বতো-বিলাৰী আছিল— ই গজহস্তীৰপৰা বাজিচাঁইলৈকে সামৰিছিল। আহোম স্বৰ্গদেউ-সকলৰ কীৰ্তি-কলাপ, ডা-ডাঙৰীয়াসকলৰ কথা-কাণ্ড অথবা সেনা-সেনাপতিসকলৰ গৌৰৱ-গাঁথাৰ প্ৰতি তেখেতৰ যেনে অনুসন্ধিৎসা আছিল সৰু-সুৰা ঠাইৰ নাম, একোটা পৰিয়াল বা পুৰণিকলীয়া একোজন লোকৰ আঁতিগুৰি বিচাৰিও তেখেতে গোটেইখন চলাথ কৰিছিল। ক'ত কামৰূপৰ টোকৰাদিয়া বুলি এখন গাঁও আছে —তাৰে এটি ব্ৰাহ্মণ পৰিয়াল শিৱসাগৰ জিলাৰ ম'বাৰজাৰ মৌজাৰ জৰাধৰা গাঁৱত গৈ বসতি কৰিছিল আৰু সেইবাবে সেই ঘৰখন টোকোৰাপৰীয়াৰ ঘৰ বুলি জনাজাত হ'ল ইত্যাদি কথাবোৰবো উৱাদিহ উলিয়াই শৰ্মাই বং পাইছিল। জাঁজীৰপৰা চেউনীআলিয়েদি জৰাধৰা গাঁৱলৈ যোৱা বাটত এজোপা বিৰাট বড় গছ আছিল, সম্ভৱতঃ এতিয়াও আছে। এই বড় গছজোপাৰ নাম পিটিকাখোৱা বড়। এই গছজোপাৰ নাম নো পিটিকাখোৱা কেনৈ হ'ল যেয়ে সেয়ে কব নোৱাৰে। বেণুধৰ শৰ্মাক সোধা, টপৰাই কৈ দিব কোণ পিটিকাখোৱা নামৰ বুঢ়া এজনে কি অৰ্থে কেতিয়া এই গছজোপা কইছিল। হিৰণ্যকশিপুৱে ভাতৃবৈৰী মাধৱক বিচাৰি স্বৰ্গ-মৰ্ত্য চলাথ কৰি "পাতালতো বিচাৰিলা পিত পিত কৰি" ফুৰাঁৰ দৰে বুৰঞ্জীবিদ্ বেণুধৰ শৰ্মাই গড়গাঁৱৰ পিছল বাটৰপৰা থালৈ-খোগোৱা গাঁৱলৈকে ব'ত যি পুৰণি কথাৰ কিবা পাইছিল তাৰ উহ বিচাৰি ফুৰিছিল, বুৰঞ্জীবিদ ৰূপে বেণুধৰ শৰ্মাই স্বৰ্গ-মৰ্ত্যতো বিচৰণ কৰে, পাতালতো সন্ধান কৰে। অসমৰ সকলো পুৰণি কথা যাৰ নখদৰ্পণত আছিল সেই বিশ্বকোষ স্বৰূপ পুৰুষজন আজি নাই। কিমান কথা দি গ'ল তাক পাইছোঁ, কিন্তু কিমান অমৃতসমান পুৰণি কথা লগতে গ'ল তাৰ খতিয়ান আজি কোনে দিব। অসম আৰু অসমীয়াত্বক চোলা-জেপত লৈ ফুৰা মানুহ এজন সতকাই ক'ত ওলাব?

বেণুধৰ শৰ্মা এজন নিৰ্লিপ্ত পুৰুষ আছিল। ঘৰুৱা জীৱনৰ লগত তেখেতৰ সম্বন্ধ আছিল-ৰাজহাঁহৰ পিঠিৰ পানীৰ নিচিনা। পানীত থাকোতে হাঁহৰ পিঠিত পানী লাগিলেও পাৰলৈ উঠিলে এটোপালো নাথাকে। শৰ্মা ডাঙৰীয়াও ঘৰত

থাকে মানেহে গৃহস্থী, ঘৰ এৰিলেই বৈৰাগী। তেকোকালৰপৰাই দিহিঙে দিপাঙে কিবা একোটা টায়নত ঘুৰি ফুৰাই তেখেতৰ পৰকিতি আছিল। উজনি অসমৰ চাহ-বাগিছা এখনো নাই ব'লৈ তেখেত যোৱা নাই। কিমান বাগিছাৰ চাহাবৰ লগত প্ৰীতি কৰিলে, কিমানৰ লগত থকা-খুন্দা লাগিল সেইবোৰ কথা ৰ লাগি শুনি থাকিব পাৰি। সদিয়াৰপৰা ধুবুৰীলৈকে এনে এখন ঠাই নাই ব'লৈ তেখেত যোৱা নাই। কিবা নহয় কিবা এখন সভা হ'লেই গাঁঠিৰ ধন ভাঙি হলেও নোযোৱা ঠাইলৈকো গৈছিল। আমিও সভা-সমিতি গাই গাঁৱে-ভূঞে ফুৰিছোঁ। আমি সভা শেষ হলেই ঘৰলৈ উভতি লৰ ধৰোঁ। শৰ্মা ডাঙৰীয়াই হলে সেই ছেগতে সেই ঠাইত দুদিন সৰহীয়াকৈ থাকি আহিব। কাৰ ঘৰত কি পুথি আছে, কোন পুখুৰীটো কোনে খনালে, ঠাইখনৰ নামেই বা ক'ৰপৰা হ'ল, এইবোৰ উৰহী গছৰ ওৰ লৈহে কেইদিনমানৰ পাছত তেখেত ঘৰ ওলাবহি। চাৰিওভত থকা কালতো তেখেতক বিচাৰি গ'লে সতকাই পোৱা টান। এবাৰ চাৰিঙলৈ মোৰ মোমাইৰ ঘৰলৈ গৈছিলোঁ। পাছদিনা পুৱা মোমাইক ক'লোঁ বেণুদাইটিৰ তাৰপৰা আহোঁগৈ। মোমাইটিয়ে ক'লে, "হেৰ, বেণুক তই ক'ত লগ পাবি হবলা, সি এটা চৰাই।" মোমাইটিয়ে কথাৰ মুৰতে কথাষাৰ ঘপহ কৰে কৈছিল যদিও কথাষাৰত এজন বয়োবৃদ্ধৰ লোক-চৰিত্ৰ অধ্যয়নৰ চানেকি পোৱা যায়। বেণুশৰ্মা চৰাইৰ দৰে মুকলি-মূৰীয়া সদায় স্ফূৰ্তিয়া প্ৰকৃতিৰ লোক আছিল। পাছে এই চৰাই-বৃত্তিয়ে তেখেতৰ সাহিত্য-কৰ্মত বিস্তৰ উপাদান চপাই-মেলি লবলৈ সহায় কৰিছিল। তেখেত আৰামী-চকীত বহী হোকা খোৱা বুৰঞ্জী-লেখক নাছিল। বুৰঞ্জী আছিল তেখেতৰ মানত এটা জীৱন্ত অভিজ্ঞতা। সাহিত্যও অভিজ্ঞতাৰে ৰূপান্তৰ। ভ্ৰাম্যমান জীৱনত পাচিয়ে পাচিয়ে অৰ্জা অভিজ্ঞতাই তেখেতৰ সাহিত্যক সমৃদ্ধ আৰু সুন্দৰ কৰিছে। সেই কাপ আজি থৰ লাগিল, লগে লগে অসমীয়া সাহিত্যৰ এটা যুগেও থমক ললে।

# হায়! এখন বৰ আপুৰুগীয়া সাঁচিপতীয়া পুথি জুয়ে পুৰিলে

শ্ৰীপ্ৰসন্নলাল চৌধুৰী

কিছুদিন আগৰেপৰা শুনি আছিলোঁ, মোৰ 'ছাৰ' বেণুধৰ শৰ্মাই হেনো চকুৰে ভালদৰে নমনা হৈছে, লিখিবও নোৱৰা হৈছে। এনে অৱস্থা! ১৯৭৮ চনত গোলাঘাটত অসম সাহিত্য সভাৰ অধিবেশনত মঞ্চৰ ওমূৰে তেওঁক এখন চকীত বহি থকা দেখিছিলোঁ। মুখত তেখেতৰ দীঘল পকা ডাড়ি-গোঁফ। সেইজনেই আমাৰ পূৰ্বৰ 'ছাৰ' সাহিত্যিক শ্ৰীযুত বেণুধৰ শৰ্মা। সেইদিনা উঠি আহি আৰু তেখেতৰ লগত কথা পাতিবলৈ নহ'ল; মোৰ ওচৰত তেতিয়া এজন গা-চোৰা ল'ৰা। উঠা-বহা কৰিলে জানো কেতিয়াবা বাগৰি পৰোঁ। কাৰণ তেতিয়া মই পক্ষাঘাতত আক্ৰান্ত।

অকস্মাৎ এদিন শুনিলোঁ বেণুধৰ শৰ্মা ছাৰ আৰু নাই!

মই বৰপেটাৰ মানুহ,—তেখেত শিৱসাগৰৰ চাৰিঙৰ। আমি চিনাকি হৈছিলোঁ যোৰহাট বেজবৰুৱা হাইস্কুলৰ ছাত্ৰ হিচাপে আৰু শিক্ষক হিচাপে। সেই সময়ত মই ক্লাছ-এইটত পঢ়োঁ; একপ্ৰকাৰে কবলৈ গলে সেই সময়ৰ হেডমাষ্টৰ গোবিন্দ বেজবৰুৱাৰ হাইস্কুলত আমি উচ্চ বৰ্গৰ ছাত্ৰ। এনে সময়তে তেওঁ আহিল আমাৰ শিক্ষক ৰূপে। নতুনকৈ অহা সুমলীয়া শিক্ষক ৰূপে,—বিশেষকৈ তলৰ ভাগৰ শ্ৰেণীবিলাকতহে তেওঁ পঢ়াব লাগে। মোৰ লগত সম্বন্ধ নহয়েই। এদিন শৰৎ বেজবৰুৱা নামৰ লগৰ ল'ৰা এজনে সুধিলে, "তই নতুন মাষ্টৰ বেণুধৰ শৰ্মাক চিনি পাৱ নে? তেওঁ এজন সাহিত্যিক। অসমীয়া ভাষাৰ পুৰণি শব্দবিলাক আবিষ্কাৰ কৰি লিখাত ব্যৱহাৰ কৰিব লাগিছে।" মই সুধিলোঁ—"কেনে? কি পুৰণি শব্দনো?"—"কিয়, তই জাননে এটা শব্দ—'হেচাৰ্দি?'*—মই কলোঁ—"মই শুনাই নাই"।

* হেচোৰ্দাদ মহৰ 'টকৰাৰ'হে, বোধহয়। 'টকৰৰী' শব্দটোৰ বিষয়ে শ্ৰীতীৰ্থনাথ শৰ্মাদেৱৰ প্ৰবন্ধটোত উল্লেখ আছে। সঃ বে. সৌ. গ্ৰ.

তেতিয়ালৈকে অসমীয়া লিখাৰ সমস্তা হৈ আছিল। আকাৰ, ইকাৰ, উকাৰ আদিলৈ ধনুৰ্বান যুদ্ধ চলিছিল। এনেকুৱা শব্দবোৰৰ মই একো ভূ-ভা নাপাইছিলোঁ। তেতিয়া শব্দতে শব্দটোৰ কিবা এটা অৰ্থ ক'লে,—সেইটো অন্তকালৰ পাহৰণিত পৰি হেৰাল। কোনো অসমীয়া অভিধানতো চাই সন্দেহ ভঞ্জনৰ সুযোগ নেপালোঁ। তেতিয়া হেমকোষ অভিধানৰ কথাতো উঠিবই নোৱাৰিছিল। ১৯১৭-১৮ চনৰ মোৰ হাইস্কুলীয়া জীৱনত সাহিত্যিক বেণুধৰ শৰ্মা সম্পৰ্কে এনেকৈয়ে নানা কথা শুনিছিলোঁ।

এনেতে আহিল দুৰ্গাপূজা! সেই উপলক্ষে যোৰহাটত বঙালী থিয়েটাৰ ষ্টেজত নাটক অভিনয়। মই আছিলোঁ তিনিহি জানকীনাথ নবিশ'ই, এ, চি,ৰ লগত বঙালী ষ্টেজৰ ওচৰৰ ভাড়াঘৰ এটাত। তিনিহিৰ পৰিয়াল তেতিয়া কিবা প্ৰয়োজনত গুৱাহাটীলৈ গৈছিল। ঘৰত মই অকলে থাকোঁ; খোৱা-লোৱাৰ ব্যৱস্থা কাষতে থকা বঙালী ডাক্তৰ এজনৰ ঘৰত। ঘৰটো অৰক্ষিত অৱস্থাত এৰি থিয়েটাৰ চাবলৈ নগৈ সিদিনা মই শুই আছোঁ। এনেতে দুৱাৰত টুকুৰি পৰিল। ওলাই গৈ দেখিলোঁ মোৰ লগৰীয়া দুজন উপস্থিত, লগত শৰ্মা ছাৰ। মই মাতি আনি মোৰ শোৱা কোঠাত বহুৱালোঁ। তেওঁলোক আহিছিল থিয়েটাৰ চাবলৈ। জিৰণিৰ পট পৰিবৰ্তনৰ সময়ত হুলবপৰা ওলাই আহি মোৰ কোঠাত বহি জিৰণি লৈছে। মোৰ লগৰীয়া দুজন অলপ নামজাদা ল'ৰা,—ঠাট্টা কৰি কোনো কোনোৱে 'জগাই-মধাই' বুলি কয়। এজনৰ নামৰ আদ্য অক্ষৰ 'য', আনজনৰ—'ম'। তেওঁলোকক মান ধৰিবলৈ মোৰ একোৱে নাছিল, বিশেষতঃ শৰ্মা ছাৰ লগত থকাত। সেই অৱস্থাত একো কাপ চাহ যাচিবলৈও মোৰ অসুবিধা—গাখীৰ নাই। মোবো চাহ-জলপান আহে ডাক্তৰৰ জুহালৰপৰাহে। এনে অৱস্থাত দেখিলোঁ ছাৰে নিজৰ ব্যৱস্থা নিজেই কৰিছে জেপৰপৰা উলিওৱা চিগাৰেটৰ ধোঁৱাৰে। মোৰ কিন্তু সেই অভ্যাস নাই। মোৰ ভয় লাগিল—তেখেতে চিগাৰেটৰ আধা পোৰা টুকুৰাবোৰ মোৰ বিচনা আৰু বেৰৰ চেপা ডোখৰত পেলাই দিয়াত। পেলাইছিল মুঠে এডোখৰ নে দুডোখৰহে। মই আকৌ ভাবিছিলোঁ যে যদিহে সেই জুই ওলমি থকা বিচনাৰ কাপোৰত লাগি ফিৰিঙতিৰপৰা খাণ্ডৱ দাহেই হয় গৈ!—তেওঁ হাঁহি ক'লে, "তই হাকিমৰ খুলশালী হৈহে বৰ 'জনাটো' হলি। মই কিন্তু হাকিমৰ ভাগিনিয়েক—, মই তোতকৈ বেছি জানো।" এনে হাঁহি-ধেমালিৰে কিছু সময় কটাই তেওঁলোক গ'লগৈ।

সেই সময়ত শৰ্মা যদিও আমাৰ শিক্ষক আছিল, আমি উচ্চ বৰ্গৰ দুই-এজে তেওঁক সমনীয়া বন্ধু হিচাপেহে মানিছিলোঁ স্কুলত আৰু বাহিৰতো। বাহিৰত তেওঁৰ লগত আমাৰ কমেই দেখাদেখি হৈছিল। তেওঁ ক'ত আছিল আৰু স্কুলৰপৰা কেনি আঁতৰি গৈছিল আমি তৰ্কিবই নোৱাৰিছিলোঁ। অলপ দিনৰ পিছত তেওঁ স্কুলৰ কাম এৰি গ'ল ; মইয়ো মেট্ৰিক পৰীক্ষা দি যোৰহাট এৰি ঘৰলৈ আহিলোঁ।

এদিন এখন বাতৰি কাকতত দেখিলোঁ—ছাত্ৰে কলিকতালৈ যোৱাৰ বৰ্ণনাত লিখিছে, তেওঁ হেনো নলবাৰী ষ্টেচন এৰিয়েই অনুভৱ কৰিলে যে ইফালে যেন অসম নাই। কথাষাৰ মোৰ ভাল নালাগিল। ইয়াৰ পিছত মইয়ো কবৰাত লিখিলোঁ যে উজনি-নামনিৰ বিৰোধত শৰ্মা ছাত্ৰেও যোগ দিছে—নহলে নলবাৰীৰ-পৰা ভাটীমুখে আছিলেই হেনো অসম আৰু অসমীয়া নাই যেনেই লাগে ইত্যাদি। বহুদিন পিছে গুৱাহাটীত তেখেতক লগ পোৱাত এই লিখালিখিৰ বিষয়ে ওলাল। তেখেতে ব্যাখ্যা দিলে "নলবাৰী এৰিলেই অনা-অসমীয়া মানুহৰ ঘৰ-দুৱাৰ ইমানকৈ দেখা যায় যে মই তেনেকৈ ভাবিবলৈ বাধ্য হৈছিলোঁ।" মইয়ো তাতেই প্ৰত্যয় গৈছিলোঁ।

ইয়াৰ পাছত এবাৰ তেওঁৰ বিহাবাৰীৰ (সুৱাগপুৰ) ঘৰত তেওঁক লগ ধৰিছিলোঁ ; তেওঁৰ সেইটো শোৱা কোঠা নে পঢ়া কোঠাই,—তাতেই বহিলোঁগৈ। মজিয়াৰপৰা মুধলৈ চাং বোজাই পুথিয়ে-পত্ৰই খাজ খোৱা,—বহুখিনিয়ে পুৰণি সম্পদেৰে ভৰ্তি। তলত এটা চুকত তেখেতৰ সহচৰ হোকা-চিলিমবোৰ, মলা ধপাতৰ টেমা, জুই লগোৱা টিকা, দিয়াচলাই আদি মজুত হৈ আছে। পেটে পেটে হাঁহি উঠিল ;—শৰ্মা ছাত্ৰৰ এইটো জতুগৃহ নে কি ? কেনেবাকৈ যদি টিকা আৰু দিয়াচলাইৰ সংযোগ হয় ! আৰু ভাবিলোঁ—সেই পুথিপত্ৰৰ চুকে-কোণে নিগনিৰ বাহটো আছেই, লগতে সাপ-সুপৰো আগমন হ'ব পাৰে। তেন্তে দেখোন সসৰ্পে চ গৃহে বাসঃ ......। পিছে মোৰ চকুতহে সেই পুথিৰ দ'মটো এটা ৰহস্যময় জঞ্জালস্বৰূপ। কিন্তু সেইটোৰ গৰাকী শৰ্মা ছাত্ৰৰ আগত সেই কিতাপ কাগজবোৰ ফটিকটীয়া কাচ যেন। এখন কিবা কিতাপৰ কথা কওঁতে তেখেতে পলকতে হাত মেলি এলোপা কাকতৰ মাজৰপৰা সেইখন উলিয়াই আনিলে ; সকলো যেন তেখেতৰ নখৰ আগত জিলিকিহে আছে! সিদিনা মই তেওঁৰপৰা বিদায় লৈ ওলাই আহোঁতে দুৱাৰ-মুখতে কোনোবা এজন আহি

কটো তুলিবলৈ প্ৰস্তাৱ কৰিলে। কাষৰ লোৱাত কটোপ্ৰাকাৰে ক'লে, "কেতিয়াবা প্ৰয়োজন হ'ব"। ভাবিলোঁ—এইটো ভালৰ লক্ষণ নহয়। দুয়োজনৰ কোনোবা এজন লিগাৰ হ'লে এই ছবিখনৰ হয়তো প্ৰয়োজন হ'ব পাৰে ভাবিয়েই এই প্ৰস্তাৱ হৈছে। অগত্যা বহিলোঁ তেখেতৰ ওচৰতে এখন বেতৰ চকীত।

তেতিয়াৰপৰা মই গুৱাহাটীলৈ গ'লেই তেওঁৰ তাত কাজে-অকাজে একোটা পাক মৰা অভ্যাস হ'ল। এদিন যাওঁতে তেখেতে পিছদিনা আবেলি চাহ খাবলৈ মাতিলে। সেইমতে তাৰ পিছৰ দিনা গৈ হাজিৰ হলোঁ। দেখিলোঁ তেখেতে ঘৰত নাই। ঘৰতো কোনেও কব নোৱাৰিলে তেওঁ ক'লৈ গৈছে।......ভাবিলোঁ হয়তো তেওঁ পাহৰিয়েই ক'ৰবালৈ ওলাই গ'ল নাইবা ওচৰতে কোনোবা এঘৰত বহি কথা পাতি আছে।—কিন্তু ক'তা, প্ৰায় আধা ঘণ্টামান হ'ল, তেওঁ আহি নাপালে। নিৰুপায় হৈ মই ভাবি-চিন্তি উলটি আহিলোঁ। গুৱাহাটীত সেই-যাত্ৰা আৰু তেখেতৰ লগত দেখা-দেখি নহ'ল। বৰপেটালৈ আহি দুদিনমান পিছত তেখেতৰ এখন চিঠি পালোঁ; সিদিনাৰ কথা লিখি তেওঁ দুখ কৰিছে। সিদিনা পানবজাৰৰপৰা তেখেতে হাতত লৈ অহা চাহৰ অনুপানৰ টোপোলাটো হেনো কিবা প্ৰকাৰে ওভাৰ-ব্ৰীজৰ ওপৰত হাত পিছলি পৰি গ'ল বাবে আকৌ পানবজাৰলৈ গৈ ঘূৰি আহে মানে গধূলি হৈ গ'ল; গতিকে দুয়োৰে লগ পোৱা-পুই আৰু নহ'ল। ইয়াৰ বাবে মই যেন একো অসন্তোষৰ ভাব মনত নাৰাখোঁ।

সিদিনাৰ কথা সিদিনাই গ'ল। তাৰো কিছুদিন পাছত খবৰ পালোঁ, তেখেত বৰপেটালৈ বাধিকা শান্তিৰ উৎসৱলৈ নিমন্ত্ৰিত হৈ আহিছে আৰু এখন মদ্য-নিষিদ্ধ গাঁৱত আছেহি। মই গৈ লগ ধৰিলোঁ;—দেখিলোঁ তেখেতে কোনো অসুবিধা বোধ কৰা নাই। মই তেওঁক মোৰ ঘৰত থাকিবলৈ অনুৰোধ জনাই আহিলোঁ। মোৰ ঘৰত এই কথা কোৱাত ঘৰৰ 'কৰ্তৃপক্ষ'ই ভয় কৰি ক'লে, "তেখেত যদি আহে তেন্তে আনন্দৰ কথাই হব, কিন্তু যদি কিবা অপৰাধ হয়! লৌকিক প্ৰবচনত আছে বোলে—'দি মৰে থাই তৰে'।" মই ক'লোঁ যে সেইবোৰ ভয়ৰ কথা একো নাই। ময়ো তেনেকৈ নাভাবোঁ আৰু তেখেত সেই চিন্তাৰ বহু ওপৰত।

তেখেত আহিল। এটা কোঠাত বিচনা পাতি দিয়া হ'ল। এখন মেজ, দুখন চকী যতনাই দিয়া হ'ল। যোগাৰ কৰি ৰখা হ'ল কিছু মজা ধপাত আৰু কাকতৰ টোপোলত বন্ধা কিছু টিকা। পূৰ্বকালত ছাত্ৰবিলাকে গুৰুগৃহত গুৰুৰ

অগ্নিহোত্ৰৰ কাৰণে একোমুঠি হাবিৰ কাঠ খৰি সংগ্ৰহ কৰিছিল। এতিয়া কলিকালত ছাত্ৰই গুৰুৰ কাৰণে এটোপোলা ধপাত আৰু চিলিমৰ কাৰণে এটোপোলা টকাকে ৰাখিছে। এইখিনি গঁজুলিৰে তেখেতে মোৰ ল'ৰা এটা ধপাত লগাই লোৱা বিদ্যাত 'পণ্ডিত' কৰি গলে। এনেকৈয়ে তেওঁ কেবাদিনো মোৰ ঘৰত অৱসৰ যাপন কৰিলে।

এবাৰ তেখেতে মোলৈ লিখিলে যে তেওঁ বিভিন্ন ইতিহাস ঘাটি উলিয়াইছে যে মোৰেই কোনোবা এজন পূৰ্বপুৰুষে হেনো ৰামসিংহৰ পক্ষ লৈ আহোম সেনাপতি লাচিত বৰফুকনৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। তেওঁক ৰজা ৰামসিংহই দিল্লীলৈ লৈ গৈছিল আৰু মোগল দৰবাৰত ঔৰংজেবৰ সন্মুখত অসমৰ যুদ্ধৰ পৰাজয়ৰ কাৰণ ব্যাখ্যা কৰিবলৈ অনুৰোধ কৰিছিল। তেখেতৰ ব্যাখ্যাতেই সন্তুষ্ট হৈ ঔৰংজেবে ৰামসিংহক দণ্ডৰপৰা ৰেহাই দিছিল। মাননীয় শৰ্মা ছাৰৰ এই চিঠিখন এখন উল্লেখযোগ্য চমু ৰচনা। চিঠিখনৰ প্ৰতিলিপি তলত দিয়া হ'ল।

চেনিকুঠী। গুৱাহাটী
১৩।৯।৫৮

প্ৰিয়বৰেষু,

কালি তোমাৰ শ্ৰীমানে মোৰ ঘৰতে তোমালোকৰ বংশ-তকজোপা দিয়াহি দেখি কিমান যে ৰং পালোঁ, চিঠিত লেখি প্ৰকাশ কৰিব নোৱাৰোঁ।

তোমালোকৰ পূৰ্ব পুৰুষ আছিল পাটবাউসীৰ চৌধাৰী। সেই চৌধাৰী বংশৰে কামেশ্বৰ নামে এজন লাচিত বৰফুকনৰ প্ৰতিদ্বন্দ্বী ৰামসিংহৰ লগত দিল্লীলৈ গৈছিল। কামেশ্বৰৰ লগত এই কেইজন বিষয়াও ৰামসিংহৰ লগত আছিল—গকুলচান্দ বৰুৱাৰ দদায়েক, জয়ানন্দ কাননগুঞ্জি, বজালিৰ কন্দৰ্পেশ্বৰ চৌধাৰী, খেত্ৰীৰ কেহোৰাই পাটোৱাৰী আৰু ভায়েক কল্যাণ। ৰামসিংহই অসম জয় কৰিব নোৱাৰাত আওৰংজেবে ৰামসিংহক পদচ্যুত নকৰি নিম্নস্তৰলৈ অৰ্থাৎ তলখাপলৈ নমালে মানে degrade কৰিলে। তেতিয়া আমাৰ চৌধাৰী কেইজনে একেআষাৰেই ক'লে, "আম কৰ, খাৰ, তেবেসে অসমৰ সুজান গচ মাৰিবলৈ যাব।" অৰ্থাৎ আমৰ গুটি পচাব, পচাই গছ গজাব, গজি ডাঙৰ হলে যেতিয়া ফল ধৰি পকিব, তেতিয়াহে অসম মৰিব লাগে—নাই নাই বুলিও

৮ বছৰৰপৰা অসম জয় কৰিবলৈ আয়োজন কৰিব লাগে। এনেকুৱে বুৰোৱাত আওৰংজেবে বামসিংহক স্বপদতে বাখিলে। লাচিত বৰফুকন মাট কৰিলে, এইকেইজন মুখবলী অসমীয়া বিবয়াৰ নামো থাকিব লাগে। তোমালোক যে সেই বুদ্ধিমান, চতুৰ, প্ৰতিভাসম্পন্ন কামেশ্বৰৰ পো-নাতি, তাকে মোক দেখুৱাবলৈ লাগে। আজিকালি আমাৰ চৰকাৰক Tradition ঐতিহ্য নেলাগে। কিন্তু Arthur Conan Doyle আদি বিশিষ্ট বৈজ্ঞানিকসকলে প্ৰমাণ কৰি দেখুৱাইছে যে পূৰ্বপুৰুষৰ প্ৰতিভা যেতিয়া পৰবৰ্তী-পুৰুষত ম্লান হৈ আছে তেতিয়া তাক উদ্দীপিত কৰিবলৈ যত্ন কৰিব লাগে। আভিজাত্য উলাই কৰিব নোৱাৰি; 'অঙ্গাৰং শতধৌতেন মলিনত্বং ন মুঞ্চতে'। মোৰ লাচিতৰ জীৱনীত তোমালোকৰ কামেশ্বৰ চৌধাৰী আৰু বাকী কেইজনৰ নাম উল্লেখ কৰিছো।

সভ্যতা, সাহিত্য, মাৰ্জিত ৰুচিবিশিষ্ট আচৰণ, বিশিষ্ট ব্যৱহাৰ পাৰতে নগজে। এইবিলাক পুৰুষ-পৰম্পৰায় ক্ৰমবৰ্ধমান আৰু ক্ৰমসংস্কৃত হৈ অহা গুণ। এইবিলাক কথা জুখি চাবলৈ বা পৰীক্ষা কৰিবলৈকে বংশাৱলীবিলাক মোৰ নিমিত্তে প্ৰয়োজন।

তোমাৰ ল'ৰাটিক মোৰ ইয়ালৈ আহিবলৈ কৈছোঁ।

বুঢ়া হ'লোঁ। কলম নচলে। ভাব থাকিলেও ভাষাৰ জেউতি নাই।

মৰম লবা। ইতি—

তোমাৰ শুভাকাঙ্ক্ষী
শ্ৰীবেণুধৰ শৰ্মা

১৯৭১ চনত মই চিকাৰলৈ গৈ হাতীৰপৰা পৰি পক্ষাঘাত ৰোগ আৰ্জি জীৱন-মৰণৰ সন্ধিস্থলত পৰি থকা শুনি তেখেতে চিঠিৰে আশীৰ্বাদ যাচি মোৰ আৰোগ্য কামনা কৰিছিল। চিঠিখন এনেকুৱা—

সুৰাগপুৰ, গুৱাহাটী-৮
১৬।১২।৭১

মৰমৰ প্ৰসন্ন,

আজি 'আসাম ট্ৰিবিউন'ত তোমাৰ টান বুলি পঢ়িবলৈ পাই বৰ চিন্তা লাগি আছে। মইও অলপতে হাস্পতালৰপৰা চক্ষুৰোগ ভুগি আহিছোঁ—ভাল নহ'ল।

তোমাৰ ঘৰেই মোৰো ঘৰটো টাহ মাৰি ধৰি থাকে যেন কৰে। সকলো ঈশ্বৰৰ ওপৰত। আমাৰ সময় পালেহি। সকলো কাম আধা কৰা হৈ ৰ'ল,

তোমাৰো বাসনা পূৰ নহ'ল। এইটোহে বৰ বেজাৰৰ কথা। বোধকৰোঁ বিজনীত ওচৰতে আছে।

চিঠিখন গমূৰালৈকে দিলোঁ।

ভগৱন্তক খাটিছোঁ—এবাৰ যেন তোমাক দেখা কৰিবলৈ সুযোগ দিয়ে। ইতি

তোমাৰ শুভাকাঙ্ক্ষী

শ্ৰীবেণুধৰ শৰ্মা

মই ভবাত এটা জীৱনত যথেষ্ট কাম তেখেতে কৰি এতাঁলে। সংসাৰৰ দায়িত্ব উপযুক্তভাৱে সমৰ্পণ কৰি এতাঁইছে। আৰু নো কি বাকী থাকিল? অৱশ্যে সাহিত্য-সংস্কৃতিৰ যদি কিবা আছিল, সেইটো কব নোৱাৰিলোঁ। সেই শ্ৰেণীৰ কাম কৰে মানে শেষ হৈ নাহে। স্বৰ্গীয় সূৰ্যকুমাৰ ভূঞাই ( মোৰ অন্যতম ছাত্ৰ ) লিখা কথালৈ মনত পৰে।

এই যে ৰচিলোঁ গান সকলো মিছাই।
বীণত আপোন সুৰ বাজি উঠা নাই॥

কংগ্ৰেছৰ পতনৰ পাছত জনতা চৰ্কাৰ হোৱাৰ সময়ত তেওঁ মোলৈ লিখিছিল—"তুমি এতিয়া গজি উঠা নানা দলত নোসোমোৱাকৈয়ে থকা মই ভাল দেখোঁ। মোৰো কিন্তু পাৰ্টি বগাই ফুৰাটো ভাল নালাগে। মই প্ৰগতিশীল নহলোঁৱেইবা। আগতে যি আছিলোঁ সেয়ে থকাৰেই পক্ষে। নিজৰ পক্ষে যি দলৰ নীতি ভাল লাগে তাতেই থকা ভাল যেন পাওঁ। বেলেগ বেলেগ শ্লোগান গাই ফুৰিবলৈ মন নাযায়। আৰু মইতো ভাবো যে বাইজৰ প্ৰতিনিধিত্ব কৰিবলৈহে পাৰ্টি।"

এনেকৈয়ে মোৰ ছাত্ৰ বেণুধৰ শৰ্মাৰ লগত মোৰ এক ঘনিষ্ঠ সম্পৰ্ক চলি আছিল। ছাত্ৰ হিচাপেই হওক বা শুভাকাঙ্ক্ষী হিচাপেই হওক, তেওঁৰ স্নেহাৰ্দ্ৰ পৰামৰ্শ মোৰ কাৰণে আছিল—একো একোটা পথ নিৰ্দেশনা। এই নিৰ্দেশ মই পৰাপক্ষত ক'তো অমান্য কৰা নাই।

এনেকুৱা এজন পুৰুষৰ মৃত্যুৰ বাতৰি শুনি মই গভীৰ দুখ অনুভৱ কৰিছিলোঁ। মনৰ দুখ পাতলাবলৈ বাতৰি কাকতলৈ বিবৃতি এটা দিম বুলি মাত্ৰ এষাৰি বাক্য লিখি সংবাদদাতাজনলৈ পঠালোঁ—"হায়! এখন বৰ আপুকগীয়া সাঁচিপতীয়া পুথি জুয়ে পুৰিলে।" কিন্তু দুখৰ বিষয় যে বাতৰিত মোৰ মনৰপৰা ওলোৱা এইষাৰি কথাৰ বিবৃতিও নোলাল। কিয় বা কাৰ হেমাহিত নোলাল নেজানো। এনে মূল্যবান মানুহজনেই ছাই হৈ গ'ল যেতিয়া আৰু মোৰ মনৰ বেজাৰত লিখা এষাৰী কথা! বাঃ।

# চাৰিঙৰ এছাটি :

**শ্ৰীযজ্ঞেশ্বৰ শৰ্মা**

মোৰ আইৰ বাই-ভনী পাঁচ গৰাকী। তাৰে চাৰিঙৰ এছাবিশিঙীয়া অধ্যাপকৰ ঘৰত পৰা দ্বিতীয় গৰাকীৰ ৰবপো পদুমফুল শ্ৰীবেণু শৰ্মা।

হামদৈৰ ক'লা কাকতীৰ ঘৰত বিয়া দিয়া চতুৰ্থ গৰাকীৰ এটি ল'ৰা, বগা মদাৰ ফুল এই অভাজন শৰ্মা।

গাতে লাগি থকা ঘটনা আৰু নিচেই আপোন মানুহ—এই দুটা কথাৰ আলোচনা কৰাটো টান—মদাৰ গছৰ পাণ-পৰাৰ দৰেই টান। কবি বা সাহিত্যিক-গৰাকী যদি আপোনা মানুহ হয়, তেন্তে তেওঁৰ সাহিত্য-কৰ্মৰ বিষয়ে কোৱাও সহজ কথা নহয়,—বেয়া বুলিলেও জগৰ, ভাল বুলিলেও লেঠা। বৰ ঠেকাত পৰিব লাগে।

জেঠাইৰ মুখে শুনিছিলোঁ,—"বেণুটো কেচুৱাতে কুৰীয়া আছিল—মানুহে পয়া-লগা বুলি কৈছিল; তোৰ মাৰেহে বিয়া দিয়াৰ আগতে চাৰিঙত থাকি (মাতামহ) তাক ডাঙৰ কৰিলে।" আমাৰ ককাদেউতায়ো কৈছিল—পঁয়া-লগা ল'ৰাই দোলাভাৰী পায়, জীয়াই থাকিলে বেণুৱে একঠা খাব। ককাদেউতাৰ ভবিষ্যৎবাণী ফলিয়ালে; তেখেতৰ গুণগ্ৰাহীবিলাকে বেণু শৰ্মাক দোলাত তুলি ৰাজবাটত ফুৰালে। ধন আৰু ক্ষমতাই এনে মৰ্যাদা নেপায়।

শৰ্মাদেৱে মাহীয়েকক (মোৰ আই) বৰ শ্ৰদ্ধা-ভক্তি কৰিছিল। আইয়ো 'বেণু' বুলিলেই পমি গৈছিল। নিজৰ ল'ৰা-ছোৱালীতকৈও মৰম-চেনেহ অলপ বেচিহে আছিল। আমাৰ ঘৰলৈ আহিলে শৰ্মাদেৱে পচুলি-মুখৰপৰা 'মাহী' বুলি চিঞৰি আহে, আইয়ো ল'ৰা-ধপৰাকৈ ওলাই আহে। পোণেই 'মাহী' মাতৰাৰ নলগালে আই যেন অলপ ক্ষুন্ন হয়। কেতিয়াবা তেখেত আহি মাহীক মাতৰাৰ নলগোৱাকৈ আনৰ লগত কথা পাতি থাকে। আয়ে গম পাই আলেখলেখ চাই কিছু সময়ৰ মূৰত নিজেই ওলাই আহে—"চাৰিঙৰ বা এছাটি বলিছে যেন পাওঁ"—এই কথাষাৰত ৰসিকতাও থাকে, অকণমান ক্ষোভও থাকে।

যেহেৰ সঁচাকৈয়ে কি আকৰ্ষণ! আই চুকাৰৰ আগদিনাখন 'বেণু'ৰে অনা আপেল এচকল মুখত দিহে ইহজগতৰপৰা বিদায় লয়।

শৰ্মাদেৱৰ চুৱাৰ-মুখেদি কেৰি-মেৰিকৈ চাৰিংজানটো বৈ গৈছে। বাৰিষা হ'লে পানীয়ে উপচি পৰে, খৰালি দিনত জানৰ বুকুতে চুৱাৰমুখে চুৱাৰমুখে একোটাইত পুখুৰী। গীতাৰ বানপানীৰ উপমালৈ মনত পৰে। চাৰিংজানত জুলুকিটো জপং কৰিলেই এসাজৰ মাছ। পইছাটো দিলেই এটিপা গাখীৰ। শস্তে মৎস্তে অনুপম। ৰংপুৰৰপৰা বিং মাৰিলে শুনা এই চাৰিঙতে সাত খেল কাকতীৰ মাজতে বেণু শৰ্মাৰ জনম। দক্ষিণ-পটীয়া গোঁসাইৰ শিছ। এই উপাদানবোৰ শৰ্মাদেৱৰ আঁহে আঁহে সোমাই আছে।

জীৱনৰ প্ৰথমতে ছুবছৰ কি এবছৰ মাষ্টৰী কৰাৰ বাহিৰে তেওঁ ক'তো নিগাজী চাকৰী বুলি একো কাম কৰা নাই। মাজতে ঠেঙ্গালত ছমাহমান, ডিব্ৰুগড়ত এবছৰমান বাতৰি কাকতৰ সম্পাদক হিচাপে আছিল, কিন্তু চাকৰি বুলি কৰা নাছিল।

'চতাই' পুৰেৰতলৈ যোৱা নাছিল যদিও পৰ্বতে-পাৰণ্ডে হাতী চিকাৰৰ উত্তেজনা উপভোগ কৰিছিল। পুথি-পাঁজি বিচাৰি, বুৰঞ্জীৰ পম খেদি ভৈয়ামৰ গাঁও-ভূঁই গচকিবলৈ বাকী থোৱা নাছিল। বগা চাহাবৰপৰা ক'লা কানীয়ালৈকে তেওঁৰ বন্ধুৰ সীমা-সংখ্যা নাই। সেইবোৰ অভিজ্ঞতাৰ একেৰাহে লিখিছিল। দহগুণ মনত ৰাখি থৈ ছমজদাৰ শ্ৰোতা পালে কৈছিল। তেওঁৰ যাযাবৰ জীৱনৰ কথা শুনিলে শুনি থাকিবৰ মন যোৱা এই কাহিনীবোৰ কেনেবাকৈ ধৰি ৰাখিব পৰা হলে!

শিৱসাগৰীয়া ছাত্ৰ-জীৱনত সেইকালত পদ্মধৰ চলিহা, ভগৱতীপ্ৰসাদ বৰুৱা আদি তেওঁৰ লগৰীয়া আছিল। তাৰ মাজত তেওঁৰ এখন বিশেষ আসন আছিল। স্কুলত পঢ়া অৱস্থাতে 'আলোচনী'ত তেওঁৰ 'হে মানব, চিনি লোৱা জীৱনৰ পথ'ৰ নিচিনা প্ৰবন্ধ, 'শিক্ষকৰ সুখ'ৰ দৰে গল্প আৰু কেইটামান কণ-কণ কবিতাও ওলাইছিল বুলি তেখেতৰ মুখৰপৰা শুনিছিলোঁ। ইংৰাজীৰপৰা তৰ্জমা তেওঁৰ সাহিত্যিক জীৱনৰ আৰম্ভ। 'ৰবিনছন ক্ৰুচ'ৰ অসমীয়া ভাঙনি তেৱেঁই কৰা— বন্ধু গিৰীন্দ্ৰনাথে মাথো অলপ লা-হো কৰি দিছিল। বঙ্গবাসী কলেজত পঢ়া অৱস্থাতে এই পুথি ছপা হয়। লগে লগে ছাৰ্লক হমছৰ বিখ্যাত ডিটেকটিভ-কাহিনীবোৰৰ কিছুমানৰ ভাঙনি 'বাহীত' ওলাইছিল। অসমীয়া জতুৱা ঠাচৰ

ব্যৱহাৰ, আজিকালি পাহৰি যোৱা অসমীয়া শব্দ, খণ্ডবাক্য আদিৰ প্ৰয়োগ তেওঁৰ গন্ধৰীতিৰ প্ৰধান লক্ষণ। অসমীয়া মানুহৰ কথা-কোৱাৰ ঠেও তেওঁৰ গদ্যত ৰাখিবলৈ চেষ্টা কৰিছিল। 'ষ্টাইল ইজ ড্যা মেন' ৰচনা ৰীতিয়েই মানুহটোৰ চিনাকি দিয়ে—এই কথা বেণু শৰ্মাৰ গাত তেনেই খাটে। মানুহজন যেনে কথাই-বাৰ্তাই খোৱাই-বোৱাই অসমীয়া, তেওঁৰ গদ্যও সাইলাখ অসমীয়া। তেওঁৰ ৰচনাশৈলীত বুৰঞ্জীৰ ভাষা, বেজবৰুৱা আৰু লখোদৰ বৰাৰ প্ৰভাৱ ধৰিব পাৰি। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ অকালমৃত্যুত শোক প্ৰকাশ কৰি বাঁহীত লিখা দুটা নে তিনিটা পেৰেগ্ৰাফ বেণু শৰ্মাৰ গদ্য ৰচনাৰ প্ৰতিনিধি। তেওঁৰ উপমা-বোৰতো এটা বিশেষ চোক আছে। উদাহৰণস্বৰূপে দেখুৱাব পাৰি—

"কাঁচিয়ালি ব'দত তৰাৰতীয়ে যেতিয়া চুলিবোৰ জেলাইলাইকৈ মেলি দিয়ে, তেতিয়া ব'দৰ জিলিঙণি পৰি যিটো জিকমিকনি উঠে, তাক দেখিলে এনেকুৱাহে লাগে যেন ওৰ যাব খোজা মচোৱা গোম সাপৰ চকুৰ তিৰবিৰণিহে ওলাইছে।" এই এটি বাক্যতে শৰ্মাদেৱৰ লেখনীৰ ৰীতিটো ওলাই পৰিছে—বুৰঞ্জী আৰু সাহিত্যৰ শুভ-পৰিণয়।

কলিকতাত পঢ়ি থাকোঁতেই তেখেতৰ বুৰঞ্জীৰ প্ৰতি ধাপ বাঢ়িল। ইম্পিৰিয়েল লাইব্ৰেৰীলৈ (বৰ্তমান নেছনেল লাইব্ৰেৰীলৈ) দিনৌ গৈছিল। আৰু কিতাপ কাগজ খুচৰি থাকোঁতেই অসম বুৰঞ্জীৰ বহুত কথাৰ সন্ধেদ পায়। জে. পি. ৱেডৰ একাউণ্টছ অৱ অসমৰ খবৰো তেতিয়াই পায়।

আমাৰ ভালেখিনি সাহিত্যিকৰ দৰে নামঘৰৰ মুখত 'ধেইডাও' বুলিয়েই একেলৰেই মণিকূটৰ থাপনাৰ গুৰি পোৱাগৈ নাই। তেখেতৰ সাহিত্য ৰচনা আৰু বুৰঞ্জী-জ্ঞান—দীঘলীয়া অধ্যয়ন, ভ্ৰমণ আৰু তীক্ষ্ণ পৰ্যবেক্ষণৰ ফল। তেখেত ড্ৰয়িংৰুমৰ বা চ'ৰাঘৰৰ সাহিত্যিক নহয়। তেখেতে একোটা শব্দ, একোটা খণ্ড-বাক্য বহুত গুনি-ভণি, ভাবি-চিন্তি লেখে—আমাৰ দৰে মধে মধে য'তে ত'তে বাৰবঙ্গলুৱা কিতাপ আলোচনীৰ অনুকৰণ কৰি নেলেখে। আমি এনে বিজতৰীয়া হৈ পৰিছোঁ, শুদ্ধকৈ অসমীয়াকে পঢ়িব নাজানো। তেওঁৰ এই এটা বেজাৰ। তেওঁৰ ৰচনা শুদ্ধকৈ পঢ়িব পৰা মানুহো সৰহ নোলাব।

কলেজৰপৰা ওলাই আহিয়েই মহাত্মাৰ অসহযোগ আন্দোলনত যোগ দি এবছৰমান কাটেকতো ভাত খালে; কিন্তু 'টুপীধৰ শৰ্মা' হৈ থাকিব নোৱাৰিলে আৰু ভৱিষ্যত তাম্ৰপত্ৰ প্ৰাপ্তিৰো মুৰ মৰিল। বুৰঞ্জী আৰু সাহিত্যই তেওঁক

হাত-বাউল দি মাতিলে ; সেই আহ্বান তেওঁ আওকাণ কৰিব নোৱাৰিলে। তাহানি দ্বিজেন্দ্ৰলাল ৰায়ে কৈছিল, 'জননী বঙ্গভাষা এজীৱনে চাহি না অৰ্থ চাহি না মান'। বেণু শৰ্মাই এনে ভাবৰ ভকত হৈ ভাষা সাহিত্যৰ একধৰে শৰণীয়া হৈয়েই থাকিল।

চাৰিকুৰি সাতবছৰীয়া সুদীৰ্ঘ জীৱনত অসম দেশখনৰ কথাকে জপ কৰি অহা বেণুধৰ শৰ্মাৰ গুৱাহাটীৰ সুৰাগপুৰৰ নিজাঘৰত উত্তৰায়ণত পৰলোক প্ৰাপ্তি ঘটে। অসম দেশৰ গাঁও-ভূই, কীৰ্তিকলাপ, সত্ৰ-সভা, পুথি-পাজি, গছ-লতাৰ কাহিনী বুৰঞ্জী, এয়েই সকুকালৰপৰা তেওঁৰ আৰাধ্য দেৱতা। অসমৰ অতি আওহতীয়া ঠাইবোৰ খোজ কাঢ়ি গৈও তেওঁ নিজে চাই ফুৰিছিল, সেই ঠাইবোৰৰ বিষয়ে জানিবলৈ, শিকিবলৈ। দেশখনক অতি আপোন বুলি ভাল নাপালে এইদৰে মানুহে জপ-কৰি ঘূৰি পকি ফুৰিব নোৱাৰে। অসমৰ বুৰঞ্জীৰ সম্পৰ্কে, বিভিন্ন লোক আৰু ঠাইৰ সম্পৰ্কে তেওঁৰ অসীম জ্ঞান আছিল, তেওঁক সেই বিষয়ৰ বিশ্বকোষ বুলিব পাৰি। শব্দৰ আৰু জটুৰা বাক্য ব্যৱহাৰৰ প্ৰতি অতি সচেতন আছিল। তেওঁৰ মতে 'মাত এৰিলেই জাত এৰে'।

# বেণুপুৰাণৰ ৰেঙণি

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

'চাৰি বেদ, চৈধ্য শাস্ত্ৰ, ওঠৰ পুৰাণ'—ইয়াকে লৈ হিন্দুধৰ্ম। সাহিত্যও মানৱ জীৱনৰ এবিধ ধৰ্ম। এই ধৰ্মত কেৱল আধ্যাত্মিকতাই নেথাকে। ই মানৱ জীৱনৰ বিভিন্ন দিশ সামৰি লয় আৰু ইয়াৰ ব্যাপকতাত আৰু গভীৰতাত মানৱ জীৱনৰ সৰ্বাত্মক ৰূপ দেখা যায়। ইয়াৰ পাৰাপাৰ নাই, ব্যাপকতাৰ কোনো নিৰ্দিষ্ট সীমাৰেখা নাই। এই ফালৰপৰা নিৰীক্ষণ কৰি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ সমগ্ৰ সাহিত্যক 'লক্ষ্মীপুৰাণ' আৰু বুৰঞ্জী-মধুকৰ বেণুধৰ শৰ্মাৰ সমগ্ৰ সাহিত্যক 'বেণুপুৰাণ' আখ্যা দিব পাৰি। পুৰাণত অলেখ কাহিনী-উপকাহিনী, নায়ক-উপনায়ক থকাৰ দৰে লক্ষ্মীপুৰাণ আৰু বেণুপুৰাণেও অলেখ উপাদান পেটত সুমুৱাই লৈছে। বৃহৎ লক্ষ্মীপুৰাণৰ তুলনাত বেণুপুৰাণ অপেক্ষাকৃতভাৱে সৰু হলেও মূল্যবান।

জয়জয়তে কৈ থওঁ যে মোৰ এই পুৰাণ কোনো ধৰ্মীয় পুৰাণ নহয়, এখন সাহিত্য-উপপুৰাণৰ আংশিক আলেখলেখহে। পুৰাণৰ নায়ক শৰ্মাদেৱৰ ঘৰুৱা জীৱন বা ব্যক্তিগত জীৱনৰ কথা পৰিয়ালৰ মানুহ আৰু তেওঁৰ ঘনিষ্ঠ বন্ধুলৈ এৰি মই এই পুৰাণৰ বিশেষকৈ সাহিত্যৰ দিশটোহে কিঞ্চিৎকৈ চালিজাৰি চাব খুজিছোঁ। এই কথা অনস্বীকাৰ্য যে বেণুপুৰাণত লক্ষ্মীপুৰাণৰ দৰে সাহিত্যৰ সৰ্বাত্মক ৰূপ নাই। এইখন পুৰাণ বা বেণুধৰ শৰ্মাৰ সাহিত্য বুৰঞ্জীকেন্দ্ৰিক। বুৰঞ্জীৰ পেটতে জীৱন-চৰিতো আছে। তদুপৰি ইয়াত আছে মৌ-মিঠা শিশু-সাহিত্য, সংবাদ-সাহিত্যৰ সোণৰ সঁফুৰা আৰু কিবাকিবি লামলাকটু বহুত।

আচল কথালৈ আহোঁ। শ্ৰদ্ধাভাজন বেণুধৰ শৰ্মা ডাঙৰীয়া অসমীয়া ভাষা-সাহিত্যৰ দ্ৰোণাচাৰ্য। অসমৰ জাতীয় যুদ্ধৰ অন্যতম পালি-সেনাপতি। শৰ্মাদেৱৰ লগত কেতিয়া, ক'ত, কেনেকৈ মই প্ৰথম মুখামুখি হৈছিলোঁ সেই কথা আজি মোৰ মনত নপৰে। কিন্তু এই কথা হলে মনত আছে যে মোৰ মনতপৰা দিনাৰপৰা তেওঁক মই জানিছিলোঁ আৰু ভাল পাইছিলোঁ, বিভিন্ন কাকত-পত্ৰত প্ৰকাশিত

তেওঁৰ ৰচনাৰাজিৰ যোগেদি। দেখা নোপোৱা দিনৰপৰাই চকুৰ আঁতৰত থাকিলেও ৰংপুৰীয়া বেণু শৰ্মাৰ লগত গুৱাহাটীৰ এই লেখকৰ মনৰ মিল হৈছিল। পিছত দেখাদেখি হোৱাত আমি দুয়োজন সনাপিঠা বন্ধু হৈছিলোঁ। কোনো কোনো বিষয়ত মতৰ পাৰ্থক্য থাকিলেও শেষ পৰ্যন্ত আমাৰ বন্ধুত্ব অব্যাহত আছিল। অসম সাহিত্য সভা আছিল আমাৰ বন্ধুত্বৰ যোগসূত্ৰ। আমি সকলোটি সৰু-বৰ অসমীয়া সাহিত্যিক একেটা সচঙৰ হৰিভকত, একেটা পৰিয়ালৰ মানুহ। শৰ্মাদেৱ বয়সত মোতকৈ আঠ ন বছৰ ডাঙৰ। মই তেওঁক সদায় ৰবককাইৰ দৰে শ্ৰদ্ধা কৰিছিলোঁ আৰু তেওঁ মোক সৰু ভায়েকৰ দৰে ভাবিছিল। তেওঁ সচল অৱস্থাত থকা দিনলৈকে মাজেসময়ে মোৰ ঘৰলৈ আহি বা-বতৰা লৈ গৈছিল। ডায়েৰী লিখাৰ অভ্যাস থকা হলে বহু পুৰণি বসাল স্মৃতি এই আলচত আঁত লগাই লিখিব পাৰিলোঁহেতেন।

শৰ্মা মানুহজন আছিল কথাই-বতৰাই, চলনে-ফুৰণে, খাবনে-বোৱনে, শয়নে-সপোনে, হাড়ে-হিমজুৰে অসমীয়া। তেওঁ মোৰ 'তপোবন'লৈ আহিলে এজন খাৰখোৱা, পকাৰ্থবিছা, ভীমকল খোৱা আগৰদিনীয়া অসমীয়া ডাঙৰীয়া অহা যেন আমি অনুভৱ কৰিছিলোঁ। ওখ-পাখ, বৰ শকত-আৱত নহলেও বাটলুগুটীয়া গাঠলু শৰ্মাৰ গাত আছিল এক বিশেষ ব্যক্তিত্ব। এই ব্যক্তিত্বই আছিল 'বেণুপুৰাণ'ৰ খাই বৈশিষ্ট্য। তেওঁৰ লেখাৰ কালিকা আৰু কথাৰ কালিকা একে পৰ্যায়ৰ আছিল। ঘৰুৱা পৰিবেশত কোৱা কথাবোৰো তেওঁ আবৃত্তি-ভংগীত কৈছিল। চাহাব-বাঘ গাণিঙৰ আগত যেনেকৈ তেওঁ বুকু ফিন্দুৱাই কথা কৈছিল, আহোম-সভাৰ সভাপতি দানবীৰ সন্দিকৈ ডাঙৰীয়াৰ আগতো 'বিষয়-বাসনাহীন বামুণৰ ল'ৰা বেণুধৰে' তেনেকৈ নিজৰ মত ব্যক্ত কৰি সন্দিকৈ ডাঙৰীয়াৰ স্নেহভাজন হব পাৰিছিল—এনে বহুত কথা তেওঁ নাটকীয় ভংগীৰে মোৰ তপোবন চ'ৰাঘৰত হুবহু দাঙি ধৰিছিল। সেইবোৰ কথা তেওঁ কোনো কোনো ঠাইত লিখি গৈছে যদিও সেই আবৃত্তিভংগী লিখি সম্পূৰ্ণভাৱে প্ৰকাশ কৰিব নোৱাৰি। লেখক বেণু শৰ্মা থাকিল কিন্তু কথক বেণু শৰ্মা কাললৈ হেৰাই গ'ল।

বাগ্মীবৰ নীলমণি ফুকন ককা আৰু বুৰঞ্জীসাধক বেণুধৰ শৰ্মাক মই অসম সাহিত্য সভাৰ ভ্ৰাম্যমান সভাপতি আখ্যা দিছিলোঁ। এই বিষয়ত অৱশ্যে দুয়োগৰাকীৰ পাৰ্থক্যও নথকা নহয়। ককাই ওৰে জীৱনে বক্তৃতাৰ ফুলজাৰী মাৰিবলৈ আৰু মানৰ আগভাগ লবলৈ ভাল পাইছিল। বেণুধৰ শৰ্মা কিন্তু

ককাবদৰে ৰবমেলুৰৈ হলেও মান মুটনি ফুৰা মানুহ নাছিল। ভীমকৰ্ম্মা গিৰিধৰ শৰ্মাও তৃতীয়জন ভ্ৰাম্যমান সভাপতি আছিল। তেওঁ তেওঁৰ কাৰ্যকালৰ বছৰটোত টাকুৰী-ঘূৰা দিছিল। নীলমণি আৰু বেণুধৰে প্ৰায় ওৰে-জীৱন সুযোগ ওলালেই গাঁৱে-ভূঞে গৈ য'তে ৰাতি ত'তে কাতি হৈ একোখুন্দা মাৰিছিল। বেণুধৰ শৰ্মা প্ৰতিষ্ঠা যুগত এবছৰ অসম সাহিত্য সভাৰ প্ৰচাৰক বিষয়া হৈছিল। সোণালী যুগৰ প্ৰথম বছৰত সাহিত্য সভাৰ ছিলং অধিবেশনত (১৯৫২ চন) তেওঁ বুৰঞ্জীৰ চাকলি পীৰাত বহিছিল আৰু পিছত ধুবুনীঘাটত অনুষ্ঠিত ৰূপালী জয়ন্তী অধিবেশনত (১৯৫৬ চন) তেওঁ এইখন ৰৰসভাৰ ৰৰপীৰাত বহিছিল। তেওঁৰ অভিভাষণ দুখন বেজবৰুৱা আৰু সন্দিকৈৰ ভাষণৰ দৰে জ্ঞানগৰ্ভ লাথটকীয়া নহলেও স্বকীয় বেণুধৰী ভাব-ভাষাৰে পৰিপুষ্ট সোণ-সেৰীয়া মুকুতাবুলীয়া হৈছিল। অসম সাহিত্য সভাৰ লগত শৰ্মাদেৱৰ সম্পৰ্ক সেৰেঙা আছিল অৰ্থাৎ তেওঁ সভাখনৰ লগত কোনো সময়তে লিপিট খাই লাগি ধৰা নাছিল। তেওঁ অৱশ্যে সদায় আলেঙে আলেঙে সভাৰ লগতে আছিল, অসমৰ সকলো ঠাইতে ভ্ৰমণ কৰি পৰোক্ষভাৱে অসম সাহিত্য সভাৰ কৰণীয় কামকে কৰিছিল। ক'ৰবাত টোকোৰা বাহৰ সন্ধুলিৰ সন্ধেদ পালে তলৈকো তেওঁ ঢাপলি মেলিছিল, বিস্তৰ গাঠিৰ ধন ভাঙি সম্ভাব্য স্থলৰপৰা সাঁচতীয়া বস্তু বিচাৰি আনিছিল।

টোকোৰা চৰাইৰ বাহত সোণৰ বেজী থকা সাধু শুনা যায়, আচলতে আছে নে নাই নেজানো। বেণুধৰ শৰ্মাৰ টোকোৰা বাহত কিন্তু সোণৰ বেজী নেথাকিলেও আপুৰুগীয়া লামলাকটুৰ মণি-মাণিক আছিল প্ৰচুৰ। শৰ্মাদেৱ আছিল অসম দেশৰ ইতিবৃত্তৰ ভঁৰাল, হেৰাই যোৱা দিনবোৰৰ পুৰণি কথাৰ থুনপাক। আজিকালি ভ্ৰাম্যমান নাট্যদলৰ নাটকৰ দৰে বেণু শৰ্মা আছিল এখন ভ্ৰাম্যমান চলন্ত বুৰঞ্জী। তেওঁ য'লৈকে গৈছিল অসম বুৰঞ্জীও তেওঁৰ লগে লগে গৈছিল। পুৰণি কথাৰ উৰহীৰ ওৰ বিচাৰিবলৈ তেওঁ সততে যত্ন কৰিছিল। পুৰণি কথাৰ, পুৰণি বংশৰ গুৰি-গছ জনা ছিলঙৰ মাণিকচন্দ্ৰ হাজৰিকা, শৈলেন্দ্ৰকুমাৰ দত্ত আৰু গুৱাহাটীৰ গোলাপচন্দ্ৰ হাজৰিকা প্ৰভৃতি বহুতৰ ঘৰলৈ তেওঁ সততে আহ-যাহ কৰি সমল গোটাই আনি নিজৰ পুৰণি কথাৰ ভঁৰালটো চহকী কৰিছিল। বেণুধৰ শৰ্মা প্ৰকৃত বুৰঞ্জীলেখক আছিল নে নাই আৰু তেওঁৰ বুৰঞ্জীমূলক আলোচনাবোৰ বৈজ্ঞানিক পদ্ধতিতে লিখা হৈছিলনে নাই সেইটো বিতৰ্কৰ বিষয় হ'ব পাৰে, যই

সেই বিতৰ্কৰ মাজত নোসোমাওঁ। তথাপি এই কথা ডাঠি ক'ব পাৰোঁ যে শৰ্মাদেৱ এজন নিবহ-নিপানী বুৰঞ্জীসাধক আছিল। গুণাভিৰাম বৰুৱা, হিতেশ্বৰ বৰবৰুৱা, সূৰ্যকুমাৰ ভূঞা আৰু বেণুধৰ শৰ্মা প্ৰায় একেশাৰীৰ বুৰঞ্জীসেৱক। চাৰিওজনৰ দৃষ্টিভংগী বেলেগ আৰু নিৰীক্ষণ-প্ৰণালী ভিন্ন হ'ব পাৰে, সংগৃহীত তথ্যপাতিত কেৰোণ থাকিব পাৰে, তথাপি এই চাৰিগৰাকী লব্ধপ্ৰতিষ্ঠ বুৰঞ্জীসাধকক অসমীয়া সাহিত্যাই পাহৰিব নোৱাৰে। এইসকলে অসমীয়া বুৰঞ্জী-সাহিত্যলৈ যি অৰিহণা আগবঢ়াই গ'ল, সি অমূল্য।

বেণুধৰ শৰ্মা কবি নাছিল। তেওঁ কথা-সাহিত্যিকহে আছিল। শৰ্মাদেৱৰ ৰচিত এটা মাথোঁ গীত আলোচনীৰ পাতৰপৰা বুটলি লৈ মই মোৰ 'জাতীয় সঙ্গীত' পুথিত অন্তৰ্ভুক্ত কৰিছিলোঁ। এইটোকে শৰ্মাৰ কবিতাৰ একমাত্ৰ চানেকী বুলি ধৰি ল'ব পাৰি। সেই গীতটোৰপৰা তলৰ কেইশাৰীমান তুলি দিলোঁ।

( ১ )

"জয় মোৰ অসম জয়!
আজি যে মাতৃৰ পূজাৰ মন্দিৰ
শঙ্খ দুন্দুভিময়।
চন্দন-ধূপ-সৌৰভ সতে
সিঞ্চিত ফুল চৰণ প্ৰান্তে
মুক্ত হৃদয় মুক্ত আকাশ
পুণ্য অৰুণোদয়।
আকণ্ঠ পূৰি উচ্চাৰা সবে
জয় মোৰ অসম জয়॥

( ২ )

ঢৌৰে বুলাই যায়,
বেদৰ বাণী লুইতৰ পাৰত
মন্দ মলয়া বাই।
মহিমাশালী আজি নন্দনপুৰী
পৰিছে মৰুত অমৃত ঝৰি।

উথলি উঠিছে উৎস হিয়াৰ
সতীৰ্থসবক পাই,
'চফি' বৈষ্ণবে কোলাকুলি কৰা
(এয়ে) তীৰ্থ হৃদৰ ঠাই ॥"

বেণুধৰ শৰ্মাই প্ৰকাশিত অপ্ৰকাশিত কেইখন কিতাপ ৰচনা কৰি থৈ গ'ল, কিমান প্ৰবন্ধ-পাতি আলোচনী আৰু বাতৰিকাকতৰ পাতত কিংবা ঘৰত হাতেলিখা অৱস্থাত বৈ গ'ল, সেই বিষয়ে এতিয়াও সঠিক জৰীপ হোৱা নাই। বেজবৰুৱা গ্ৰন্থাৱলী বা জ্যোতিপ্ৰসাদ ৰচনাৱলীৰ দৰে 'বেণুধৰ গ্ৰন্থাৱলী' প্ৰকাশ হৈ ওলোৱাৰ পিছতহে সেই সম্পৰ্কে জানিবলৈ আৰু পৰ্যালোচনা কৰিবলৈ সহজ হ'ব। মুঠতে বেণুপুৰাণ তিনিটা পৰ্যায়ত বিভক্ত কৰিব পাৰি। যেনে,

১। বুৰঞ্জী আৰু জীৱনী সাহিত্য
২। শিশু-সাহিত্য
৩। সংবাদ সাহিত্য আৰু বিবিধ

প্ৰথম পৰ্যায়ৰ গ্ৰন্থৰ আগশাৰীত 'মণিৰাম দেৱান', 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' আৰু 'দক্ষিণপাট সত্ৰৰ বুৰঞ্জী' এই তিনিখন গ্ৰন্থ থব পাৰি। 'মণিৰাম দেৱান' শৰ্মাদেৱৰ বহু বছৰৰ পৰিশ্ৰমৰ সুফল। এনে ধৰণৰ পৰিশ্ৰম কৰিছিল ড° সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াই তেওঁৰ 'আনন্দৰাম বৰুৱাৰ জীৱনচৰিত' যুগুত কৰোঁতে। চাৰিউটীয়া বেণুধৰে চাৰিউটীয়া মণিৰামক গজগজীয়া ভেটিত প্ৰতিষ্ঠা কৰি থৈ গ'ল।

'মণিৰাম দেৱান'ৰ উপৰিও আন এখন গ্ৰন্থ 'গঙ্গাগোবিন্দ ফুকন" আৰু 'অৰ্ঘ্যাৱলী'ৰ অন্তৰ্গত গোবিন্দ বেজবৰুৱা প্ৰমুখ্যে জনচেৰেক স্বনামধন্য লোকৰ জীৱন-কথা লিখি শৰ্মাদেৱে আন এটা প্ৰশংসনীয় কাম কৰি থৈ গৈছে। পাহৰণিৰ গৰাহৰপৰা তেওঁলোকক লোকচকুৰ আগত উপস্থাপন কৰি দেশৰ পুৰণি কথাৰ লগতে পুৰণি মানুহবোৰৰ প্ৰতি অনুৰাগো বেণুপুৰাণৰ এটা আদৰ্শনীয় বিষয়। 'কংগ্ৰেছৰ কাঁচিয়লি ৰদত' নামৰ গ্ৰন্থখনিয়ে শৰ্মাদেৱক একাডেমী বঁটা বিজয়ী কৰিলে। বিন্দুত সিন্ধুৰ প্ৰতিফলন হোৱাৰ নিচিনাকৈ শৰ্মাৰ এই আঞ্চলিক গ্ৰন্থখনে এখন ৰাজ্যৰ এটা আন্দোলনৰ সামগ্ৰিক ৰূপটো ফটফটীয়াকৈ ফুটাই তুলিছিল। এই গ্ৰন্থত বিখ্যাতসকলৰ লগতে অৰ্ধখ্যাত আৰু অখ্যাতসকলো বিখ্যাত হৈছিল, নিনাওলকলো জনাজাত হৈছিল। মই ভাবোঁ, কেবাখনো ভাল গ্ৰন্থৰ মাজত এইখনেই শৰ্মাদেৱৰ শ্ৰেষ্ঠতম গ্ৰন্থ।

শিশু-সাহিত্য লেখক হিচাপেও বেণুধৰ শৰ্মাৰ কৃতিত্ব অনস্বীকাৰ্য। এই সম্পৰ্কত তেওঁৰ 'বাংগতা' আৰু 'মৰমৰ কাবেং' (যিচু জীৱনী) নামৰ পুথি দুখনলৈ মোৰ মনত পৰিছে। এইবিধ কিতাপৰ ৰচক হিচাপে বেণু শৰ্মাক 'সাধু-কৰা' বুলিব পাৰি। তেওঁৰ ৰচনা-কৌশল, মাত-কথা, ভাব-ভাষা সৰল সহজ আৰু প্ৰশংসনীয়। অকণিহঁতে পঢ়ি ভাল পায়, সহজে বুজি পায়।

অসমৰ সংবাদ-জগততো শৰ্মাদেৱৰ কীৰ্তি গৌৰবোজ্জল। হাতত কাপ লোৱাৰ দিনাৰেপৰা জীৱনৰ শেষ দিনলৈকে অসমৰ আলোচনী, বাতৰি-কাকতৰ লগত তেওঁৰ সম্পৰ্ক আছিল নিবিড়। গাত বান্ধনি বেলিৰ উম লৈয়েই তেওঁ 'নাম মাই' নামৰ এখন স্থানীয় মাহেকীয়া আলোচনীত 'বাগিচাৰ চাহাবৰ প্ৰকৃতি' নামৰ এলানি স্মৃতিব্যঞ্জক প্ৰবন্ধ লিখিছিল। আসাম বিলাসিনী, টাইমচ অব্ আচাম, বাঁহী, উষা, বন্তি, আলোচনী, আৱাহন, আলোক, শান্তিদূত আৰু অৰুণ আদি অলেখ অসমীয়া কাকতৰে তেওঁ বাতৰি যোগানিয়াৰ, লেখক বা নিয়মীয়া পাঠক আছিল। সম্পাদক হিচাপে ডিবুৰুৰ নন্দেশ্বৰ চক্ৰৱৰ্তীৰ 'তৰুণ অসম' আৰু যোৰহাটৰ ঠেঙালৰ দৈনিক 'বাতৰি'ৰ লগত বাগ্মীবৰৰ সহযোগী সম্পাদক হিচাপে তেওঁৰ প্ৰত্যক্ষ সংযোগ ঘটিছিল। 'তৰুণ অসম'ত তেওঁৰ স্বকীয় ভাব-ভাষা আৰু ৰচনা-ৰীতিৰ জেউতি চৰিছিল। তাত তেওঁ নিজৰ শব্দশাল পাতি পাৰিভাষিক নতুন শব্দ গঢ়িছিল। তেওঁ সংকলন কৰা 'বাতৰিৰ বিভূতি' নামৰ কিতাপত বক্তৃতাসৰ্বস্ব বাগ্মীবৰৰ মূল্যবান সম্পাদকীয়বিলাক সাঁচতীয়া সম্পত্তি হিচাপে সংগৃহীত হৈছে। মুঠতে বাতৰিপ্ৰেমী সাহিত্যসেৱী বেণুধৰকো অসমীয়া সাহিত্যৰ যুৱজীয়ে কেতিয়াও পাহৰিব নোৱাৰে, পাহৰাটো উচিতো নহয়।

বেণুধৰ শৰ্মাৰ সাহিত্যৰ ৰসৰ জুতি পাবলৈ আজিৰ ডেকাসকলে টান পোৱা হৈছে কিয়নো আমি দিন গৈ আছিছে মানে বেছি বিজতৰীয়া হৈ আহিছোঁ। নিজৰ আইজনীকো মা বুলিলেহে চিনি পোৱা অৱস্থা হৈছে। পুৰণি চুগঠুগী জোনবিৰি এৰি পেলোৱাৰ দৰে বেণু শৰ্মাৰ সাহিত্যৰ সাতশৰীও আমি ভাল নেদেখা হৈছোঁ। লক্ষ্মীনাথৰ কাহুদী-খাৰাল পকাৰ্থবিচাও আমাৰ জিভাত ভাল নলগা হৈছে। সেয়ে হলেও বাচনীয়া ভাষাই যুগৰ লগত তৰপে তৰপে মোট সলালেও লক্ষ্মীনাথ-বেণুধৰৰ ভাষা-সাহিত্যক কোনেও নেওচা দিব নোৱাৰে, দিলে অধৰম হ'ব, খাই পাত ফলা অজীৰ্ণপাতকী কাম কৰা হ'ব।

বেণুপুৰাণৰ আটাইতকৈ আকৰ্ষণীয় দিশটো হৈছে লেখকৰ ৰচনাশৈলীৰ মাজেদি ফুটি ওলোৱা অসমীয়াৰ জাতীয় ৰূপটো। আজিৰ ডেকা অসমে পাহৰি গৈছে যে এটা জীয়া জাতিৰ প্ৰকৃত সত্তা প্ৰকাশ পায় সেই জাতিৰ ভাষাৰ অন্তুৰা ঠাঁচ, দৃষ্টান্ত, যোজনা-ফকৰা, পটন্তৰ আদিত। এইখিনি জাতীয় উপাদান থাকিলেহে এটা ভাষাৰ আয়ুস বাঢ়ে, বুনিয়াদ দৃঢ় হয়। এটা মূল ভাষা আৰু তৰ্জমাকৃত ভাষাৰ পাৰ্থক্য এইখিনিতেই। অসমীয়া ভাষা-সাহিত্যৰ ধাতু বুজিবলৈ হলে লক্ষ্মীনাথক জানিব লাগিব, বেণুধৰক জানিব লাগিব। লক্ষ্মীপুৰাণ পঢ়িব লাগিব, বেণুপুৰাণ পঢ়িব লাগিব। বেণুধৰৰ মুখত নিৰ্ভেজাল অসমীয়া ভাষা আথৈ ফুটা দিছিল, তেওঁৰ কাপৰ আগেদি সৌ-সুৰদী অসমীয়া মাত-কথা চোচোঁকৈ নিগৰি ওলাইছিল।

বেণুধৰ যোৱাৰ পিছতেই তপতে তপতে মই এটা স্বৰচিত কবিতাৰে তপত পিণ্ড দিছিলোঁ। তাৰে কেইশাৰীমান তলত তুলি দি আলচৰ ইতি কৰিলোঁ।

ৰংঘৰ কাৰেংঘৰে মেলিলে দুৱাৰ
প্ৰৱেশিলে বেণুধৰ গুচাই আন্ধাৰ।
পুথিপাজি সাঁচিপাত কৰি পাত পাত
খুলি চালে ৰৰপেৰা, গুপ্ত ৰত্ন তাত।
বাগিচা চহৰ গাঁও ভ্ৰমি নিৰন্তৰ
মৰা অতীতক দিলে জীয়া কণ্ঠস্বৰ।
বিলাতৰ যাদুঘৰ তাকো দিলে মাত
সাঁচতীয়া সোণ আনি পাতিছিল হাট।
'মজিয়াৰপৰা মেজ' ৰাখিলে সজাই
শেন-চকু শহা-কাণ আছিল সদায়।
জননীৰ অপমান পৰিলে কাণত
তুলিলে কাৰ্টাই ধেনু বেণুৱে হাতত।
কাক লৈ আয়ে মোৰ কৰিব গৌৰৱ
ৰসঘন বেণুধৰ হ'ল যে নীৰৱ।

দক্ষিণপাটৰ অন্যতম মুখ্য শিষ্য বেণুধৰে সদায় সনাতন হিন্দুধৰ্মৰ পোষকতা কৰিছিল। নীলমণি-অম্বিকাগিৰীৰ দৰে তেওঁ আছিল ৰাজনৈতিক জীৱনত অসমপ্ৰেমী জাতীয়তাবাদী। এয়ে আছিল বেণুপুৰাণৰো অন্তৰ্নিহিত সুৰ।

# দেশৰ সেৱক বেণুধৰ

শ্ৰীবিমলচন্দ্ৰ বৰুৱা

কৃষি শক্তিকাৰ অসমৰ শ্ৰেষ্ঠ পুৰুষসকলৰ অন্যতম বেণুধৰ শৰ্মা আমাৰ মাজত আৰু নাই। অৱশ্যে তেখেতক অসমৰ কৃতজ্ঞ লোকে সদায় সুঁৱৰি থাকিব। শৰ্মাক হেৰুৱাই আমি কেনে অনুভৱ কৰিছোঁ তাক ভাষাৰে বুজোৱা টান। অসম বুৰঞ্জীৰ জীৱন্ত পুথিভঁৰাল, বৰ্তমান অসমীয়া সাহিত্যৰ নিৰ্ভীক আৰু সাহসী পথপ্ৰদৰ্শক দূৰদৰ্শী দেশসেৱক শৰ্মাৰ দৰে লোক অসমত বিৰল। তেখেত আছিল দেশ, সমাজ, জাতি সকলোৰে আশাশুধীয়া সেৱক। তেখেতৰ সেৱাই নতুন অসমক গঢ় দিয়াত যথেষ্ট অৰিহণা যোগালে ; শৰ্মাদেৱে অশেষ ত্যাগ, চেষ্টা আৰু কষ্ট কৰি অসমৰ ভালেখিনি বুৰঞ্জীমূলক তথ্য সৰবৰহী কৰি তুলিলে। অসমীয়া সাহিত্যৰ নতুন আৰু পুৰণিৰ মাজত দিয়া তেখেতৰ সাকো, অলৰ-অচৰ। সৰুকালৰপৰা গোটেইটো জীৱনটো মাতৃভূমিৰ সেৱাত পাৰ কৰি দিলে। মাতৃভূমিৰ সুখতে সুখী ; দেশৰ গৌৰৱেই তেখেতৰ গৌৰৱ। এনেধৰণৰ লোক সাধাৰণতে পোৱা নাযায়। এই দেশ আৰু জাতিৰ সৰ্বতোপ্ৰকাৰে উন্নতিৰ কাৰণে চেষ্টা কৰা লোক,—সাধাৰণতে পোৱা নাযায়। শৰ্মাই কিমান সজ অনুষ্ঠান গঢ়ি তুলিলে, কিমান অনুষ্ঠানৰ গুৰি ধৰিলে, কিমানক দেশ-সেৱাত ব্ৰতী হবলৈ প্ৰেৰণা যোগালে তাক কৈ অন্ত কৰিব নোৱাৰি। একোজন পুৰুষৰ এটা ঠেলাতে দেশ আগবাঢ়ি যায়। এই ফালৰপৰা শৰ্মাদেৱৰ ঠেলাটো কম নহয়। সাধাৰণ লোকৰপৰা অসাধাৰণ লোকলৈকে তেখেতে সমান চকুৰে চাইছিল। সকলোৰে-পৰা সাহিত্য বুৰঞ্জী আদিৰ সম্পদ উলিয়াব পাৰিছিল। দেশ-বিদেশৰপৰা আৰু নিজৰ দেশতে থকা সাধাৰণ গৃহস্থৰপৰাও তেখেতে বুৰঞ্জীৰ সম্বল আহৰণ কৰাত সিদ্ধহস্ত আছিল, এইদৰে সংগ্ৰহ কাৰ্যত ব্ৰতী হওঁতে কিমান কষ্ট আৰু ত্যাগৰ সম্মুখীন হব লগীয়া হৈছিল তাক বহুতেই জানে। তেখেতে কাম কৰি যাওঁতে কাৰো নিন্দা বা প্ৰশংসালৈ ক্ষেপ-ভ্ৰুক্ষেপ নকৰিছিল। শৰ্মাদেৱ হাড়ে-হিমজুৰে অসমীয়া, তেখেতে সৎসাহসী, নিৰ্ভীক, সৰবৰহী আৰু দূৰদৰ্শী। স্বাধীনতা সংগ্ৰামৰো অন্যতম আগৰণুৱা, বুৰঞ্জী আৰু সাহিত্যৰ কৰ্ণধাৰ, দেশ, জাতি, সমাজ আদি সকলো সেৱাৰ জীৱন্ত প্ৰতীক, অক্লান্ত কৰ্মী। তেখেতৰ জীৱনীয়েই এখন বুৰঞ্জীৰ কাম কৰিব।

# বুৰঞ্জী-বন্ধু বেণুধৰ শৰ্মা

শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস

বুৰঞ্জী-বন্ধু বেণুধৰ শৰ্মাদেৱৰ জন্ম হয় শিৱসাগৰ মহকুমাৰ বুৰঞ্জী-বিখ্যাত চাৰিং চহৰত আৰু মোৰ জন্ম হয় বৰপেটা সত্ৰৰ ওচৰত চাউলখোৱা নৈৰ পাৰৰ প্ৰসিদ্ধ —সুন্দৰীদিয়া সত্ৰত। তেখেত মোতকৈ বয়সত কেইবছৰমানৰ ডাঙৰ। সেই কাৰণে তেখেতক মই অগ্ৰজ যেন জ্ঞান কৰি চলিছিলোঁ। কোন শুভ মুহূৰ্ত্তত প্ৰথমতে আমি দুয়োৰে সাক্ষাৎ হ'ল, স্পষ্টভাৱে মনত নপৰে। 'শুভ মুহূৰ্ত্ত' বোলাৰ অৰ্থ হ'ল মোৰ মতে সাধু সংগ-লাভ। মোৰ পিতৃদেৱে সদায় যোজনা গাই গাই আমাক শিকাইছিল—"মানুহৰ বেৰা হ'ক, বুনৰ বেৰা নহ'ক।"* ইয়াত মানুহ মানে হ'ল সন্ত-সাধু লোক।

১৯৩২ চনৰ এপ্ৰিল মাহৰ চাৰি তাৰিখৰপৰা শিৱসাগৰ চৰ্কাৰী মজলীয়া স্কুলত মই সহকাৰী শিক্ষক হিচাপে স্থায়ী চাকৰি পাওঁ। তেতিয়া সহকাৰী শিক্ষকৰ বেতন আছিল মাহেকত ৮০ টকাকৈ। তেতিয়া মই বিয়া-বাৰু কৰোৱা নাই। মই থাকোঁ নগৰ মহল—মৌজাদাৰ ৺হিমকান্ত বৰুৱা ডাঙৰীয়াৰ বাৰীৰ চুকত এটা পজাঁত। মৌজাদাৰ ডাঙৰীয়াৰ ঘৰখন অতিশয় শিষ্টাচাৰী। দিখৌ পাৰৰ সেই পজাঁটিত মই প্ৰায় ছ বছৰকাল থাকি আছিছোঁ: সেই পজাঁটি আছিল শান্তিৰ আলয়—সাধুসংগ লাভৰ কেন্দ্ৰস্থল। মানুহে কয় 'দিখৌ নৈৰ পানীত সাহিত্য-কণা' থকা বুলি। এই বচনৰ অৰ্থ মই তাতেই কিছু বুজি পাই আছিছোঁ। এই পুণ্য-সলিলা দিখৌ নৈৰ পাৰতেই সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, বনফুলৰ কবি যতীন্দ্ৰনাথ দুৱৰা, পদ্মধৰ চলিহা, ইন্দ্ৰধনুৰ কবি ডিম্বেশ্বৰ নেওগ, বুৰঞ্জী-বন্ধু বেণুধৰ শৰ্মা, গীতি-কবি পাৰ্ব্বতিপ্ৰসাদ বৰুৱা আৰু কবিতা-কোঁৱৰ অম্বেশ্বৰ চেতিয়া ফুকন আদি মহান সাহিত্যিকসকলৰ জন্ম হয়। খুব সম্ভৱ মোৰ সেই পজাঁতেই মাননীয় বেণুধৰ শৰ্মাদেৱক মই প্ৰথমতে লগ পাওঁ। কাৰণ মৌজাদাৰ ডাঙৰীয়াৰ ঘৰখন তেখেতৰ অতি আপোন ঘৰ যেন আছিল। সম্ভৱ তেখেতৰ পো বিমলাকান্ত বৰুৱা শৰ্মা দেৱৰ সহপাঠী বন্ধু আছিল। আনহাতে কোনো ঠাইত নতুন লেখক থকাৰ বাতৰি পালে শৰ্মা নিজেই তালৈ উপযাচি গৈ তেওঁক লগ ধৰি প্ৰবন্ধ-পাতি লিখা বিষয়ে দিহা-ভৰসা দি আহে।

---

* বুনৰ বেৰা—বনৰ বেৰ।

মই তেতিয়া নতুন লেখক, মোকো তেখেতে লিখা বিষয়ে নানা প্ৰকাৰে দিহা ভৰসা দি প্ৰেৰণা যোগাইছিল। মই জানো, শৰ্মাদেৱে যে এইদৰে অসমৰ কিমান নতুন লেখকক লগ ধৰি প্ৰেৰণা দিছিল, তাৰ শুদ্ধ হিচাপ দিব পৰা টান হ'ব।

শৰ্মাদেৱে এবাৰ মোৰ সহপাঠী বন্ধু শ্ৰীযুত জিতেন্দ্ৰনাথ বুজৰবৰুৱা বি. এছ. চি. আৰু তেখেতৰ সহধৰ্মিণীৰ সৈতে আমাৰ এই অঞ্চলৰ থান-সত্ৰসমূহত সেৱা কৰিবলৈ আহিছিল। তেখেতসকলে ক্ষন্তেকৰ কাৰণে আমাৰ ঘৰতো সোমায়। তেতিয়া মোৰ মাজু কন্যা শ্ৰীমতী ধৰিত্ৰী কেঁচুৱা। তেখেতসকলে জা-জলপান খাই উঠি শ্ৰীমতী ধৰিত্ৰীক চাই উঠি এটি নতুন নাম দিলে—'ৰণ্জী'। সেই 'ৰণ্জী' আজি গাভৰু—ভাল শিপিনী।

চাৰিং মই তিনি চাৰিবাৰ দেখিছোঁ। ধুনীয়া ঠাই, মনত পৰে। তাত যুৱশ্ৰী আছে—প্ৰাণো আছে। চাৰিঙৰ ভৱিষ্যত উজ্জ্বল। তেতিয়া চাৰিং আছিল ভোগৰ ঠাই, আজিৰ কথা নাজানো। শৰ্মাদেৱে তাত এখন দোকান দিছিল। তাৰ নাম আছিল 'আমাৰ দোকান'। মই এই 'আমাৰ দোকান'ত নিশা থাপি আহিছোঁ। ই হ'ল বহু বছৰ আগৰ কথা, সকলো কথা মনত নপৰে। এই দোকানত নানা বস্তু-বেহানি আৰু ন-পুৰণি বহু কিতাপ-পত্ৰ যতনেৰে সজাই-পৰাই থোৱা হৈছিল। তাত কেবাখনো পুৰণি সাঁচিপতীয়া পুথিও দেখা পোৱা মনত পৰে। আজি 'আমাৰ দোকান'ৰ দশা কি হৈছে, নাজানো। তেতিয়া 'আমাৰ দোকান'ৰ লক্ষ্য আছিল—প্ৰথমতে আমাৰ দোকান, তাৰ পিছত আমাৰ অসম, তাৰ পিছত আমাৰ ভাৰত, শেষত আমাৰ বিশ্ব। এই বিষয়ে তেখেতে বগৰ কৰি বহু কথা কৈছিল। শৰ্মাদেৱ আছিল চুটি-চাপৰ, সাজ-পাৰো আছিল সাধাৰণ ধৰণৰ। আনহাতে তেখেত আছিল মানৱতাৰ উপাসক—'বাইজৰ আদৰতকৈ মোৰ জাত ডাঙৰ নহয়' শ্ৰেণীৰ মহৎ লোক। তেখেতৰ লিখাসমূহেই তেখেতক আমাৰ মাজত বহুদিনলৈ জীয়াই ৰাখিব।

শৰ্মাদেৱ শব্দ প্ৰয়োগত কিছু ৰক্ষণশীল আছিল। কিন্তু তেখেত গুৱাহাটীলৈ অহাৰ পিছত লিখাত বহু উদাৰ হয়। তেখেতৰ ৰচিত কিতাপপত্ৰবিলাকৰ বিশদ আলোচনা হলেহে আমাৰ লাভ হ'ব। তেখেত আছিল যুৱশ্ৰীৰ পণ্ডিত। সেই কাৰণে ৰাইজ আৰু চৰ্কাৰে মিলি নৱেল বটাৰ আদৰ্শত প্ৰতি বছৰে বা দুবছৰে একোটি 'বেণুধৰ শৰ্মা বঁটা" আগবঢ়োৱাৰ ব্যৱস্থা কৰিলে ভাল হ'ব। তেতিয়াহে গুণীজনৰ প্ৰকৃত গুণ পূজা কৰা হ'ব।

# দেশৰ ৰাজহাড় চিনোঁতা বেণুধৰ

শ্ৰীনলিনীধৰ ভট্টাচাৰ্য

পাশ্চাত্যৰ উদাৰনৈতিকতাবাদৰ স্পৰ্শত আমাৰ দেশত নৱজ্যাসৰ যি জোৱাৰ উঠিছিল, সেই জোৱাৰত স্নান কৰিছিল নাগৰিক মধ্যবিত্তই, সাধাৰণ মানুহে নহয়। সেইবাবে, নৱোন্মেষৰ জেউতিৰপৰা সাধাৰণ মানুহ বঞ্চিত হৈ ৰ'ল। নৱোন্মেষৰ আৰম্ভ হৈছিল যাইকৈ সাংস্কৃতিক ক্ষেত্ৰত। তাৰ ৰূপ আছিল ৰোমাণ্টিক। আমাৰ বেজবৰুৱা প্ৰমুখ্যে স্মৰণীয় লেখকসকলে ৰোমাণ্টিক দৃষ্টিভংগীৰেই কাপ হাতত লৈছিল। বেণুধৰ শৰ্মাও ৰোমাণ্টিক যুগৰ অন্তিম পৰ্যায়ৰ এজন খ্যাতনামা ঐতিহাসিক কথাকাৰ। তেওঁৰ অভিজ্ঞতা আছিল বিচিত্ৰ। তাৰ ভিতৰত স্বাধীনতা ৰণৰ অভিজ্ঞতা লেখত লবলগীয়া। এই সংগ্ৰামী অভিজ্ঞতাই তেওঁক দিলে অফুৰন্ত উৎসাহ, সাহস আৰু জন-সংযুক্তিৰ প্ৰেৰণা। লেখকৰ অভিজ্ঞতা বিষয়ীগত হ'লেও, সেই অভিজ্ঞতা কেৱল ইন্দ্ৰিয়-নিৰ্ভৰ নহয়,—তেওঁ এটা বিশেষ যুগ, শ্ৰেণী আৰু জাতিৰ প্ৰতিভূ ; তেওঁৰ এটা বিশেষ দৃষ্টিভংগী আৰু চৰিত্ৰও থাকে —এই আটাইবোৰেই তেওঁক জীৱন আৰু জগতক নিৰীক্ষণ কৰিবলৈ শিকায় আৰু সৃষ্টিৰ প্ৰেৰণা যোগায়। নিম্ন মধ্যবিত্তৰ ঘৰৰ ল'ৰা শৰ্মাদেৱে পঢ়াশুনা সাং কৰি পূৰ্ণোদ্যমে স্বাধীনতা আন্দোলনত জপিয়াই পৰিছিল ; তেওঁৰ চেতনা আছিল সাম্ৰাজ্যবাদ-বিৰোধী ; মন আছিল ৰোমাণ্টিক—সেইবোৰ স্বপ্ন দেখিছিল পূৰ্ণ স্বৰাজৰ। শৰ্মাৰ সততা আছিল বাবেই জনসাধাৰণৰ সতে মিলি-জুলি এই যুঁজ কৰিছিল। জন-সংযুক্তিয়ে তেওঁৰ মনক গতিশীল আৰু বিচাৰশীল কৰি তুলিছিল। তেওঁৰ কৰ্ম-জীৱনক তিনিটা স্তৰত ভাগ কৰিব পাৰি : প্ৰথম স্তৰটো হ'ল অসহযোগ, দ্বিতীয়টো সংগ্ৰামী স্মৃতি ; আৰু তৃতীয়টো হ'ল হতাশাৰ স্তৰ। প্ৰথম স্তৰটোৰ কাল স্বাধীনতাৰ পূৰ্বৰ, দ্বিতীয়টোৰ সময় স্বাধীনতাৰ পিছৰপৰা অন্ততঃ ষাঠিৰ দশকলৈকে আৰু তৃতীয়টোৰ সময় হ'ল সত্তৰৰ দশক। এই আটাইকেইটা স্তৰ:ত তেওঁৰ এটা ৰোমাণ্টিক অতৃপ্তি আছিল। প্ৰথম আৰু দ্বিতীয় ভাগত তেওঁক এই অতৃপ্তিয়ে সমস্ত বাধা নেওচি আগবাঢ়িবলৈ উদগনি দিলে, আৰু তৃতীয় ভাগত তেওঁৰ অতৃপ্তি

বিষাদত পৰিণত হ'লগৈ। জন-জীৱনৰ সক্ৰিয় অংশৰ লগত সম্পৰ্ক ক্ষীণ হৈ অহাত আৰু হয়তো বাৰ্দ্ধক্যৰ তাড়নাত তেওঁৰ পূৰ্বৰ প্ৰত্যয়, বলিষ্ঠতা আৰু সাহস বহু পৰিমাণে হ্ৰাস পাই আহিল। আমাৰ দৰে দুৰ্ভাগীয়া দেশৰ ক্ষয়িষ্ণু আৰ্থ-সামাজিক পৰিবেশত বলিষ্ঠ চেতনাৰ এনে পৰিণতি একো অস্বাভাৱিক নহয়। যৌৱনৰ বতাহত উৰি ফুৰা কদৰ্য সুৰৰ প্ৰকাশত কোমল গান্ধাৰ স্তব্ধ হোৱাৰ সময় এইটো।

জীৱনৰ সৌন্দৰ্য আৰু কদৰ্যতাৰ অভিজ্ঞতাক আবিষ্কাৰ কৰি পাঠকক তাৰ ভাগ দিব পৰাতে লেখকৰ কৃতিত্ব। শৰ্মাই এই কাম নিখুঁতভাৱে কৰিব পৰা নাই যদিও এইকথা ঠিক যে জীৱনৰ সৌন্দৰ্য আৰু কদৰ্যতা সম্বন্ধে সজাগ থকা দিন কেইটাতে তেওঁ তেওঁৰ শ্ৰেষ্ঠ গ্ৰন্থ দুখন ৰচনা কৰিছিল। প্ৰতিকূল নেতিবাচক শক্তিক মষিমুৰ কৰি অসমৰ জাতীয় জীৱনলৈ ৰস-পম আনি তাক জাকত-জিলিকা কৰা আৰু প্ৰয়োজন হ'লে দেশৰ কাৰণে সৰ্বস্ব ত্যাগ কৰিব পৰা ইতিবাচক সক্ৰিয় শক্তিক জগাই তোলা-এনেবোৰ উদ্দেশ্য লৈয়ে তেওঁ এই দুখন গ্ৰন্থ লেখিছিল। 'মণিৰাম দেৱান' (১৯৫০)-ৰ সমল তেওঁ ভালেদিন আগৰেপৰাই সংগ্ৰহ কৰিছিল। মণিৰামৰ বীৰত্বব্যঞ্জক কাহিনীয়ে ইতিমধ্যেই ৰাইজৰ মন চুই গৈছিল আৰু সেইবোৰ লোক-সংস্কৃতিৰ বাহন হৈছিল। সেই মণিৰামকে তথ্য-সমলৰ উপকৰণেৰে সজাই-পৰাই বাহু ডাঙ্গি তেওঁ দুৰ্ভগীয়া ৰাইজক ক'ব খুজিছিল— "চোৱাঁ, এইজনেই অসমীয়া মণিৰাম, যি গজহস্তী হিন্দুস্থানৰ লগত অসমৰূপী ঝালিচাহিক উজাবলৈ কৈ ইংৰাজৰ হাতৰপৰা দেশ মুক্ত কৰিবলৈ বিচাৰিছিল।" শৰ্মাই নিজেও কেনেকৈ গাঁৱৰ মানুহক যুদ্ধক্ষেত্ৰলৈ আনিছিল তাৰ বৰ্ণনা আছে 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' (১৯৫৯) নামৰ গ্ৰন্থত। এই গ্ৰন্থখনত স্বাধীনতা ৰণৰ পটভূমিত ভালেমান খ্যাত-অখ্যাত মানুহৰ স্বভাৱ, আচৰণ, গতি-গোত্ৰ, স্বাধীনতা সংগ্ৰামত সহযোগিতা আৰু বিৰোধিতাৰ সুন্দৰ স্মৃতিচাৰণ কৰা হৈছে। সংগ্ৰামী স্মৃতি বুকুত বান্ধি মনৰ স্ফূৰ্তিৰে লেখা এই পুথি দুখনৰ উপস্থাপনত তেওঁৰ আনবোৰ পুথিৰ তুলনাই নহয়। আনকি, সত্তৰৰ দশকত লিখা 'দক্ষিণপাট-সত্ৰ' নামৰ গ্ৰন্থখনো আকাৰৰ ফালৰপৰা এই দুখনৰ লগত তুলনীয় হ'লেও প্ৰকাৰৰ ফালৰপৰা নহয়। ইয়াত বিষয় আছে, বিশ্লেষণ নাই; ইয়াত বৰ্ণনা আছে, কিন্তু বিচাৰশীল দৃষ্টিৰ অভাৱ। এই পুথিখন হতাশাৰ যুগৰ; ই কামৰূপী লোক-গীতৰ দৰে; প্ৰতিকাৰহীন বাস্তৱৰ মুখামুখি হ'ব নোৱাৰি গভীৰ দুখত প্ৰাচীন আধ্যাত্মিকতাৰ ওচৰত নিৰ্বিচাৰ আত্মসমৰ্পণ!

দেশৰ বাৰহাড় চিনি পোৱা বাবেই শৰ্মাই তেওঁৰ ভাষাকো কালিকা-শক্তি দিব পাৰিছিল। তেওঁৰ প্ৰসংগক দাঙ্গি ধৰিবৰ বাবেই এনে এক ৰঙ্গুৱা প্ৰকৰণৰ প্ৰয়োজন হৈছিল। ক'ৰবাত আচহুৱা শব্দ-প্ৰয়োগৰ গুৰু-চণ্ডালী দোষ তেওঁৰ নাই বুলি নকওঁ, কিন্তু সেইটো ব্যতিক্ৰমহে, সাধাৰণতে তেওঁৰ ভাষাৰ আধাৰত ঐতিহ্যৰ আধেয় খাজে-খোপে খাই পৰিছে। তেওঁৰ এই শক্তিৰ উৎস কি? সি হ'ল অসমীয়া গাঁৱলীয়া জীৱনৰ অবিস্মৰণীয় স্বৰভি—যাৰ গোন্ধ বিচাৰি তেওঁৰ পিছৰ জীৱনত প্ৰতিমুহূৰ্ত্ততে হমুনিয়াহ পেলাইছিল। এটা গাঁৱলীয়া শব্দ (টকৰ্যাৰি), অসমীয়া জুতিলগা জলপান (কোমল চাউল, খমা দৈ, গুৰ) বিচাৰি হাৰবাও কঢ়াৰপৰাই বুজিব পাৰি তেওঁৰ মনৰ মণিকোঠত কিহে উচ্পিচ্ লগাই আছিল। ঔপনিবেশিক শোষণৰ ফলতে গাঁওবোৰৰ চিৰি-চেহেৰা ক্ৰমাৎ যে নষ্ট হ'বলৈ ধৰিছিল সেইবিষয়ে অধিক সচেতন হোৱা হ'লে, আৰু পুংখানুপুংখ গভীৰ বিশ্লেষণ থকা হ'লে তেওঁ এনে বিষাদৰপৰা মুক্ত হ'ব পাৰিলেহেঁতেন। সত্তৰৰ দশকত তেওঁৰ যি অবসাদ আহিছিল তাৰ ইও এটা অন্যতম কাৰণ।

তেওঁৰ ভাবৰ পৰিমণ্ডল ৰোমাণ্টিক হোৱা বাবেও এনে হ'ব পাৰে; কিয়নো, এই ভাবাদৰ্শত বিদ্ৰোহী আৰু বিদ্ৰোহ-বিমুখী এই দুয়োটা মনোভাবেই নিহিত আছিল। ৰোমাণ্টিকসকলৰ স্পৰ্শকাতৰ মন অনুকূল পৰিবেশত প্ৰখৰ দীপ্তিৰে উজ্জ্বল হৈ উঠে, কিন্তু প্ৰতিকূল বতাহৰ অকণমান আঘাততে সি মৰহি যাব পাৰে। জাতিৰ হেৰোৱা প্ৰাণসম্পদ আৰু বীৰ্যৰ প্ৰতি থকা আগ্ৰহে তেওঁক অতীতৰ মৈদাম খান্দিবলৈ প্ৰেৰণা যোগাইছিল আৰু জাতিৰ মুক্তি-যুজত লাগিবলৈ উদ্গাণ দিছিল। তেওঁ অতীত ঐতিহ্যৰ মৈদামহে খান্দিলে, কিন্তু সামগ্ৰিকভাবে শৱদেহৰ ব্যৱচ্ছেদ কৰি তাৰ ভাল অংশ বৰ্তমানত লগোৱাৰ দিহা নকৰিলে। এইবাবেই তেওঁৰ জাতি-গঠনৰ স্বপ্ন কুচক্ৰীৰ চক্ৰান্তই চুৰমাৰ কৰিবলৈ সৰহ দিন নেলাগিল। ইতিহাসৰ তল-সুতিয়েদি মনে মনে উজাই অহা কুশক্তিবোৰৰ টালি-বাজি ধৰিব নোৱাৰিলে কোনো সপোনেই দিঠকৰ মুখ দেখিবলৈ নেপায়। তেওঁৰ অসম তেওঁৰ কল্পনাৰ স্বৰাজৰ পূৰ্ণচন্দ্ৰৰপৰা বঞ্চিত হৈয়ে ৰ'ল।

পাশ্চাত্যৰ উদাৰনৈতিকতাবাদৰ ছাঁত অসমীয়া মধ্যবিত্তৰ মনৰ গতি যে কিছু পৰিমাণে সলনি হৈছিল—অন্ততঃ পাৰলৌকিক জিজ্ঞাসাৰপৰা আঁতৰি আহি যে ঐহিক সুখ-দুখৰ ভাগী হ'বলৈ শিকিছিল—তাক শৰ্মাই বুজিছিল, তেওঁ নিজে এই সম্পৰ্কে চিন্তাও কৰিছিল; কিন্তু প্ৰাচীন সংস্কাৰৰ দুৰ্গ তেওঁ সম্পূৰ্ণ কৈ ভাঙিব

নোৱাৰিলে। সম্ভৱতঃ এইবাবেই তেওঁৰ প্ৰিয় বিষয় ইতিহাসৰ ক্ষেত্ৰতো বিজ্ঞান-সম্মত বস্তুবাদী দৃষ্টিভংগী এটা গ্ৰহণ কৰিব নোৱাৰিলে। দেশৰ কোটি কোটি জনসাধাৰণ যেতিয়ালৈকে প্ৰাচীন সংস্কাৰৰ মোহত জালকাল হৈ পৰি থাকিব, তেতিয়ালৈকে ধৰ্মীয় সংস্কাৰে খোপনি পুতি থাকিব ; আৰু আৰ্থ-সামাজিক ভেটিটোৰ জোৰা-টাপলি মৰা বিধৰ সাজ-সজনিয়ে পুৰণি মদকে নতুন বটলত ভৰাই দি শোষকৰ স্বাৰ্থ অক্ষুণ্ণ ৰাখিব। সেইগুণে, সাধাৰণ মানুহৰ মূল্যবোধৰ পৰিবৰ্তন ঘটাব পৰাকৈ সংস্কৃতিৰ ৰূপান্তৰ হোৱাটো এই পৰিবেশত সম্ভৱ নহয়। 'মণিৰাম দেৱান' পুথিত শৰ্মাই ইউৰোপীয় মানুহ প্ৰতিশোধ-প্ৰিয় বুলি নিন্দা কৰিছে। অন্যায় সহি সহি অপমান আৰু লাঞ্ছনাৰ মাজত বসবাস কৰাটোত কি শান্তি আছে? শৰ্মাৰ আদৰ্শ পুৰুষ মণিৰামে শান্তি নোপোৱা বাবেই বিদ্ৰোহ কৰাৰ কথা পাতিছিল। আমাৰ দেশত ক্ষয়িষ্ণু পুঁজিবাদৰ সূক্ষ্ম শোষণধৰ্মী প্ৰক্ৰিয়াই মানবীয় প্ৰমূল্য ধ্বংস কৰি পেলাইছে। এই আৰ্থ-সামাজিক দৃষ্টিকোণ ন'হলে আমি অক্টোপাচৰ কবলৰপৰা মুক্ত হ'ব নোৱাৰোঁ। মণিৰামৰ ভাষাত 'ধনবজাৰ বঁৰপেট'ত আমি সোমাই পৰিছোঁ। শৰ্মাই জেললৈ যোৱাৰ আগতে বাঘ মাৰিবলৈ বুলি গণিং চাহাবক বন্দুক এটা খুজিছিল। অসহযোগীক বন্দুক নিদিয়ে বুলি জানিও শৰ্মাই চাহাবক জোকাই চাইছিল। বিচাৰৰ দিনা গণিং চাহাবে তৰ্জন-গৰ্জন কৰি শৰ্মাক প্ৰশ্ন কৰিছিল—You want a gun! You will kill a tiger! শৰ্মাৰ হেনো সেইসময়ত গণিং চাহাবক ৰাক্ষস যেন লাগিছিল। সঁচা যদিও ঘটনাটোৰ প্ৰতীকী অৰ্থও কৰিব পাৰি। গণিং চাহাব বৃটিছ সাম্ৰাজ্যবাদৰ প্ৰতিনিধি—গতিকে বাঘ। তেওঁক মাৰিবলৈ বন্দুকৰ প্ৰয়োজন। ইয়াৰ অৰ্থ, প্ৰয়োজনীয় হিংসা বা প্ৰতিশোধ এৰাই-চলা টান। শৰ্মা কিছু পৰিমাণে সচেতন হৈও ভাববাদী চিন্তাৰ খুৰলী-কুঁৰলীত বন্ধ যেনে আছে তেনে অৱস্থাত যে নেথাকে, মানুহৰ ক্ষেত্ৰ বস্তুগত আৰু আধ্যাত্মিক উন্নতিৰ সম্ভাৱনা যে সীমাহীন এই কথা ধৰিব পৰা নাছিল। তেওঁ চেষ্টা কৰা হ'লে নিশ্চয় বুজি পালেহেঁতেন যে আধুনিক জগতৰ মানৱতাধ্বংসকাৰী যুদ্ধৰ উন্মাদনা, বৃহৎ শক্তিৰ অৰিয়া-অৰি, ধন-নিয়ন্ত্ৰিত মূল্যবোধৰ ফলত হোৱা ব্যাপক দুৰ্নীতি, ভুৱা প্ৰচাৰ আৰু শূন্যগৰ্ভ শ্লোগানে কঢ়িয়াই অনা মানসিক ক্লান্তি, ধনী-দুখীয়াৰ আকাশ-পাতাল পাৰ্থক্য আৰু সাম্প্ৰদায়িকতাৰ বিষবাষ্পৰ দৰে দুষ্টচক্ৰবোৰক আত্মিক ঐশ্বৰ্যই বাধা দিব নোৱাৰে। দিবলৈ গলেও বিফলতা অনিবাৰ্য। এইবোৰৰ সন্মুখত

সকলো নৈতিক আদর্শ আৰু আশাবাদ ধূলিস্মাৎ হৈ যায়। কোনো মানুহেই সামাজিক শক্তিৰ উৰ্ধত নেথাকে,—যি এই শক্তিবোধৰ প্ৰতিকাৰৰ কথা নেভাবি কেবল আপোন বিবেক, ইচ্ছা আৰু বিশ্বাসৰ নির্দেশত অথবা ঐতিহ্যৰ কোনো প্ৰবাদ-পুৰুষৰ আদৰ্শৰ আলমত দেশ-জাতি গঠনৰ স্বপ্ন দেখে, তেওঁ ক্ৰুচবিদ্ধ হয়। বেণুধৰ শৰ্মাও ক্ৰুচবিদ্ধ হ'ল।

ঐতিহ্যৰ মণি-মুকুতা বুটলি আৰু সূৰ্যসংকাশ বীৰ্যবান বীৰৰ আলেখ্য আঁকি তেওঁ অসম-ভূমি আৰু অসমীয়া জাতিৰ পুৰণি পৃথিবীখন ন-কৈ চোৱাৰ হেঁপাহ কৰিছিল। তেওঁ ভাবিছিল, মণিৰাম, লাচিতৰ স্বদেশপ্ৰেম আৰু বিচক্ষণতাই জাতিৰ মনোজগতত ভূমিকম্পৰ সৃষ্টি কৰিব। মণিৰাম আছিল তেওঁৰ ধ্ৰুব-নক্ষত্ৰ ; গজহস্তী স্বৰূপ ভাৰতৰ লগত একেলগে উজাবলৈ অসমৰূপী বালিচাহিক উদগণি দিওঁতা মণিৰামেই তেওঁৰো আদৰ্শৰ দিক্ নির্ণয় কৰিছিল। সেইবাবে তেওঁৰ জাতীয়বোধ সংকীৰ্ণ নহয়। তেওঁৰ পূৰ্বসূৰী গুণাভিৰামে এই দিশত চিন্তাই কৰা নাছিল। ঔপনিবেশিক শোষণ-বৃক্ষৰ ডেই পুৰি যোৱা ছাঁত তেওঁ শীতলতাহে অনুভৱ কৰিছিল। এইবাবে অৱশ্যে গুণাভিৰাম দায়ী নহয়, দায়ী ইতিহাসৰ অন্তৰ্লীন জটিল প্ৰক্ৰিয়া। শৰ্মাদেৱে আঙুলিয়াই দিছে যে মণিৰাম আৰু ঢেকিয়াল ফুকন—উভয়েই সমসাময়িক, আগৰজন বিদ্ৰোহী আৰু পাছৰজন ইংৰাজৰ অনুৰাগী পুৰুষ। মণিৰামে বুটিছ-ভালুকৰ ওলোটা খোজ চিনি পাইছিল আৰু সেইবাবেই আভিজাত্যৰ দেওনা ভাঙি জনসাধাৰণৰ লগ লাগি যুঁজ কৰাৰ কথা পাতিছিল। মণিৰামৰ লটিঘটি হোৱা দেখি সাধাৰণ মানুহো যে ব্যথিত হৈছিল সাগৰ দুৱৰীৰ উক্তিৰপৰাই সেই কথা ধৰিব পাৰি। ঢেকিয়াল ফুকন কিন্তু জনসাধাৰণৰপৰা বিচ্ছিন্ন আছিল আৰু ইংৰাজৰ শাসনক ৰাম-ৰাজ্য বুলি অভিহিত কৰিছিল। শৰ্মাই আমাক কোৱা নাই যদিও, আমি বুজিব পাৰোঁ এই দুয়োজন স্বনামধন্য পুৰুষৰে চেতনা আছিল বেলেগ বেলেগ। মণিৰামৰ ক্ষেত্ৰত চেতনাৰ ক্ৰম-বিকাশ ঘটিছিল আৰু অৱশেষত সি প্ৰাচীৰ ভাঙি ওলাই আহিব খুজিছিল, আনজন কিন্তু প্ৰাচীৰৰ ভিতৰতে আবদ্ধ হৈ ৰ'ল। ইতিহাসত যে সচল আৰু অচল এই দুই শক্তি থাকে তাৰ ইংগিত আমি এই দুজনৰ চৰিত্ৰতে পাওঁহঁক। মণিৰামৰ দৰেই বেণুশৰ্মায়ো বিচ্ছিন্নতাবোধ দলিয়াই দি স্বাধীনতা সংগ্ৰামত জনসাধাৰণক সাবটি লৈছিল, আৰু এইবাবেই তেওঁ উদাৰ আৰু মানৱীয় হ'ব পাৰিছিল। তেওঁ ব্ৰাহ্মণ হৈও কেনেকৈ ৰক্ষণশীলসকলৰ সংকীৰ্ণ মনোবৃত্তি

আৰু প্ৰচণ্ড বাধাকো অতিক্ৰম কৰি মুছলমানসকলক স্বাধীনতা-ৰণৰ সৈনিক কৰি তুলিছিল তাৰ বৰ্ণনা আছে তেওঁৰ 'কাচিয়লি ৰ'দত' নামৰ গ্ৰন্থত ; তেওঁ লেখিছে : "মই 'বামুণ হৈ 'গৰীয়া' আবদুলৰ ঘৰৰ ভিতৰত বিয়নী মেল মাৰি কথা পতাটোৰেই আছিল জনদিয়েক মুখিয়ালৰ মোক বিকৃত সমালোচনাৰে আক্ৰমণ কৰা যাই চেকনী। সেই সমালোচনাৰ প্ৰতিক্ৰিয়া এইটোৱেই হ'লগৈ যে তেতিয়াৰ-পৰাই অসমীয়া মানুহৰ ভিতৰত থকা হিন্দু-মুছলমানৰ ফাটটোনো ক'ত কেতিয়া কেনেকৈ ওলাবলৈ পালে তাৰ সম্ভেদ বা উঁহ বিচাৰিবলৈ উদগণি পালোঁ। গতিকে সমাজ-সেৱাৰ নামত একালে মই যেনেকৈ বাধা পাইছিলোঁ, আনকালে তেনেকৈ সেই বাধায়েই মোক দুগুণে উৎসাহিত কৰিছিল।"

এই উদ্ধৃতি তাৎপৰ্যপূৰ্ণ। ইয়াৰপৰা বুজিব পাৰি, ৰক্ষণশীলসকলৰ চকুত মুছলমানসকলৰ চোতাল গছকাটোৱেই তেতিয়া ডাঙৰ অপৰাধ আছিল। ৰক্ষণশীল-সকলৰ এনে সংকীৰ্ণতাৰ দোষতে যে হিন্দু-মুছলমানৰ মাজত ফাট মেলিছিল সেই বিষয়ে শৰ্মাই আমাক সকিয়াই দিছে। সাংগঠনিক দিশত ইও এক প্ৰচণ্ড বাধা আছিল। তেওঁ নিজে সেই বাধা অতিক্ৰম কৰিবলৈ চেষ্টা কৰিছিল। শৰ্মাৰ এই উৎসাহ বহুকাললৈকে আছিল—যেতিয়ালৈকে অন্ততঃ হেঙাৰ অতিক্ৰম কৰাৰ বলিষ্ঠ স্মৃতি তেওঁৰ মনত সেউজীয়া হৈ আছিল।

কলিকতাৰপৰা ঘূৰি আহি তেওঁ যেতিয়া চাৰিওৰ ঘৰত সোমালহি, তেতিয়া তেওঁ 'ক'লা কাউৰীৰ মাজত বগা কাউৰী' হোৱাদি হ'ল। ইংৰাজী শিক্ষাত শিক্ষিত হৈ তেওঁ প্ৰথম ঘৰলৈ আহিছে,—বুকুত বান্ধি আনিছে সাম্ৰাজ্যবাদী ইংৰাজৰপৰা দেশ উদ্ধাৰ কৰাৰ ব্ৰত—কিন্তু গাঁওখন সোমায়েই তেওঁৰ আচহুৱা-আচহুৱা যেন লাগিল। প্ৰাচীন সমাজখনৰ মুখামুখি হৈ তেওঁ অনুভৱ কৰিলে, এইখন পৃথিবী দেখোন নানা অন্ধ-বিশ্বাসৰে ভৰা। ন-পুৰণিৰ এই ঠেকাঠেকি বা পিঠিয়াপিঠিৰ মূলত কি আছিল? এহাতে ইংৰাজী শিক্ষা আৰু পশ্চিমীয়া আদৰ্শৰ পোহৰ, আৰু আনহাতে গাঁৱলীয়া সমাজৰ স্থবিৰতাৰ অন্ধকাৰ—এই দুয়োটাৰ তেল-পানীৰ নিচিনা। এই মানসিক দ্বন্দ্বৰ ফলত বহুতেই নিজৰ মানুহৰ-পৰাই বিচ্ছিন্ন হৈ পৰিছিল। তেওঁ কিন্তু দেশোদ্ধাৰৰ স্বপ্ন বুকুত বান্ধি আনা কাৰণে জন-সমুদ্ৰত অৱগাহন কৰিবলৈ সমৰ্থ হ'ল। এই সমুদ্ৰ-স্নান নোহোৱা হ'লে শৰ্মাক আমি আজিৰ ৰূপত নেপালোঁহেঁতেন। তেওঁ নিজেই কৈছে— প্ৰেম, জ্ঞান আৰু সংগঠন-শক্তিৰে পৰিশোধিত স্বদেশপ্ৰেমহে তেওঁৰ কাম্য।

জনসাধাৰণৰ প্ৰতি থকা প্ৰীতিৰ ভাব ইয়াত বঢ়িয়াকৈ প্ৰকাশ পাইছে। চাৰিও-ফালগুৰি বায়ত সভা, মণিৰামৰ তিথিত 'হাতীপটিৰ তৰা-যেন' সমবেত প্ৰজাৰ অকুণ্ঠ সহযোগ তেওঁ এইবাবেই পাইছিল। গাঁৱৰ খেতিয়ক বাইজক মহৎ উদ্দেশ্যৰ বাবে সংগঠিত কৰাৰ সমস্যা যেতিয়া দেখা দিছিল, তেতিয়া তেওঁ এনেকৈ চিন্তা কৰিছিল:

"ঘপ কৰে খেতিয়কৰ মন প্ৰত্যক্ষ বিপ্লৱৰফালে ঢাল খুউওৱা টান। অৱশ্যে জাককৰা নাও বাযেও চলে। সেইগুণে, খেতিয়কৰ উমৈহতীয়া বিক্ষোভত বা দিব পাৰিলেই জাককৰা জাগৰণৰ স্থায়ী অগ্নি-পৰ্বত এটা অনায়াসে নিৰ্মান কৰিব পাৰি। দেৱানৰ তিথি পাতি সাধাৰণভাৱে যুজোৱা হ'ল, দেশোদ্ধাৰৰ পুৰস্কাৰ মৃত্যুদণ্ড; সেই পুৰস্কাৰ পাবলৈ হ'লে প্ৰাণৰ মমতা এৰিবই লাগিব। খেতিয়ককো এতিয়া বুজাবলগীয়া হ'ল, সংহতি নহ'লে জগতত একো কামেই নিসিজে। আমাৰ দেশত ধানটোৱে পতি কনুটো যেনেকৈ, মানুহটোৱে পতি মনটো তেনেকৈ। এনেস্থলত অসন্তোষীয়া স্বাৰ্থটো উমৈহতীয়া নহলে বাৰযেবেজীয়া মানুহ কেতিয়াও একগোট নহয়। সেইবাবে, কামোৰ মাৰিব পৰা তেনেকুৱা ছেগ এটালৈ থাপ দি থাকিব লগা হ'ল।"

তাহানিতে শৰ্মাই সংগঠন আৰু ৰণ-কৌশল সম্বন্ধে যি উপলব্ধি কৰিছিল আজিৰ ৰাজনীতিয়েও তাৰপৰা ভালেমান কথা শিকিব পাৰে বুলি মোৰ ধাৰণা। সংহতিৰ ভেটিত 'জাককৰা জাগৰণৰ অগ্নি-পৰ্বত' ৰচনা কৰিবলৈ হ'লে অসন্তোষীয়া স্বাৰ্থটো 'উমৈহতীয়া' হ'ব লাগিব। স্বাৰ্থ উমৈহতীয়া হোৱাৰ মুহূৰ্ততহে জুই জ্বলে। এহাগুৰীয়া অভিজ্ঞতাই তেওঁক এই শিকনি দিছিল। ঔপনিবেশিক শিক্ষা-নীতিয়ে বৃটিছ স্বাৰ্থ ৰক্ষা কৰিবলৈ একশ্ৰেণী বাবুৰ সৃষ্টি কৰিছিল বুলি শৰ্মাই বুজিছিল বাবেই তেওঁৰ এই জন-সংযোগ সম্ভৱ হৈছিল! তেওঁৰ নথ-দৰ্পণত মণিৰামৰ বিদ্ৰোহী ঐতিহ্যৰ ভাব-মূৰ্তি আছিলেই, তাৰ লগত যোগ হ'লহি স্বাধীনতা ৰণৰ প্ৰবল জোৱাৰ। জোৱাৰত উটি গৈ তেওঁ গাঁৱৰ মানুহক 'দেশৰ বাজহাড়' বুলি চিনি পালে। এই মুহূৰ্তটোৱেই তেওঁৰ অভিজ্ঞতা আৰু উপলব্ধিৰ শীৰ্ষ-বিন্দু। তেওঁৰ নিজৰ ভাষাত—

"তেজ ধুলে উটে, মঙহ ধুলে মুটে বুলি এনেয়ে কৈছে নে? এনেবোৰ আগম-পুৰাণ ভাবি-চিন্তিয়েই স'লে-ম'লে, ডৰিকে-বেঙেনাই মিলা দৰে দেশৰ বাজহাড় গাঁৱলীয়া ধৰ্মৰ লগত লীন গ'লোঁ। প্ৰতিজ্ঞা কৰিলোঁ 'হয় তৰিম, নহয় মৰিম।'

হয় অসহযোগেৰে স্বৰাজ লভি দেশ উদ্ধাৰ কৰিম, নহয় ৰাইজৰ সহযোগেৰে ৰবনগৰ পাতিম।"

নকলেও হ'ব, বেণুধৰ শৰ্মাই এই প্ৰতিজ্ঞা ৰাখিছিল। অধ্যাত গাঁৱলীয়া মানুহৰ দুৰ্বলতাৰ গুৰি কাৰণ যে অৰ্থনীতি এই কথালৈ শৰ্মাই বৰকৈ কাণ দিয়া নাছিল। এই তাত্ত্বিক দৃষ্টি অৱশ্যে স্বাধীনতা ৰণৰ নেতাসকলেও অৱহেলা কৰিছিল বুলি ক'ব লাগিব। সেইবাবে শৰ্মাৰ ক্ষেত্ৰতো তেনে ঐতিহাসিক দৃষ্টিকোণ সম্ভৱ নহ'ল। তথাপিও, ভুলে-ভালে, জনসাধাৰণেই যে দেশৰ ভাগ্য-নিয়ন্তা সেই বিশ্বাস তেওঁৰ হৈছিল, তাৰ প্ৰমাণ হ'ল ৰাইজৰ সহযোগত ৰবনগৰ পতাৰ সংকল্প। তেওঁৰ এই বিশ্বাস উত্তৰসূৰীৰ পক্ষেও প্ৰয়োজনীয় কিন্তু শেহলৈকে তেওঁৰ এই উদ্দীপনা আৰু দৃঢ়তা নেথাকিল। ষাঠিৰ দশকৰ শেহৰেপৰাই তেওঁৰ সংকল্পত ভাটা পৰিল। জেলত থাকোঁতে সগৰ কৰ্মী-বন্ধুৰ লগতে তেওঁ স্বৰাজৰ কথা পাতে, তাৰ সপোন দেখে। কিন্তু তেওঁলোকে যি ভাবিছিল, স্বাধীনতাৰ পিছত ঠিক তাৰ বিপৰীত কিবা এটা দেখা পালে। তেওঁলোকৰ মোহ-ভংগ হ'ল। আত্ম-বিশ্লেষণ অথবা সমাজ-ৰাষ্ট্ৰ সম্বন্ধে নতুন জিজ্ঞাসাৰ বাবে তেওঁৰ তেতিয়া বয়স নাই—সেইবাবে এসময়ত জাককৰা জাগৰণৰ অগ্নি পৰ্বতৰ সন্ধান পাওঁতা বেণুধৰ শৰ্মাৰ সময়ত ক্লান্তি আৰু অৱসাদৰ কেৰোণ সোমাল। তেওঁ কৈছিল:

"সেইবোৰ এতিয়া অতীতৰ কল্পনা-কুসুম। লেখাৰ আৱশ্যক নাই। মুঠতে তেতিয়া পঙা কল্পনা আজিৰ যুগত নৈত উটি অহা জগা কাঠ। কল্পনাহে নেলাগে—কল্পনা কৰা মূৰবোৰো আজি মদাৰ ফুল—গুৰুতো নেলাগে, ভকততো নেলাগে, থাকে তলে ভৰি সৰি।"

তেওঁ নিজেও হয়তো আজি মদাৰ ফুল! মোহভংগৰ সুৰ ইয়াতকৈ আৰু কৰুণ হ'ব নোৱাৰে। ক'ত সেই পূৰ্ণ স্বৰাজৰ সপোন! ক'ত আজিৰ এই শোচনীয় হাঁহাকাৰ। ৰোমান্টিক চৰিত্ৰৰ বাবেই তেওঁ অনুভৱ কৰিছিল, তেওঁৰ সংকল্প সাধনা আৰু চিন্তাৰ মৰ্ম যেন আজি কোনেও নুবুজে, বুজিবৰ বাবে যি বৌদ্ধিক জিজ্ঞাসা লাগে তাৰো যেন আজি অভাৱ! কংগ্ৰেছৰ নেতাসকলে যুঁজৰ মনোভাৱ এৰি আপোচৰ পথ লোৱা দেখিও তেওঁ অসন্তুষ্ট হৈছিল। তেওঁ লেখিছে:

"প্ৰত্যেক কথাটোতে আপডেট হেঙাৰ অতিক্ৰম কৰিবলৈ স্বৰাজকামী ইমান

চিন্তাত বিভ্ৰত হ'বলগীয়া হৈছিল যে স্বাধীনোত্তৰ দিনত তেনেভাৱে চিন্তা কৰা অসমীয়া খুব এটা পোৱাও অতি বিৰল বুলি ক'লেও বঢ়াই কোৱা নহয়। বৈপ্লৱিক আন্দোলনটো কাগজ-পত্ৰৰ চুক্তি-সন্ধিলৈ ৰূপান্তৰ কৰাৰ ফলত স্বৰাজ পাতিবলৈ যোৱাৰ আকাংক্ষাটো ফুলতে মৰহি গ'ল।"

তেওঁৰ স্বৰাজৰ স্বপ্নত যে সাধাৰণ মানুহৰ সৰ্বাংগীন উন্নতিৰ কথাও আছিল সেইকথা নকলেও চলে; কিয়নো সেই আশাতহে ৰাইজ মৃত্যুকো নেওচি ওলাই আহিছিল। নেতাসকলৰ চুক্তি-সন্ধিৰ আপোচ সেইবাবে জনবিৰোধী হ'ল। বেণুধৰ শৰ্মাৰ এই অনুভৱত ঐতিহাসিকৰ অন্তৰ্দৃষ্টি আছে—যদিও তাৰ বহল ব্যাখ্যাৰ প্ৰয়োজন আছিল। সেইবাবেই তেওঁ কৈছে—তেওঁৰ আকাংক্ষাটো ফুলতে মৰহি গ'ল। ইয়াৰ অৰ্থ এয়ে যে, স্বাধীনতাৰ আৰম্ভণিতেই তেওঁ ধৰিব পাৰিছিল ৰতাহ কোন ফালে বৈছে। কিন্তু তেওঁ কিয় বিষাদগ্ৰস্ত হ'ল? জানি-শুনিও তেওঁ ইয়াৰ প্ৰতিবাদ কৰিবলৈ নোলাল কিয়? তেওঁৰ ক্ৰমে জন-সংযোগ নাইকিয়া হৈ আহিল, ক্ষমতাৰ প্ৰতি অনীহা হ'ল আৰু শেহত বয়সেও তেওঁক অলস কৰি তুলিলে। এইবোৰ কাৰণতে তেওঁ প্ৰাচীন আধ্যাত্মিকতাৰ ফালে মুখ ঘূৰালে।

'দক্ষিণপাট সত্ৰ'ৰ বুৰঞ্জীখনত থকা সত্ৰীয়া সংস্কৃতি আৰু ঐতিহ্য পৰম্পৰাৰ নানা সংবাদ ভৱিষ্যতৰ গৱেষকৰ সম্বল হ'ব পাৰে; কিন্তু তাত তেওঁ যি দৃষ্টিভংগী লৈছে, সি আধুনিক ঐতিহাসিক দৃষ্টিভংগী নহয়। মধ্যযুগীয় পৰিৱেশত ঐতিহাসিক কাৰণতে অসমত সত্ৰীয়া সংস্কৃতিৰ উদ্ভৱ হৈছিল, কিন্তু সেইবুলি আজিৰ পটভূমিত তাক চিৰন্তন সত্য বুলি আকোঁৱালি ধৰি থকা টান। মানুহ আৰু আগবাঢ়ি যাব লাগিব। কিন্তু শৰ্মাই পুথিখনত দক্ষিণপাট সত্ৰৰ কেইবাজনো অধিকাৰৰ অলৌকিক মহিমাৰ কথা সাধাৰণ মানুহ আৰু ভক্তসকলৰপৰা শুনি তাত লিপিবদ্ধ কৰিছে; লিপিবদ্ধ কৰাত আমাৰ আপত্তি নাই, কিন্তু মানুহ হৈও একোজন গোঁসায়ে পুখুৰীৰ জলনিষ্কাশন, ভূত-পিশাচৰ শিষ্যকৰণ, ৫ তোলাকৈ কানি-পান, তুলসী-নিৰ্মালিত আধ্যাত্মিক শক্তি প্ৰদৰ্শন,—নিঃসন্তানক সন্তান-প্ৰদানৰ দৰে অদ্ভুত কাৰ্য কিদৰে কৰিবলৈ সমৰ্থ হৈছিল বা ভক্তসকলৰ এনেবোৰ বিশ্বাসৰ উৎস কি তাৰ যুক্তিসম্মত বিশ্লেষণ এটি সংযোগ কৰা হ'লেহে প্ৰকৃত ঐতিহাসিকৰ কাম হ'ল-হেঁতেন। ভক্তৰ উদ্ধৃতিত তেওঁ মধ্যযুগীয় সমাজৰ আৰ্থ-সামাজিক ভেটিটোৰ বিশ্লেষণ নকৰাকৈয়ে সামন্ত সমাজখন সুশৃংখলিত বুলি কৈ প্ৰাচীনতাৰ গুণ-কীৰ্তন কৰিছে:

'ধৰ্ম্ম, গুৰু আৰু ৰাইজ—এই তিনিটি ধৰৰ পাৰস্পৰিক সংযোগ, সম্প্ৰীতি আৰু সুশৃঙ্খলিত নিয়ন্ত্ৰণৰ ওপৰতে আত্মাৰ অবিনাশিত্বত বিশ্বাস কৰা ৰাজ্য একোখনৰ নিৰাপত্তা নিৰ্ভৰ কৰে। পন্থা পৃথক হ'লেও ইহকাল-পৰকালৰ বিষয়ে চিন্তা-কৰোঁতা দিব্য-দৃষ্টিৰ ঋষি-মুনিসকলে বান্ধি থৈ যোৱা শাস্ত্ৰীয় ব্যৱস্থাই সামাজিক সংহতি স্থাপনৰ আটাইতকৈ উত্তম উপায়।'

মোহভংগৰ কাৰণ্য, শাৰীৰিক অৱসাদ, মানসিক ক্লান্তিৰ ফলতে তেওঁৰ এই অতীতমুখী প্ৰত্যাবৰ্তন সম্ভৱ হ'ল। জীৱনৰ কদৰ্যতা সম্বন্ধে অনীহাও ইয়াৰ আন এটি কাৰণ।

বেণুধৰ শৰ্মা ঐতিহাসিক সঁচা, কিন্তু 'ইতিহাসৰ সংজ্ঞা' যদি 'উৎপাদনৰ উপায় আৰু সম্পৰ্কৰ ক্ৰমপৰিবৰ্তনৰ কালানুক্ৰমিক উপস্থাপন' হয় তেন্তে সেই অৰ্থত তেওঁ ইতিহাস চৰ্চা কৰিছিল বুলি আমি ক'ব নোৱাৰো। তেওঁ মূলতঃ ঐতিহাসিক কথাকাৰ; 'মণিৰাম দেৱান'ত যেনেকৈ ইতিহাসৰ তথ্য আছে, তেনেকৈ ঔপন্যাসিকৰ কথকতাও বিদ্যমান। সেই একে কথাকে 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' নামৰ পুথিখনৰ বিষয়েও ক'ব পাৰি। ঘৰুৱা বৈঠকত স্মৃতিচাৰণ কৰোঁতে তেওঁ প্ৰায়ে কৌতুক কৰি মোক এটা কথা কোৱা মনত আছে। তেওঁৰ স্কুলীয়া জীৱনৰ শিক্ষাগুৰু স্বৰ্গীয় মুক্তাৰাম কাথৰকৰাই শৰ্মাহঁতক বুৰঞ্জী পঢ়ুৱাইছিল। তেওঁ নিতৌ বুৰঞ্জীৰ পাঠ আৰম্ভ কৰাৰ আগতে বুৰঞ্জীৰ এটি সূত্ৰ দাঙি ধৰে। তেওঁ কয়, বুৰঞ্জীত কি নাই? ইয়াত বিচাৰিলেই অংক, ভূগোল, আনকি সাহিত্যও পাবা; 'মহান আকবৰ'—এই প্ৰকাশভংগী সাহিত্যৰে চানেকি। শিক্ষাগুৰুৰ বুৰঞ্জী-শিকোৱা পদ্ধতিৰ শলাগ লৈ ঠিক শিক্ষকজনে যেনেকৈ কথা কৈছিল, ঠিক সেই ঠাঁচৰ কথা কৈ ৰগৰ কৰি শৰ্মাই কয়,—সেইসকলহে শিক্ষক—বুৰঞ্জীৰ নীৰস কথাও ৰসালকৈ দাঙি ধৰিব পাৰে। শৰ্মাই বুৰঞ্জী ৰচনা কৰোঁতে সম্ভৱতঃ বৰ নিষ্ঠাৰে সৈতে শিক্ষাগুৰুৰ কথাষাৰ মনত ৰাখিছিল। এইবাবেই মই তেওঁক ঐতিহাসিক কথাকাৰ বুলিছোঁ। উল্লিখিত পুথি দুখনত কথাশিল্পীৰ প্ৰতিভাহে অধিক পৰিস্ফুট। আধুনিক কালত ইতিহাস ৰচনাৰ বাবে লিখিত দলিল নথি-পত্ৰ, শিলালিপি আদিৰ উপৰিও প্ৰত্নতাত্ত্বিক খনন কাৰ্য, নৃতাত্ত্বিক আৰু সমাজ-তাত্ত্বিক বিচাৰবো প্ৰয়োজন হৈছে। এইবোৰৰ প্ৰয়োজন হয়, সমকালীন সমাজৰ বাস্তৱ ৰূপটোৰ পটভূমিত মানুহৰ কাৰ্য, আচৰণ, মানসিকতা আৰু শুভ-অশুভ শক্তিৰ দ্বন্দৰ পূৰ্ণ ছবিখন দাঙি ধৰিবৰ বাবে। শৰ্মাই 'মণিৰাম দেৱান' লিখোঁতে

বয়োবৃদ্ধ অভিজ্ঞ লোকৰ মুখৰপৰাও তথ্য আহৰণ কৰিছিল। গাঁঠিৰ ধন ভাঙি শাৰীৰিক কষ্ট সহ্য কৰি এনেবোৰ তথ্য সংগ্ৰহ কৰাটো প্ৰশংসনীয় নিশ্চয়, কিন্তু এইবোৰ তথ্য কিমান দূৰ বস্তুনিষ্ঠ তাক সঠিককৈ ক'ব নোৱাৰি। শৰ্মাৰ দিনৰ পৰিবেশ, আৰু ধ্যান-ধাৰণালৈ চাই এই অসম্পূৰ্ণতাৰ বাবে তেওঁক আমি দায়ী কৰিব নোৱাৰোঁ। তেওঁ ৰোমাণ্টিক দৃষ্টিৰে অতীত ঐতিহ্যৰ স্নৰ্ণীয়া সঁফুৰা মেলি 'চিন্তা কৰিব পৰা অসমীয়া মুৰ'ৰ সৃষ্টি কৰি স্বতঃপ্ৰণোদিতভাৱে সকলোকে জাতি গঠনৰ কাৰ্যত ব্ৰতী হ'বলৈ সকিয়াই দিছিল। Ernest Fischerএ ৰোমাণ্টিচিজম সম্পৰ্কে আলোচনা কৰোঁতে এই বুলি মন্তব্য কৰিছে—

......It led to the wild and the exotic, the limitless horizon, but it also led to one's own people, to one's own past, to one's own specific nature. The greatest of the romantics all admired Napoleon, the cosmic self, the unbounded personality.

অৱশ্যে পাশ্চাত্যৰ সাহিত্যত হোৱা ৰোমাণ্টিক আন্দোলনৰ গতি-প্ৰকৃতি ভাৰতীয় সাহিত্যৰ ৰোমাণ্টিক ধাৰাৰ চৰিত্ৰৰপৰা মূলতঃ কিছু পৃথক। তথাপিও বহিৰংগত সাদৃশ্য আছিল। বেণুধৰ শৰ্মায়ো বিশাল ব্যক্তিত্বৰ গুণ-কীৰ্তন কৰিছে। তেওঁৰ দৃষ্টিত ব্যক্তিৰ বিশালতা জাতীয় মুক্তিৰ পৰিকল্পনাৰ সতে একাকাৰ হৈ গৈছে। বৰ্তমানৰ কামত লগাবলৈ তেওঁ বিচাৰি ফুৰিছিল অতীতৰ সুৰভি। মণিৰামৰ তিথি পাতি ৰাইজক তেওঁ বুজাব খুজিছিল দেশোদ্ধাৰৰ পুৰস্কাৰ মৃত্যুদণ্ড। উদাৰ জাতীয়তাবোধ, হিন্দুমুছলমান নিৰ্বিশেষে অখ্যাত মানুহৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা—শৰ্মাৰ চৰিত্ৰৰ এইবোৰ দিশ তেওঁৰ যুগৰ পটভূমিত প্ৰগতিশীল বুলি ক'ব পাৰি। আনহাতে, ধৰ্মীয় প্ৰভাৱৰপৰা তেওঁ মুক্ত নহ'ল যদিও ধৰ্মীয় ক্ৰিয়াকাণ্ডতকৈ ( Ritual ) ব্ৰহ্মবাদী ধাৰণাৰ প্ৰতি তেওঁৰ কৌতূহল অধিক আছিল।

তেওঁৰ বলিষ্ঠ পদক্ষেপ আমাৰ হাতিয়াৰ হ'ব ; দুৰ্বলতাখিনি আমাৰ দেশৰ জনসাধাৰণৰ মাজত থকা পশ্চাৎমুখিতাৰে প্ৰতিফলন মাথোন। আচলতে ভাৰতীয় সমাজদেহ নিয়ন্ত্ৰিত কৰিছিল, আৰু আজিও কৰি আছে, জাতিভেদ, জন্মান্তৰবাদ আৰু উচ্চ-নীচৰ ব্যৱধানে। ঊনৈশ শতিকাৰ নৱন্যাসৰ পোহৰ, স্বাধীনতা আন্দোলনৰ জোৱাৰ, নানা তৰহৰ সমাজ-সংস্কাৰৰ তৰংগয়ো মোহনিদ্ৰা ভংগ কৰিব পৰা নাই। অৱশ্যে মধ্যযুগৰ তমসা আৰু তামসিকতাৰ ধৰিবণা যে

একেবাৰে লৰা নাই এনে নহয়, কিন্তু সি দেশৰ চৰিত্ৰ হতভাগ্যজনকক স্পৰ্শ কৰাগৈ নাই। আধুনিক জগতৰ উদাৰ প্ৰাঙ্গন এখন ৰচিত হ'বলৈ আৰু তাত ভুৰ লৈ বিজ্ঞানসন্মত মানৱতাবাদৰ চৰ্চা কৰিবলৈ আমাৰ দেশত এতিয়াও বহুত বাকী। সেইবাবে ত্ৰুটি সত্বেও শৰ্মাৰ যাত্ৰা আছিল মানুহৰ পিনেই, যি মানুহ দেশৰো ৰাজহাড় আৰু ইতিহাসৰো অবিসম্বাদী নায়ক। এই কথা মনত নাৰাখিলে তেওঁৰ প্ৰতি অবিচাৰ কৰা হ'ব।

# বেণুধৰ শৰ্মা : এটি জনপ্ৰিয় নাম

ডঃ লীলা গগৈ

বেণুধৰ শৰ্মা অসমীয়া মানুহৰ এটি জনপ্ৰিয় নাম। আৰু, সেই জনপ্ৰিয়তা অক্ষুন্ন ৰাখিছিল মৃত্যুৰ দুৱাৰদলিলৈকে। উজনি অসমৰ অনেক প্ৰাচীন, বুৰঞ্জীপ্ৰসিদ্ধ পৰিয়ালৰ ঘৰৰ গচকি চোৰ-চাং, পানী-চাং চলাথ কৰি পুৰণি বুৰঞ্জী বুটলি ফুৰাটো তেখেতৰ অভ্যাসত পৰিণত হৈছিল। কেৱল যে পুৰণি পুথিয়েই গোটাইছিল এনে নহয়, ঠাইখনৰ, পৰিয়ালটোৰ, মানুহজনৰ কথাও মনত সাঁচি লৈ আহিছিল। তেখেতৰ স্মৃতি আছিল প্ৰখৰ আৰু মুৰটো আছিল এনে সাঁচতীয়া কথাৰ অফুৰন্ত সঁফুৰা। তেখেতে যিমান পুথি সংগ্ৰহ কৰিছিল, সেই সকলোখিনি পোহৰলৈ অহা নাই। কাৰণ, পুৰণি বুৰঞ্জী পঢ়ি তাক হুবহু প্ৰতিলিপিলৈ ৰূপান্তৰ কৰা অতি কঠিন কাম। বেণুধৰ শৰ্মাই আজীৱন বুৰঞ্জী চৰ্চা কৰিলেও এখনো পুৰণি বুৰঞ্জী সম্পাদনা কৰাৰ আৱশ্যকতা অনুভৱ নকৰিলে বা কৰিছিল যদিও বাস্তৱলৈ ৰূপায়িত নহ'ল। শৰ্মাই আন এটা কাম কৰিহে অধিক ভাল পাইছিল ; বুৰঞ্জীৰ ৰসাল অথচ নতুন তথ্য-পাতি পালে তাক সজাই-পৰাই প্ৰকাশ কৰি। পুৰণি 'বাঁহী' আলোচনীৰ পাতত 'মধুপৰ্ক' শিতানত দিয়া বাতৰিবোৰ 'সুতুলি'-ৰূপী বেণুধৰ শৰ্মাৰেই অৱদান। বেণুধৰ শৰ্মা যথাৰ্থতে এজন সাংবাদিক। বুৰঞ্জীৰপৰা সংবাদ আহৰণ কৰি পৰিৱেশন কৰাটো তেখেতৰ প্ৰিয় কাম আছিল। এইখিনিতে পুৰণি বুৰঞ্জীৰ কথনৰীতিৰ লগত শৰ্মাৰ ৰীতিৰ এক পাৰ্থক্য পৰিলক্ষিত হয়। বুৰঞ্জীবোৰ নিতান্তই objective, কিন্তু শৰ্মাই বুৰঞ্জী কথতে এনে ৰসাত্মক ৰূপত প্ৰকাশ কৰে যে বুৰঞ্জী সাধুকথাধৰ্মী হৈ পৰে। 'মণিৰাম দেৱান'ত মানুহ-জনৰ ব্যক্তিত্ব ফুটি উঠিছে সঁচা কিন্তু বাস্তৱধৰ্মিতাৰে পৰ্যবেক্ষণ কৰিলে কোনো কোনো ক্ষেত্ৰত মণিৰাম বুৰঞ্জীৰ ব্যক্তিত্বকৈ legendary চৰিত্ৰলৈ পৰ্যবসিত হৈছে যেন লাগে ; কিন্তু পাঠকৰ বাবে ই ৰমণীয়, সুখপাঠ্য গ্ৰন্থ। সেয়েহে অসমীয়া সাহিত্যৰ বুৰঞ্জীত বেণুধৰ শৰ্মাৰ স্থান অনন্য, একক।

১৯৫০-৫১ চনত শিৱসাগৰ কলেজৰ ইণ্টাৰমিডিয়েট শ্ৰেণীৰ ছাত্ৰ হৈ থকা সময়তে বেণুধৰ শৰ্মাৰ সান্নিধ্যলৈ আহিবলৈ সুযোগ পাওঁ। সেই সময়ত 'নতুন

অসমীয়া' কাকতত মই কেইটামান বুৰঞ্জীমূলক প্ৰবন্ধ লিখিছিলোঁ। আৰু তাৰেই পৰিণতি স্বৰূপে বিশেষকৈ দুজন খ্যাতনামা পুৰুষৰ চকুত পৰিছিলোঁ—তেখেতসকল হ'ল ড° সূৰ্যকুমাৰ ভূঞা আৰু বেণুধৰ শৰ্মা। ১৯৫১-৫২ বছৰটোৰ কলেজ আলোচনী 'শৰাই'ৰ সম্পাদক হিচাপে কাকতখন যত্ন সহকাৰে প্ৰকাশ কৰিবলৈ যত্ন কৰিছিলোঁ। 'শৰাই' এখন শ্ৰদ্ধাৰে উপহাৰ দিছিলোঁ বেণুধৰ শৰ্মাক। তেখেতে আলোচনীখনৰ বিষয়-বস্তু, ভাষা, সাজ-সজ্জা আদি সামৰি এখন দীঘলীয়া চিঠি দিছিল আৰু সম্পাদকক প্ৰশংসা কৰিছিল। উক্ত চিঠি পাই কিমান ভাল পাইছিলোঁ আৰু উৎসাহ অনুভব কৰিছিলোঁ তাক আজি কথাৰে বুজাব নোৱাৰোঁ। তেতিয়াৰেপৰা শৰ্মা ডাঙৰীয়াৰ লগত চিঠি-পত্ৰৰে সঘনাই যোগাযোগ হৈছিল। লগে লগে ঘনিষ্ঠতা বাঢ়ি গৈছিল। প্ৰায়বোৰ চিঠিতেই ভাষা আৰু ব্যাকৰণৰ ভুল-ত্ৰুটী আঙুলিয়াই দিছিল। 'বুৰঞ্জীয়ে ধককৰা কয়', 'ধককৰাই বুৰঞ্জী কয়', 'বুৰঞ্জীৰ বিতচকুত ৰংপুৰ' আদি প্ৰবন্ধ কেইটা পঢ়ি বেণুধৰ শৰ্মাই যেনেকৈ উৎসাহিত কৰিছিল, তেনেকৈ ড° ভূঞাই এই প্ৰবন্ধ কেইটা দেখিয়েই মোক অসম চৰকাৰৰ 'বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ'ত ৰিচাৰ্চ স্কলাৰ হিচাপে নিযুক্তি দিছিল। ১৯৫৪ চনৰ জুলাই মাহত মই গুৱাহাটীত কামত যোগ দিওঁ আৰু তেতিয়াৰেপৰা অধিক ঘনিষ্ঠতা লাভ কৰোঁ। তেতিয়া শৰ্মা ডাঙৰীয়া আছিল চেনিকুঠিত আৰু মই সাদিনৰ ভিতৰত অন্ততঃ এদিন তেখেতৰ ঘৰলৈ যোৱাটো অভ্যাসত পৰিণত হৈছিল। সেইদৰে মই জ্ঞানদাভিৰাম বৰুৱাৰ ঘৰলৈকো সঘনাই অহা-যোৱা কৰিছিলোঁ। তেখেতেও শৰ্মা ডাঙৰীয়াৰ লগত থকা ঘনিষ্ঠতাৰ কথা জানি প্ৰায় প্ৰতিবাৰতে "বেণু শৰ্মাৰ ঘৰলৈ গৈছা নে?" বুলি প্ৰশ্ন কৰিছিল আৰু কৈছিল, "তোমালোক দুয়োজন এদিন একেলগে আহিবা আৰু বুৰঞ্জীৰ কথা পাতিবা, মই শুনিম।" শৰ্মা ডাঙৰীয়াই মই লিখা কথাবোৰ বিতংকৈ মনত ৰাখিছিল; যেতিয়াই হ'তে লগ পায়, খিতাদহে সেইবিষয়ে উল্লেখ কৰি ভুল হ'লে শুধৰাই দিছিল আৰু শুদ্ধ হ'লে প্ৰশংসা কৰিছিল। এইজন পুৰুষৰ এই স্বভাৱটোৱে মোৰ বুৰঞ্জী-চৰ্চাৰ দীঘলীয়া বাটত বহুখিনি সহায়তা কৰিছিল।

বেণুধৰ শৰ্মাৰ লগত মোৰ মতদ্বৈধতা নঘটা নহয়, কিন্তু সি ব্যক্তিগত কাজিয়ালৈ অৱনমিত হোৱা নাছিল। এক, শৰ্মাৰ 'দেশদ্ৰোহী কোন' নামৰ প্ৰবন্ধটো আধুনিক অসমীয়া বুৰঞ্জী-সাহিত্যৰ এটি লেখৰ সম্পদ। কিন্তু প্ৰবন্ধটোৰ শেষ

বক্তব্যখিনি লগত মোৰ মত নিমিলিছিল। পূৰ্ণানন্দ বুঢ়াগোঁহাই, ক্ষমতাশালী, স্বজনপ্ৰিয়, অভিমানী, প্ৰতিদ্বন্দ্বী, প্ৰভাৱলিপ্সু হ' লেও তেওঁ পোনপটীয়াকৈ দেশৰ স্বাৰ্থহানিকৰ কামত লিপ্ত নাছিল; 'তুংখুঙীয়া বুৰঞ্জী'ৰ লেখক শ্ৰীনাথ দুৱৰা বৰবৰুৱাৰ মতে তেওঁ বিপদকালত সকলো কষ্ট সহি, ত্যাগ স্বীকাৰ কৰি চৰায়ে পোৱালি আৱৰি থকাৰদৰে পাখিৰে দেশখন আৱৰি আছিল। আনপিনে সকলো দোষৰপৰা অব্যাহতি দিলেও বিদেশী শত্ৰুক বৰঘৰ দেখুৱাই, বৰপীৰা পাৰি বহুওৱা অপৰাধৰপৰা বদন বৰফুকনক নিষ্কৃতি দিব নোৱাৰি। যি কাৰ্যৰ পৰিণতি স্বৰূপে দেশৰ স্বাধীনতাৰ বেলি মাৰ গ'ল, সেই কাৰ্যক দেশদ্ৰোহিতা বুলিমনে চাৰিত্ৰিক দোষবোৰক দেশদ্ৰোহিতা বুলিম? শৰ্মা ডাঙৰীয়াই মোৰ যুক্তি কাণ-পাতি শুনিছিল আৰু এটা প্ৰবন্ধ লিখিবলৈ উদগণি দিছিল। দুই, তেখেতে 'মণিদীপ' কাকতত 'জয়মতী কুঁৱৰী'ৰ মৰণোত্তৰ বিচাৰ কৰি সতী সাবিত্ৰী, দময়ন্তী আদিৰ দৰে সাধুকথা পৰ্যায়ৰ সতী বুলি কবলৈ প্ৰয়াস কৰিছিল। সেইটো শৰ্মা ডাঙৰীয়াৰ আত্মপ্ৰত্যয়ৰ বাবেই তেনে হৈছিল যেন লাগে। কঁহকঁহীয়া ডেকা কালৰেপৰা তিনি কুৰি বছৰ বয়সলৈকে বুৰঞ্জীৰ অনুসন্ধান কৰিও জয়মতী কুঁৱৰীৰ কথা পোনপটীয়াকৈ থকা বুৰঞ্জী এখনো নেপাই তেখেতে হয়তো নিজে প্ৰত্যয় গৈছিল যে জয়মতী নাছিল। 'মণিদীপ'ৰ প্ৰবন্ধটো সামৰণি মৰাৰ পিছত জাঁজীৰ কলীয়াপানীৰপৰা উদ্ধাৰ কৰা পুৰণি বুৰঞ্জী এখনৰ হুবহু পাঠ উদ্ধাৰ কৰি 'নীলাচল' কাকতত প্ৰকাশ কৰাৰ পিছত মোলৈ এখন চুটি চিঠি লিখি সমস্যাটোৰ ওৰ পেলাই জয়মতী বাস্তৱ চৰিত্ৰ বুলি প্ৰতিপন্ন কৰাৰ বাবে শলাগ জনাইছিল। তদুপৰি, তাৰ পিছত ব্যক্তিগতভাৱে লগ পাওঁতে মোক বৰ ভাল কাম কৰিলোঁ বুলি উদগণি দিছিল। মই জনামতে এই ঘটনাৰ পিছত শিৱসাগৰৰ নামতি অঞ্চলৰ এঘৰ মানুহৰপৰা জয়মতী কুঁৱৰীৰ কথা থকা বুৰঞ্জী এখন শৰ্মা ডাঙৰীয়ায়ো উদ্ধাৰ কৰিছিল; পাণ্ডুলিপি ৰূপত এই প্ৰাচীন পুথিখন তেখেতৰ সংগ্ৰহৰ মাজত এতিয়াও থাকিব পায়। তিনি, তেখেতৰ লগত মোৰ মতৰ অমিল হৈছিল, মণিৰাম দেৱানৰ বিষয়ত। যিসকল ডা-ডাঙৰীয়াই[1] মান খেদিবলৈ অহা

---

১। এইসকল হ'ল: মাধৰাম বৰগোহাঁই, কেন্দুগুৰীয়া গোৱালী গোঁহাই, চাওফ্ৰাংমুং বুঢ়াগোঁহাই, পিৰলিয়া বৰগোঁহাই, কানু দিহিঙীয়া ফুকন, গগৈ ৰাজখোৱা, লিবামৰ ডেকাফুকন, ভেলিচন ডেকাফুকন, ৰাধানাথ বৰবৰুৱা, কেচু পোৱালী বঢ়া ৰাজখোৱা, মণিৰাম কলিতা, ৰামদত্ত, কাশীনাথ তামুলী ফুকন, হৰনাথ পৰ্বতীয়া বৰুৱা, লুথুৰাখনৰ

ইংৰাজক আৰবণি-লভাবণ জনাইছিল, যেইসকলৰ ভিতৰত মণিৰাম আৰু তেওঁৰ পিতৃ ৰামদত্ত দোলাকাষৰীয়া বৰুৱাও আছিল। তেওঁবিলাক দুয়োজনেই পোনতে প্ৰশাসনীয় কাৰ্যৰ বাটকটীয়া আছিল। ১৮৩৫ চনত যেতিয়া পুৰন্দৰ সিংহই ৫০,০০০ টকাত উজনি অসম লাগবন্দীত লয়, তেতিয়া মণিৰাম পুৰন্দৰ সিংহৰ বৰভণ্ডাৰ বৰুৱা হৈছিল (শৰ্মাৰ মতে মন্ত্ৰী হৈছিল)। বৰভণ্ডাৰ বৰুৱা মানে বৰ ভঁৰালী বৰুৱা, ৰাজকাৰেঙৰ ৰাজভঁৰালৰ হিচাপ ৰাখোঁতা। ৰামদত্তও চাংকাকতি আছিল। চাংকাকতিয়ে বৰকাকতিৰপৰা পোৱা হিচাপ আৰু কাকত-পত্ৰ গধীয়া ভঁৰালত জমা দি হিচাপ ৰাখে। এই বাবত থাকোঁতে মণিৰামে বৰভণ্ডাৰ বৰুৱাই লঠৌ 'খাৰঘৰীয়া ফুকন আৰু কাশীনাথ তামুলী ফুকনক লগত লৈ কলিকতাত তিনি বছৰৰ মূঠ ১,৫০,০০০ টকাৰ লাগবন্দী দিবলৈ:গৈছিল, কিন্তু সেই টকা ইংৰাজ চৰকাৰক বহস্যজনকভাবে জমা নিদিলে। তাৰেই পৰিণতি স্বৰূপে পুৰন্দৰ সিংহৰ ৰাজ্য গ'ল। মণিৰামৰো চৰকাৰী কাম নাইকিয়া হৈ চাহ-কোম্পানীৰ দেৱান হ'ল। এই সময়ৰেপৰাই ইংৰাজ শাসনৰ বিৰুদ্ধে তলে তলে মণিৰাম 'বিদ্ৰোহী' হৈ পৰে। শৰ্মা ডাঙৰীয়াই তেখেতৰ পুথিত ইংৰাজক আৰবণি জনোৱা আৰু লাগবন্দী নিদিয়া কথাটো উল্লেখ কৰা নাই। মই এদিন (১৯৫৪ চনত) মৰসাহ দি তেখেতক এইবাৰ কথা কলোঁ। তেখেতে মোক টপৰাই প্ৰশ্ন কৰিলে, "তুমি ক'ত পালা?" মই ক'লোঁ, "বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত থকা এখন 'লিট বুৰঞ্জীত' ইংৰাজক আৰবণি জনোৱা বা-বিষয়াসকলৰ নামৰ তালিকা আছে, তাত:পাইছোঁ। লাগবন্দীৰ টকাৰ খেলি-মেলিৰ কথাটো হৰকান্ত বৰুৱা সদৰামিনৰ হাতে লিখা ডায়েৰীত পাইছোঁ।" (মূল ডায়েৰীখন মোক ৺কুমুদচন্দ্ৰ বৰদলৈয়ে দেখুৱাইছিল। শৰ্মাই খন্তেকপৰ তভক মাৰি বৈ থাকি ক'লে, "পাইছা যদি হ'বও পাৰে। বিচাৰ কৰি চাবা। আভুৱা কথাৰ ওজন নাই, সঁচাৰ হৰণ-ভগন নাই।" পিছত মই মোৰ 'মণিৰাম দেৱানৰ গীত'ত (১৯৫৭) এই কথাটো উল্লেখ কৰিছিলোঁ, তেতিয়া শৰ্মা ডাঙৰীয়াই প্ৰতিবাদ কৰা নাই। মোৰ ধাৰণা, মণিৰাম দেৱানৰ যিটো আদৰ্শ চৰিত্ৰ আগত লৈ তেখেতে পুথিখন লিখিছিল, সেই চৰিত্ৰত চেকা পৰে বুলিয়েই হয়তো এই কথাকেইটা

---

মজুমদাৰ, ৰাধানাথ ফুকন, দিহিঙীয়া হাজৰিকা, চেঙেলিমৰীয়া থিনাই বৰুৱা, যেমুৰৰ কোৱঁৰ আদি।

যুৰঞ্জীসন্মত হ'লেও লিখিছিল। 'বেজদলৈ ভণ্ডাৰী বৰুৱাৰ বংশাৱলী' লিখোঁতেও মনথিৰ ভঁৰালী বৰুৱাৰ গোটোচেৰেক অনুচিত কাৰ্য-কলাপ তেখেতে ঢাকি থৈ গ'ল। এইবাৰ কথাও হাঁহি হাঁহি মই এবাৰ তেখেতক কৈছিলোঁ। উত্তৰ নিদিলে। মই ক'ৰবাত যুৰঞ্জীমূলক ৰচনা লিখিলেই তেখেতে পালে পঢ়ি এখনি চুটি চিঠি লিখিছিল। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰপৰা মোৰ 'শৰাইঘাটৰ যুদ্ধ' যেতিয়া প্ৰকাশ হৈ ওলায়, তেখেতে পঢ়ি এখন প্ৰশংসাসূচক চিঠি লিখাৰ উপৰিও কেইবাজনো মানুহৰ যোগেদি মোক শলাগ জনাইছিল। মই তেতিয়া ভাবিছিলোঁ, এইখিনি সমল আগতে পোৱা হ'লে তেখেতৰ 'বঙাল-বৈৰী লাচিত বৰফুকন' অধিক সমৃদ্ধ হৈ প্ৰকাশ পালেহেঁতেন।

বেণুধৰ শৰ্মাৰ ভাষা আছিল নিবহ-নিপানী, জতুৱা অথচ অৰ্থব্যঞ্জক। কুঁজৰ মূৰত কিলটো দিবপৰাকৈ অসমীয়া ভাষাৰপৰাই শব্দ, বাক্যাংশ বা খণ্ডবাক্য বিচাৰি উলিয়াইছিল। তাহানি পঢ়াশালিত পঢ়ি থাকোঁতেই 'তৰুণ অসম' কাকতত এটা বাতৰিৰ শিৰোনামা পঢ়া মনত আছে, 'পশ্চিম সীমান্তত জাৰ্মান সেনাই লেটা কুন্দাইছে'। অৰ্থ হ'ল জাৰ্মান সৈন্য নিতাল মাৰি আছে। এনেয়ে থকা নাই, আয়োজন কৰি আছে, আকৌ আক্ৰমণ কৰিব। মুগাৰ বাহটোৰ ভিতৰত পোকটোৱে লেটা কুন্দাই দেখাত নিতাল মাৰি থাকে, কিন্তু এনেয়ে নহয়, পখিলা হৈ উৰিবলৈ। শিৰোনামাটো নিতান্তই অৰ্থব্যঞ্জক, কিন্তু জাতীয় সংস্কৃতিৰ লগত পৰিচয় নথকা, পুৰণি সমাজৰ আঁত ধৰিব নোৱৰা মানুহৰ বাবে বুজিবলৈ কঠিন। 'মণ্ডলতিৰ কণ্ঠীমালা' অনুবাদ কৰোঁতে আৰ্থাৰ কনেন্ ডয়লৰ জতুৱা ইংৰাজী সম্পূৰ্ণ জতুৱা কৰি অসমীয়া ঠাঁচত প্ৰকাশ কৰিছিল। এসময়ত অসমীয়া ভাষাৰ জীৱন বিপন্ন কৰি তোলা শক্তিবোৰৰ প্ৰতি তেখেত সততে সজাগ হৈ আছিল আৰু সেইবাবেই চোৰাং গতিৰে যাতে শব্দ বা ঠাঁচ আহি অসমীয়া ভাষাক বিজতৰীয়া কৰিব নোৱাৰে তাৰ প্ৰতি সদা-সচেতন আছিল। এয়া বেণুধৰ শৰ্মাৰ জাতীয় প্ৰেমৰ নিদৰ্শন। দেশ আৰু জাতিক হাড়ে-হিমজুৱে ভাল পাইছিল; অতীতৰ শৌৰ্য-বীৰ্যই তেখেতৰ মনৰ দাপোণত ভুমুকি মাৰি তেখেতক প্ৰেৰণা যোগাইছিল আৰু তাৰেই পৰিণতিস্বৰূপে লাচিত বৰফুকন, মোমাই তামুলী বৰবৰুৱাৰ চৰিত্ৰ অঙ্কন কৰাৰ উপৰিও ঊনবিংশ শতিকাৰ শেষ ভাগত অসমীয়া জাতীয়ত্বৰ পুনৰ্জাগৰণ আনোতা জাতীয় বীৰপুৰুষসকলৰ চৰিত্ৰ অঙ্কন কৰি 'অৰ্ঘ্যাৱলী' মুগুত কৰিছিল।

একোটা ভাষাৰ স্বকীয় বৈশিষ্ট্য আছে আৰু সেই বিশিষ্টতাকে তেখেতে ভাষাৰ কালিকা বুলিছিল আৰু সেই কালিকা নিজে যি পৰিমাণে ৰক্ষা কৰিছিল, আনে ৰক্ষা কৰাটোও আশা কৰিছিল। কোনোবাই সেইদৰে লিখিলেও তেখেতে পঢ়ি আনন্দ পাইছিল আৰু নাম-ঠিকনা জানিলে ততালিকে এখন চিঠি লিখি পেলাইছিল। সেইদৰে ভুলকৈ লিখা মানুহকো চকুৰ আগতে ক'বলৈ ভয় নকৰিছিল। ৺হেম বৰুৱাই তেখেতৰ 'সাগৰ দেখিছা' এখন শৰ্মা ডাঙৰীয়াক উপহাৰ দিছিল আৰু শৰ্মা ডাঙৰীয়াই পঢ়ি গোটেই কিতাপখনৰ ভাষা ৰঙা চিয়াহীৰে শুধৰাই চিতৰা-পখৰা কৰি বাহিৰৰ মেজতে থৈ দিছিল। এদিন হেম বৰুৱাই শৰ্মা ডাঙৰীয়াৰ পুত্ৰ অজিতকুমাৰ শৰ্মাক লগ পাবলৈ গৈ মেজতে নিজৰ কিতাপখন দেখি, হাতত লৈ পাত লুটিয়াই সেই পখৰা-চিতৰা ৰূপটো দেখি থৰ লাগি ৰৈ আছিল আৰু অলপ পিছতে মোক কৈছিল, "চোৱাঁচোন, কিতাপখনৰ কি অৱস্থা কৰিলে?" হেম বৰুৱা অলপ ক্ষুণ্ণ হৈছিল। ঠায়ে ঠায়ে কেৱল ৰঙা চিয়াহীৰে আঁচ মাৰিয়েই এৰা নাছিল, শুদ্ধ ৰূপো লিখি থৈছিল। কলেজত পঢ়ি থাকোঁতেই 'নৱগৰ মুকুতা' নামেৰে মই এখনি লক উপন্যাস লিখি বেণুধৰ শৰ্মাক চাবলৈ দিছিলোঁ। তেখেতে মোৰ কাহিনীটো লৰ-চৰ নকৰাকৈ ভাষাত এনেকৈ হাত-ফুৰাইছিল যে উপন্যাসখনৰ মোৰ নিজা ৰীতিৰ চিন-চাপেই নোহোৱা হৈ পৰিছিল। 'অসম-বাণী' কাকতত 'বুৰঞ্জীয়ে গৰকা নগৰ' শিতান দি এজানি প্ৰবন্ধ লিখিছিলোঁ। যেতিয়া পুথি আকাৰে প্ৰকাশ কৰিবলৈ দিহা কৰোঁ, তেতিয়া তেখেতে মোক নামটো সলাই 'বুৰঞ্জীয়ে পৰশা-নগৰ' কৰিবলৈ পৰামৰ্শ দিছিল; মই তাকে কৰিলোঁ। পুথিখন যেতিয়া ছপা হৈ ওলাল, তেতিয়া হেম বৰুৱাই ক'লে, 'বুৰঞ্জীয়ে গৰকা নগৰ' নামটোহে বেছি suggestive আছিল। মই বেণুধৰ শৰ্মাৰ পৰামৰ্শৰ কথা কলোঁ। হেম বৰুৱাই হাঁহি মাৰি গুচি গ'ল; মন্তব্য নকৰিলে। মোৰো 'বুৰঞ্জীয়ে গৰকা নগৰ' নামটোৰ প্ৰতিহে অধিক আকৰ্ষণ আছিল। প্ৰসঙ্গটো আৰম্ভ কৰিছিলোঁ, এই কাৰণেহে—শৰ্মা ডাঙৰীয়াই ভাষাৰ কালিকা ৰক্ষা কৰাটো ধৰ্ম হিচাপে মানিছিল আৰু ভাষা-সাহিত্যৰ বিষয়ে ক'ৰ লগা হ'লেই ভুল-শুদ্ধ আঙুলিয়াই দি শ্ৰোতাক প্ৰত্যয় জন্মাইছিল, যদিও বেণুধৰ শৰ্মাৰ নিবন্ধ-নিপানী শুদ্ধ ঠাঁচ অনেকৰ বাবেই অননুকৰণীয় আছিল। একালত যে বাংলা ভাষাই অসমীয়া ভাষাক গ্ৰাস কৰিবলৈ ওলাইছিল তাৰ আতঙ্ক বেণুধৰ শৰ্মাৰ শিৰে শিৰে সোমাই আছিল

গতিকে অসমীয়া ভাষাত চোঁবাংকৈ সোমোৱা বঙলা ঠাঁচটো দূৰ কৰিবলৈ সততে চেষ্টা কৰিছিল। কিজানি ( জানোচা ), যেহেতু ( যিহেতু ), পাকঘৰ ( আখলশাল ), তৰকাৰী ( শাক-পাচলি ), মাছৰ তলপেটী ( কোলঠি ), ভাজি ( ভজা ), পেট চলে ( পেট বলে ), নাও চলে ( নাও মেলে ), বেল চাবে ( বেল এৰে ), আদি ৰূপবোৰ সদায় আঙুলিয়াই দিছিল। যিবোৰ বিষয়ৰ শব্দ অসমীয়া ভাষাত চলতি ৰূপত আছে, সেইবোৰ ক্ষেত্ৰত আচহুৱা সংস্কৃতীয়া শব্দ ব্যৱহাৰ কৰাৰ তেখেত পক্ষপাতী নাছিল ; চুবুৰীয়া ভাষাৰ কথা দূৰতে থাকক।

বেণুধৰ শৰ্মাই বুৰঞ্জী সংগ্ৰহ আৰু চৰ্চাৰ প্ৰেৰণা হেমচন্দ্ৰ গোস্বামীৰপৰা পাইছিল যেন লাগে। হেমচন্দ্ৰ গোস্বামীয়েই পুৰণি বুৰঞ্জী সংগ্ৰহৰ বাটকটীয়া আছিল যদিও বুৰঞ্জী বৈজ্ঞানিকভাৱে সম্পাদনা কৰি থৈ নগ'ল। পুৰণি বুৰঞ্জীবোৰ টুকুৰা-টুকুৰকৈ আলোচনীৰ পাতত প্ৰকাশ কৰিছিল, কিন্তু ভাষা, বাক্য-ৰীতি আৰু শব্দগঠন নিজৰ ৰবীয়াকৈ কৰি পেলাছিল। শৰ্মা ডাঙৰীয়াই আকৌ পুৰণি বুৰঞ্জীৰ সমল লৈ ভালেমান ৰচনা লিখিছিল আৰু সেইবোৰত বহুতো নতুন তথ্য সন্নিবিষ্ট কৰিছিল, কিন্তু আধুনিক পদ্ধতিত প্ৰয়োজনীয় সূত্ৰবোৰ উল্লেখ কৰাৰ প্ৰয়োজনীয়তা অনুভৱ নকৰিছিল। 'দুৰবীণ' পুথিখনৰ প্ৰবন্ধ কেইটাত অনেক তথ্যৰ সন্নিবেশ ঘটিছে, কিন্তু ক'তো সূত্ৰ-বুৰঞ্জীবোৰৰ ইঙ্গিত দিয়া নাই ; পৰিণতিস্বৰূপে সেই সূত্ৰবোৰ পৰীক্ষা-নিৰীক্ষা কৰি চোৱাৰ কোনো আজি আৰু উপায় নাই। তেখেতৰ নিজৰ হাততো থনচেৰেক পুৰণি পুথি আছিল, সেইবোৰৰ তালিকা আৰু বিষয়-বস্তুৰ কোনো সন্তেদ আনে নেপালে। সেইদৰে 'মণিৰাম দেৱান' পুথিখনতো অসংখ্য নতুন তথ্য-সংবাদ আছে, কিন্তু গ্ৰন্থপঞ্জী বা সূত্ৰ নাই। সাহিত্যৰ দিশৰ-পৰা চালে 'মণিৰাম দেৱান' এখন বসাল পুথি, কিন্তু আধুনিক বুৰঞ্জী ৰচনাৰ দৃষ্টি-ভঙ্গীৰে চালে কাৰিকৰীভাৱে ক্ৰটীপূৰ্ণ। মণিৰাম দেৱানৰ পক্ষে আৰু বিপক্ষে থকা যুক্তিবোৰ উল্লেখ কৰি, নিজৰ যুক্তিৰে সেইবোৰ সমৰ্থন বা খণ্ডন কৰি মূল বক্তব্যখিনি প্ৰকাশ কৰাৰ পদ্ধতিটো গ্ৰহণ নকৰি শৰ্মা ডাঙৰীয়াৰ মনৰ মানুহ মণিৰাম দেৱানকহে সজাই-পৰাই তুলিলে। ইয়াকে কৰোঁতে বুৰঞ্জীৰ বাস্তৱতা বিকৃত হ'লেও তেখেতে একো চিন্তা কৰা নাই। মণিৰাম দেৱানক প্ৰতিষ্ঠা কৰাৰ আগ্ৰহ ব্যাপক ৰূপত প্ৰকাশ পাইছে। আনন্দিৰাম ঢেকিয়াল ফুকনৰ An Account of Assam সম্পাদনা কৰোঁতেও তাকেই কৰিছে। ৰেডৰ বুৰঞ্জীখন যথাৰ্থতে ফুকন পুৰণি অসম বুৰঞ্জীৰ ইংৰাজী অনুবাদ মাত্ৰ। মানুহৰ নাম আৰু ঠাইৰ

নামবোৰ চাহাবৰ উচ্চাৰণত পৰি আছুত্বা হৈ পৰিছিল। শৰ্মা ডাঙৰীয়াই পাদ-টীকাত সেইবোৰ পোনাই দিয়াৰ আৱশ্যকতা অনুভৱ নকৰিলে, ফলত বেতৰ বুৰঞ্জী পঢ়ি কিছুমান কথাৰ আও-ভাও বুজিব নোৱৰা হ'ল। এই বুৰঞ্জী দুখন চিৰদিনৰ বাবে হেৰাই গ'ল। ইয়াৰে এখন মনোহৰ বাইলুং ফুকনে আহোম ভাষাত লিখা 'ক-পুত' নামৰ বুৰঞ্জী আৰু আনখন অসমীয়া। প্ৰথমখন একমাত্ৰ বুৰঞ্জী আছিল আৰু সেইখন বেডে লৰ্ড টেইমাউথক উপহাৰ দিয়াত তেওঁ বিলাতলৈ লৈ গ'ল। দ্বিতীয়খনো কেপ্তেইন ব্ৰেলছে লৈ গ'ল। গোপালচন্দ্ৰ বৰুৱাৰ 'আহোম বুৰঞ্জী'ত কন্দ্ৰসিংহৰ ৰাজত্বকালৰ বিৱৰণ নাই। সম্ভৱতঃ এইজন ৰজাৰ ৰাজত্বকালৰ একমাত্ৰ বুৰঞ্জীখন লৰ্ড টেইমাউথে লৈ যোৱাৰ ফলত বুৰঞ্জীৰ এইছোৱা শূন্য হৈ ৰ'ল। বেডৰ বুৰঞ্জীখনত এই হেৰুওৱা অংশটো আছে আৰু ইয়াত বহুত চমৎকাৰ তথ্য-পাতি আছে। এইখিনি সমলৰ বিষয়ে উল্লেখ কৰিয়াই এটি সমালোচনামূলক পাতনিৰে সৈতে তুলনাত্মক পাঠ যুগুত কৰা হ'লে মহৎ উপকাৰ হ'লহেঁতেন। বেণুধৰ শৰ্মাই অশেষ কষ্ট কৰি প্ৰকাশ কৰি থৈ যোৱা এই কামটি সুচাৰুৰূপে সম্পাদন কৰিবলৈ কোনোবা আধুনিক গৱেষক আগবাঢ়ি আহিবনে?

'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' নামটো নিতান্তই ঘৰুৱা, জতুৱা আৰু অৰ্থ-ব্যঞ্জক। বেণুধৰ শৰ্মাই জীৱনৰ তিনিকুৰি বছৰ অসমৰ গাঁৱে-ভূঞে, চুকে-কোণে, হাবিয়ে-হুচতে ফুৰিবলৈ বাকী থোৱা নাই। গুৱাহাটীৰ নিচিনা মহানগৰীত জীৱনৰ শেহছোৱা কটালেও জিভাই নগৰীয়া জুতি ভাল নেপালে। কুৰি বছৰমানৰ আগৰ বিহু সন্মিলন এখনত তেখেত সভাপতি আৰু মই নিৰ্দিষ্ট বক্তা আছিলোঁ। দুপৰীয়া এঘৰত দুয়োকে ভাত খাবলৈ মাতিছিল। মাটিমাহৰ খাৰ, বনশাকৰ খাৰলি, পাৰ মাংসৰ জোল বান্ধি দিছিল। শৰ্মা ডাঙৰীয়াই তৃপ্তিৰে খাই অসমীয়া জুতি-বুধিৰ বিষয়ে বাৰকৈয়ে বহলাই বক্তৃতা দিছিল। কাঁচিয়লি ৰ'দতত শিৱসাগৰ মহকুমাৰ বুৰঞ্জীয়ে গৰকা গাঁওবোৰত স্বাধীনতা-আন্দোলনৰ গতি-বিধিৰ বিৱৰণ দাঙি ধৰাৰ উপৰিও এই আন্দোলনৰ লগত সংশ্লিষ্ট ব্যক্তিসকলৰ ব্যক্তিত্ব, চৰিত্ৰ আৰু কৃতিত্ব ফটফটীয়াকৈ তুলি ধৰিব পাৰিছিল। বিংশ শতিকাৰ আগভাগৰ গাঁৱৰ পৰিবেশৰ ছবি এখন আঁকিবলৈ বেণুধৰ শৰ্মাৰ 'কাঁচিয়লি ৰ'দত' এটি উপযুক্ত মাধ্যম। সেইদৰে সকলো ৰচনাৰ বুকুত অসমৰ প্ৰাচীন গ্ৰাম্য জীৱনৰ চিত্ৰ ফুটি ওলাইছে। বুৰঞ্জী আৰু বুৰঞ্জীমূলক

নমজ গোটাবলৈ বিমান পাবি সিমান ভিতৰুৱা অঞ্চলত ফুৰিবলৈ তেখেতে যোক পৰামৰ্শ দিছিল।

বেণুধৰ শৰ্মাৰ বুৰঞ্জী বিচৰা ৰীতিৰ লগত মোৰ পৰিচয় আছিল, ময়ো অনুপ্ৰেৰিত হৈছিলোঁ। 'বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ'ত কাম কৰোঁতে 'বাঁহী' আলোচনীৰ পুৰণি সংখ্যাবোৰ পঢ়াৰ সুযোগ পাইছিলোঁ আৰু তাত বেণুধৰ শৰ্মাৰ বহুতো প্ৰবন্ধ পঢ়িবলৈ পাইছিলোঁ। তেখেতে ছদ্মনামতো বহুতো প্ৰবন্ধ লিখিছিল। এপিনে ড° সূৰ্যকুমাৰ ভূঞা আৰু আনপিনে বেণুধৰ শৰ্মা এই দুয়োজন বুৰঞ্জীজ্ঞ পুৰুষৰ প্ৰেৰণা আৰু আদৰ্শই মোক পিছৰ জীৱনত বুৰঞ্জী বিষয়ৰ বিভিন্ন দিশ আলোচনা কৰি ব্যাপকভাৱে গবেষণা কৰিবলৈ সুযোগ দিছিল। বেণুধৰ শৰ্মাৰ ভাষা অনন্যুকৰণীয়, ৰীতিও একক। তথাপি মই ৰচনা লিখোঁতে পৰাপক্ষত ব্যাকৰণ-অভিধানৰ ৰীতি মানি জতুৱা ঠাঁচত লিখিবলৈ যত্ন কৰোঁ; ইও বেণুধৰ শৰ্মাৰ প্ৰভাৱ মাত্ৰ। মই জনামতে শৰ্মা ডাঙৰীয়াৰ ভালেমান পুথি আৰু ৰচনা এতিয়াও অপ্ৰকাশিত হৈ আছে, সেইথিনি প্ৰকাশ হৈ ওলালেহে 'বেণুধৰ শৰ্মা মানুহজন আৰু তেওঁৰ ৰচনাৱলী' শিতানত ব্যাপক অথচ গভীৰ অধ্যয়নৰ বাট মুকলি হ'ব। যথাৰ্থতে বেণুধৰ শৰ্মাৰ মৃত্যুৰ লগে লগে এটা যুগৰ অন্ত পৰিল।

# গ্ৰাম্য সংস্কৃতিৰ প্ৰাণৱন্ত প্ৰতিনিধি

শ্ৰীতিলক হাজৰিকা

কেৱল শব্দই সৰ্বঢাক হ'ব পাৰে নে? পাৰে। শব্দইহে মাত, মাতেহে ভাষা আৰু ভাষাইহে আচল চিনাকি। বেণুধৰ শৰ্মাৰ বাবে এই অৰ্থত শব্দ হৈছে ব্ৰহ্ম। অসমীয়া জাতি, অসমীয়া ভাষা-সংস্কৃতি, অসমীয়া চৰিত্ৰ আৰু অসমীয়া ঐতিহ্যৰ ছাবমোহৰ তেওঁ মাত্ৰ যি কেইপদ বিশিষ্ট সামগ্ৰীৰে ধৰি ৰাখিব খুজিছিল, তাৰ ভিতৰত এই শব্দও হৈছে এটা আৰু প্ৰধান। বহুতে তেওঁৰ এই ভকতীয়া ধৃতি-নীতিক শব্দ-সৰ্বস্ব বুলি মুখ লুকুৱাই হাঁহিবলৈ চায়; কিন্তু যি গৰ্ববোধ আৰু মূল্যবোধে তেওঁক মূৰ তুলি আত্মপৰিচয় দিবলৈ গোটেই জীৱনজুৰি উদগাইছিল, সেই কথা মনলৈ আহিলে সেই হাঁহোতাসকলেও লাজ আৰু শ্ৰদ্ধাত মূৰ দোঁৱাব লগা হয়।

এই শতিকাটোৰ শেষাৰ্ধৰ অসমীয়া মানুহে নিশ্চয় দুজন লাঠি জোকৰা মানুহৰ নাম চিৰদিনে স্মৰণ কৰিব, যিদৰে স্মৰণ কৰিব তেওঁলোকৰ আগৰ চাৰৰ জনদিয়েক, যেনে—মহৰ্ষি কমলাকান্ত আৰু বেজবৰুৱা প্ৰভৃতিক। হাতত গোট বাঁহৰ আৰু ৰাইডাঙৰ গপছ লাঠিৰে সঁচাকৈয়ে গাৰ পোনে টোঁৱাই জোকাৰি ফুৰা এই দুজন মানুহ অম্বিকাগিৰি আৰু বেণুধৰ শৰ্মাৰ বাহিৰে আন কোনো নহয়। অসমীয়াত্ব আৰু নিজ বৈচিত্ৰ্যৰপৰা পিচল খোৱা নিশকতীয়া অসমীয়া মাত্ৰেই এই দুডাল শকত লাঠিৰ জোকাৰণিৰ মুখত পৰি থৰমৰ খাবলগীয়া হৈছিল। অম্বিকাগিৰিয়ে আটাহ পাৰি ফুৰিছিল বুকু ভুকুৱাই ভুকুৱাই অসমীয়া মানুহৰ জাতীয় চৰিত্ৰৰ অধঃপতন দেখি আৰু নিজৰ ঠাইৰপৰা উছন গৈও গালৈ হুচ নহা দেখি। বেণুধৰে গৰ্জি ফুৰিছিল লাঠি খুন্দিয়াই খুন্দিয়াই নিজৰ ভাষাটো, নিজৰ মাতকথাবোৰৰ আৰু নিজৰ চিনাকিটোৰ মণি-মুকুতাবোৰ চিনি নোপোৱা দেখি। তেওঁ এই মণি-মুকুতাবোৰ, বস্ত্ৰ-পোৱালবোৰ আৰু সোণ-বালিচন্দাবোৰকে গোটেই জীৱনটো ধৰি কমাই ফুৰিছিল আৰু ফুৰিবলৈ শিকাইছিল এইখন অসমৰ যুৱপ্ৰজন্মক আৰু ঐতিহ্যৰ অঠাই সাগৰত। বেণুধৰৰ জাতীয়তাবাদী চেতনাৰ আন এজন হাতধৰা গুৰু আৰু অগ্ৰদূত বাগ্মীবৰ নীলমণি ফুকনৰ ভাষাত "বেণুধৰ শৰ্মা

হাড়ে-হিমজুৰে, খোজ-কাটলে, সাজ-পাৰে, খোৱাই-বোৱাই, বঙে-ৰহছই, কথোপ-কথনে তাজুৰপৰা তলুৱালৈকে অসমীয়া।"

বেণুধৰ শৰ্মা ব্যক্তিত্ব আৰু অভিব্যক্তিতহে এজন নিৰ্ভাজ অসমীয়া; কিন্তু পৰিচয়ত তেওঁ এজন বুৰঞ্জীবিদ্ আৰু তাৰো আগত তেওঁ এজন বৈশিষ্ট্যপূৰ্ণ সাংবাদিকহে। সাংবাদিকতাৰ গুণ হৈছে সত্যনিষ্ঠতা। সত্যক অনুসৰণ, উদঘাটন আৰু প্ৰতিষ্ঠা কৰাৰ দৃঢ় চৰিত্ৰ যাৰ আছে, সেয়ে হয় সাৰ্থক সাংবাদিক। অসমীয়া সাংবাদিকতাত খিয়-দণ্ডা দিয়াৰ কালছোৱাতে পোনতে প্ৰথম অসমীয়া দৈনিক কাকত 'দৈনিক বাতৰি'ৰ সহকাৰী সম্পাদক আৰু পিছত 'তৰুণ অসম' সাপ্তাহিক কাকতৰ সম্পাদক হিচাপে তেওঁ হাতৰ কলমটোৰে ওপৰঞ্চিভাৱে অসমৰ ভাষা-সাহিত্যৰ গহীন ডাঙৰীয়া থলুৱা চেহেৰাটো জয়জয় ময়ময় কৰি সকলোৰে চকুত পেলাবলৈ যি চেষ্টা অকলে চলাইছিল, তাৰ এটা সুকীয়া আলোচনা হ'ব পাৰে। ইয়াৰ বাবে বাতৰি কাকতত শব্দ সজা 'শব্দশাল' পাতি লৈছিল। এই শালত তৈয়াৰী বা বাকৰিৰপৰা বুটলি আনি এই শালত গঢ়ি লোৱা কেইটামান শব্দ আৰু বাক্যখণ্ডই তেওঁৰ হাতত অসমীয়া ভাবাই হাড়ে-হিমজুৰে মাটিৰ পৰিচয় বিলাই দিয়া আৰু লগতে ব্যাপক অৰ্থ উপলব্ধি কৰোৱাত কেনে বৈশিষ্ট্য লাভ কৰে, তাক সুন্দৰভাৱে প্ৰকাশ কৰে। উদাহৰণ স্বৰূপে তেওঁ সংবাদদাতাৰ সলনি ব্যৱহাৰ কৰিছিল 'বাতৰি যোগনিয়াৰ', বিলবাদী কংগ্ৰেছৰ ঠাইত ব্যৱহাৰ কৰিছিল 'ঘৰকলীয়া কংগ্ৰেছ ( তেওঁ নিজেই ১৯৩৭ চনত এই দল গঠন কৰিছিল ), ছাবমেৰিণৰ নাম দিছিল 'শিহু জাহাজ', টাইম ব'মৰ নাম 'খেণ বোমা', ক্ৰছৱৰ্ড খেলক বুলিছিল 'হাঁচটি খেল', যুদ্ধৰ সঞ্চালন কাৰ্যক বুলিছিল 'ঠেম' ( বুৰঞ্জীৰ শব্দ ) বা 'সষ্টম', অনশন সুবুদ্ধি বুলিছিল 'লঘোণ—উপবাস—সঁজোত' আৰু ঘুৰণীয়া মেজমেজ ব্যৱহাৰ নকৰি কৰিছিল 'চাকজি পীৰাৰ মেল' ইত্যাদি। সেইদৰে বাতৰিৰ শিৰোনামাও দিছিল 'হিটলাৰে লেটা কুন্দাইছে', 'এইবেলি শেনৰ এজাত', 'বিলাতৰ মলয়াত জাৰ্মানী বিমান বনাই ফুৰিছে' আৰু 'ছাহুল্লাৰ অনুগ্ৰহত মৈমনসিঙৰপৰা মৈবাবাৰীলৈকে এক লাইন' ইত্যাদি।

বেণুধৰ শৰ্মাক বুৰঞ্জীলৈ আকৰ্ষণ কৰিছিল, অসম বুৰঞ্জীৰ দোপদৰলৈ বাটচ'ৰা স্বৰূপ তেওঁৰ জন্মঠাই ইতিহাসপ্ৰসিদ্ধ চাৰিঙে আৰু চাৰিঙৰ মণিৰাম দেৱানে। বুৰঞ্জীৰ গভীৰলৈ তেওঁক টানি নিলে সাংবাদিকতাৰ সত্যনিষ্ঠাই। তাৰ পিছতেই

পুৰাতাত্ত্বিক গৱেষণাৰ নিষ্ঠা আৰু উদ্যমৰ ফলত তেওঁ হ'লগৈ এজন বুৰঞ্জীবিদ, —যি বুৰঞ্জী তালকৈ বুজিছিল আৰু জানিবলৈ যত্ন কৰিছিল। ইয়াৰ পিছত বেণুধৰক অসমে বুৰঞ্জীকাৰ হিচাপে পাব লাগিছিল। আৰু পোৱা হ'লেই অসমৰ ইতিহাস আৰু ব্যক্তিত্বৰ পূৰ্ণতা প্ৰকাশিত হ'লহেঁতেন নিশ্চয়। কিন্তু দুৰ্ভাগ্য যে সেই কামটো আৰু হৈ নুঠিল।

বেণুধৰে বুৰঞ্জীক অকপটে আৰু অন্ধভাৱে গ্ৰহণ কৰা নাছিল। তেওঁ বুৰঞ্জীক যথাসম্ভৱ বিশ্লেষণাত্মক দৃষ্টিভঙ্গীৰে বিচাৰ কৰিবলৈ যত্ন কৰিছিল। হলিৰাম ঢেকিয়াল ফুকন, যজ্ঞৰাম ডেকা বৰুৱা, ৰেভ বা তাৰো আগৰ মণিৰাম দেৱানৰ বুৰঞ্জী চৰ্চাই তেওঁক বুৰঞ্জীৰ সন্তেদ দিছিল আৰু তেওঁৰ পূৰ্বসূৰী ডক্টৰ সূৰ্যকুমাৰ ভূঞাই সমল দিছিল যদিও তেওঁ নিজে মাত্ৰ তেওঁলোকৰ দৰে বুৰঞ্জীৰ সংগ্ৰাহক হৈ নাথাকি তাৰ মূল্যায়ন কৰিবলৈহে চেষ্টা কৰিছিল। এই বুৰঞ্জী উদঘাটন কৰিবলৈ, জানিবলৈ আৰু তাৰ ৰহস্য আৰু শিকনি উপলব্ধি কৰিবলৈ তেওঁ কেৱল ৰজা-ৰাজোৱান, ডাঙৰীয়া-বিষয়া, পুথি-পাঁজি ইত্যাদিবোৰকে খুচৰি ফুফুৰি এখন শহাকণীয়া কাণ, এযোৰ তীব্ৰ চকু আৰু এটা সজাগ মন লৈ অসমৰ গাঁৱে-ভূঞে, হাবিয়ে-বননিয়ে ভ্ৰমি ফুৰিছিল আৰু এডাল চুম্বকৰ শলাৰদৰে তেওঁৰ টোকোৰা চৰাইৰ তীক্ষ্ণধাৰ বুদ্ধিৰ ৰবণীত লগাই অতীতৰ গহ্বৰ আৰু আবৰৰ মাজৰপৰা বৌৰঞ্জিক বহু মূল্যবান তথ্য জাৰি-জোকাৰি উলিয়াই আনিছিল।

এই শহাকণীয়া কাণ আৰু সজাগ মনটোতেই আহি ঘিটিং কৰে বাজিছিল ভিতৰুৱাল অঞ্চলৰ নিভাজ সমাজৰ প্ৰচলিত যতমানে থলুৱা-গুৱলা মাত-কথাৰ শব্দবোৰ আৰু সেই শব্দৰ চেতনাই তেওঁৰ অসমীয়া মনটো গৰ্ব আৰু নতুন মূল্যবোধে জোকাৰি দিছিল। তেওঁ ইয়াৰ মাজতে তন্ময় হৈ দেখা পাইছিল প্ৰাচীন অসমৰ বৈশিষ্ট্যপূৰ্ণ আৰু ঐতিহ্যময় সমাজখন আৰু এই সমাজৰ সকলো ব্যৱস্থা। তেওঁ বুৰঞ্জীৰ লগত নিজক বিলীন কৰি দিছিল। বেণুধৰেই মই জনাত এজন মানুহ যি বুৰঞ্জীৰ লগত কথা পাতিছিল। যথেষ্ট চিন্তা কৰি বিচাৰ কৰিলে এই কথাষাৰৰ মৰ্ম উপলব্ধি কৰিব পৰা যাব পাৰে। মই জনাত আৰু আন এজন মানুহ আছিল যি এইদৰেই নিজৰ এক তন্ময়তাৰ জগতত ৰহি একেদৰেই অদৃশ্য সমাজ এখনৰ লগত কথা পাতিছিল। তেওঁ আছিল লক্ষ্মীনাথ বেজবৰুৱা। সৰুৱপুৰত আজীৱন অসমীয়া ভাষা-সাহিত্যৰ সাক্ত-

থলপীয়া সিংহাসনৰ বাটে হৈ মগ্ন থকা বেজবৰুৱাৰ চকুৰ আগত বা কাণৰ ওচৰত কোনো এটি অসমীয়া মাত-কথাৰ লোক বা শব্দ-স্পৰ্শ একো তেতিয়া নাছিল। তেওঁ মনৰ চকুৰেই আৰু মনৰ কাণেৰে উজনী অসমৰ সাতৰোঁকটা গাঁও-ভূঁই, নৈ-জান, হাবি-বননি পিতপিতাই ফুৰি অসমৰ এখন বৈশিষ্ট্যপূৰ্ণ থলুৱা সমাজৰ নিভাঁজ মানুহবোৰৰ লগত কথাপাতি ফুৰিছিল আৰু তেঁওলোকৰ জীৱনৰ চিত্ৰৰূপ ফুটাই তুলিছিল। পৃথিৱীৰ কথাশিল্পীসকলৰ ভিতৰত এনে আৰু দ্বিতীয় এজন কোনোবা আছে যদি মই নাজানো। লক্ষ্মীনাথৰ যেনিবা যৌৱনকালত তেওঁৰ চকুৰ আগত অসমীয়া পুৰণি সমাজ এখন দেখাৰ অভিজ্ঞতা আছিল; কিন্তু বেণুধৰে বাস্তৱায়িত কল্পলোক এখনতে সজ্ঞানে আৰু সুস্থচিত্তে হেৰোৱা দিনৰ সময় আৰু মানুহৰ মুখামুখী হ'বলৈ সক্ষম হৈছিল। ই কম কথা নহয়।

মই জনাত বেণুধৰ শৰ্মাই হৈছে অসমৰ গ্ৰাম্য সংস্কৃতিৰ এজন প্ৰাণৱন্ত প্ৰতিনিধি, পূজাৰী আৰু প্ৰবক্তা। ইয়াৰ বাবে তেওঁৰ আনন্দ, গৌৰৱ আৰু উছাহ আছিল অপৰিসীম আৰু অনন্য। গ্ৰাম সংস্কৃতিক কেৱল পুৰাতাত্ত্বিক মূল্যবোধেৰেই মহিমামণ্ডিত নকৰি ইয়াক নতুন ভাবেৰে আবহমান ধৰি থ'বলৈ তেওঁৰ যি আকাঙ্ক্ষা, তেনে বৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু চিন্তাধাৰা আন কাৰো আছিল বুলি মই নাজানো। তেওঁ সপোনে-সচিতে অহৰহ গ্ৰাম্যলোক এখনতেই বিচৰণ কৰি ফুৰিছিল। তেওঁৰ সান্নিধ্যলৈ অহা সকলো লোকেই তেওঁৰ গ্ৰাম্য অন্তৰঙ্গতাৰ কথা নিশ্চয় উপলব্ধি কৰিব পাৰিব। তেওঁ বোধহয় অসমৰ প্ৰায়বোৰ গাঁৱকে নিৰহ-নিপানীকৈ জানিছিল আৰু সেইবোৰ গাঁৱৰ বিভিন্ন মানুহক ব্যক্তিগতভাৱে চিনি পাইছিল। জানিছিল সেইবোৰ ঠাইৰ মাত-কথা, খোৱা-বোৱা আৰু দিয়া-থোৱাৰ আপুৰুগীয়া অসমীয়া জুতি। এইবোৰৰ মধুৰ কথাই তেওঁৰ মনটোত অহৰহ খুন্দিয়াই থাকি তেওঁৰ জীৱনটোত, তেওঁৰ জীৱন-চৰ্চাত আৰু তেওঁৰ অৱলোকনত জীপ দি আছিছিল। শেষাৱস্থাত তেওঁক লগ পোৱাসকলেও নিশ্চয় জানে যে তেওঁ ভ্ৰমতে তেওঁৰ মৰমৰ অসমীয়া গাঁও-ভূঁইবোৰত কল্পনাত ঘূৰি ফুৰিছিল।

মোৰ দৃষ্টিত বেণুধৰ শৰ্মা অসমীয়া গ্ৰাম্য-সংস্কৃতিৰ এজন আচল আৰু অনন্য ধ্বজাবহাক আৰু এই কাৰণেইহে তেওঁ আজি এজন বিশিষ্ট বুৰঞ্জীবিদ।

# শ্ৰেষ্ঠ অসমীয়াৰ এজন

ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

বেণুধৰ শৰ্মাক মই ঘৰত দেখিছোঁ, সভা-সমিতিত দেখিছোঁ, আৰু দেখিছোঁ তেওঁৰ প্ৰকাশিত লেখা আৰু গ্ৰন্থসমূহত। ঘৰত থাকোঁতে কেতিয়াবা মুখত থং, কেতিয়াবা ৰং, কেতিয়াবা বেজাৰ, কেতিয়াবা জ্ঞানগৰ্ভ কথা, কেতিয়াবা তথ্যৰ আকৰ। সভা-সমিতিত তেওঁৰ কথা কোৱা ঢং বেলেগ। যি ঠাইত সভা হয়, সেই ঠাইৰ বুৰঞ্জী আৰু মুখিয়াল স্থানীয় বীৰসকলৰ আখ্যান বক্তৃতাত ভৰাবই। চহাক কেনেকৈ আপোন কৰিব লাগে, তাক তেওঁ ভালদৰে আয়ত্ত কৰি লৈছিল। মহাত্মা গান্ধীৰ আহ্বানত কলেজ আৰু চৰকাৰী চাকৰিৰ মোহ চিৰকালৰ বাবে ত্যাগ কৰি জনমভূমি চাৰিঙত অসহযোগী হৈ গা ঢালি কাম কৰাৰ সময়তে তেওঁ আধুনিক ন-গঞাত পৰিণত হৈছিল। উদ্দেশ্য আছিল প্ৰকৃত সভ্যতাৰ সোঁত গাঁৱলৈ বোওৱা। 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থত তেওঁ কেনেকৈ শিক্ষিত ডেকাই নগৰীয়া চাল-চলন এৰি 'দেশৰ বাজহাড় গাঁৱলীয়া ধৰ্ম'ৰ লগত লীন গৈছে তাক সৰসভাৱে বৰ্ণাইছে। কোনো সচেতন ডেকাই গঞা সমাজৰ দোষগুণ বিচাৰ নকৰাকৈ নেথাকে। বেণুধৰেও তাকেই কৰিছিল। স্বৰাজ ৰাইজৰ জন্মস্বত্ব। "অজ্ঞতাৰে লাভ কৰা স্বাধীনতা নিৰৰ্থক।"* ৰাইজৰ স্বৰাজ একোটা জাতিৰ সৰহ সংখ্যক গঞা ৰাইজৰ সৰ্বাঙ্গীন উন্নতি আৰু সাধনাৰ মাজেদিয়েই প্ৰকাশিত হয়। ভাৰত মহাজাতিৰ অঙ্গ অসমীয়া জাতিৰো সৰহ সংখ্যকেই গঞা, ভাৰতীয় স্বাধীনতা এই জাতিৰ সৰ্বাঙ্গীন বিকাশৰ অবিহনে সম্পূৰ্ণ নহয়; এই কাৰণেই শৰ্মাই কৈছিল:

"খৃষ্টীয় পঞ্চদশ শতিকাৰ আগভাগৰপৰা উনৈশ শতিকাৰ মাজভাগলৈকে শত ব্যৱধানৰ মাজত থাকিও দেশৰ স্বাধীনতা ৰক্ষা কৰাত অসমীয়া মাত্ৰেই এক দেহ এক প্ৰাণ আছিল। এইটি মূলমন্ত্ৰকে হৃদয়ত ধৰি ছিন্ন-ভিন্ন হৈ থকা প্ৰজাসমূহে মোমাই তামুলী বৰবৰুৱাৰ মন্ত্ৰণাত ৰাজ্যখন নকৈ সংস্থাপিত কৰিলে, লাচিত

* ভগৱতীপ্ৰসাদ বৰুৱাই বেণুধৰ শৰ্মালৈ লিখা চিঠিৰ বাক্য।

ৰবকুকনৰ নিৰ্ঘুণী নেতৃত্বত মোগলৰ আক্ৰমণ প্ৰতিহত কৰিলে, পূৰ্ণানন্দ-বদনচন্দ্ৰৰ মনোমালিন্যত উদ্ভৱ হোৱা অন্তৰ্বিদ্ৰোহতো স্বতন্ত্ৰতা ৰক্ষাৰ বাবে খুৱৰ সাঁকো বগালে, বঙ্গিলীৰ প্ৰেৰণাত মন্ত্ৰীতন্ত্ৰৰ অবৈধতাও প্ৰতিপন্ন কৰিলে। বলবন্ত কাল-চক্ৰৰ প্ৰভাৱত সেই বুৰঞ্জী-মনোদীপ্ত সন্তানসকল বৃটিছৰ মোহিনী মন্ত্ৰত পৰি কেইকুৰি বছৰমান সুপ্তাৱস্থাত আছিল সঁচা। কিন্তু বুৰঞ্জীৰ দীক্ষা-মন্ত্ৰই স্বাধীনতাৰ প্ৰথম যুদ্ধত সকলোকে সাৰ পোৱাই দিলে। পাশ্চাত্য সভ্যতাৰ অৰুণোদয়ৰ লগে লগেই ফল্গু নদীৰ দৰে প্ৰবহমান হৈ থকা দেশপ্ৰেমৰ সোঁত আকৌ ব্ৰহ্মপুত্ৰৰ দৰে অনৱচ্ছিন্নভাৱে ব'বলৈ ধৰিলে।" 'মণিৰাম দেৱান' আৰু 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত'ত বেণুধৰে এই স্বাধীনতা দৰ্শনকে বাস্তৱ তথ্যৰ ভেটিত থাপিছে। "অসম বুৰঞ্জী অসমীয়া জাতিৰ নিমিত্তে কল্পতৰু বৃক্ষ।" বেণুধৰে এই বুৰঞ্জীত সাহিত্যৰ সঁফুৰা, ৰাজনীতিৰ বীজমন্ত্ৰ, সমাজ উন্নয়নৰ পন্থা, জাতি গঠনৰ সকলো উপায় পাব পাৰি বুলি গভীৰভাৱে বিশ্বাস কৰিছিল। তেওঁ প্ৰকৃততে বুৰঞ্জীৰ ওপৰত ভেটি কৰি ভালেমান সাধু, গল্প, নিবন্ধ আৰু গ্ৰন্থ ৰচনা কৰি গৈছে।

১৯২৭ চনতেই ডঃ ৰেডৰ 'অসমৰ বৃত্তান্ত' গ্ৰন্থৰ পাতনিত বেণুধৰে দিয়া এটা মন্তব্য এইখিনিতে প্ৰণিধানযোগ্য। অসমীয়াই বুৰঞ্জী পাঠ কৰি নিজৰ একালৰ মহত্ত্ব উপলব্ধি কৰাৰ লগে লগে নিজৰ ত্ৰুটি আৰু দুৰ্বলতা আঁতৰাবলৈ যত্নপৰ হ'ব লাগে বুলি এজন চাহাবে কৰা মন্তব্যত হয়ভৰ দি তেওঁ এখন পূৰ্ণ অসম বুৰঞ্জী ৰচনাৰ কথা কৈছিল। (এই বুৰঞ্জী আজিও ৰচিত নহ'ল।) 'সোন প্ৰথম স্বাধীনতা যুদ্ধ' ৰচনাত তেওঁ অসমীয়া জাতিৰ দুৰ্বলতাবোৰৰ তালিকাত কেইটামান গুণৰ অভাৱলৈ আঙুলিয়াইছিল। সেইকেইটা গুণ হ'ল: কৃতজ্ঞতাশূন্য একতা, উমৈহতীয়া একাগ্ৰতা, চকুৰাল পৰ্যবেক্ষণ, কুশাগ্ৰ বুদ্ধি।" বুৰঞ্জী জাতি গঠনৰ সকলো উপাদানৰ আকৰ। মোমাই তামুলী, লাচিত, মণিৰাম, তুলাৰাম আৰু জোনাকী যুগৰ বীৰসকলক জাতি গঠনৰ বিভিন্ন গুণেৰে বিভূষিত প্ৰতীক বুলি বিবেচনা কৰিছিল। এই বীৰসকলৰ ভিতৰত তেওঁ কাৰোবাৰ দোষো উদ্‌ঘাটন কৰিছে, যেনে, পূৰ্ণানন্দ বুঢ়াগোহাঁই। বুৰঞ্জীক তেওঁ ব্যাখ্যা কৰিয়েই ক্ষান্ত থকা নাছিল, সেই ব্যাখ্যাৰ উদ্দেশ্য আছিল জাতি গঠন। অসমীয়া জাতি গঠন। কেৱল শুদ্ধ তথ্য পৰিবেশনেই বুৰঞ্জী নহয়, বুৰঞ্জী-ৰচকৰ জীৱন-দৰ্শনৰদ্বাৰা মথিত হৈহে তথ্যবোৰে প্ৰাণ পায়।

তেওঁৰ প্ৰকাশিত ২৮খন গ্ৰন্থৰ ভিতৰত মণিৰাম দেৱান, সাতাৰন ছাল,

কংগ্ৰেছৰ কাঁচিয়লি ব'দত, অৰ্থ্যাৱলী, যুৱবীণ, গঙ্গাগোবিন্দ ফুকন, দক্ষিণপাট সত্ৰৰ বুৰঞ্জী, বেজদলৈ ভণ্ডাৰী বৰুৱাৰ ইতিবৃত্ত আদি বুৰঞ্জীমূলক ৰচনা বা সাহিত্য। মণিৰাম দেৱান তেওঁৰ প্ৰায় ৩০ বছৰীয়া সাধনাৰ ফল, আৰু ই তেওঁৰ কীৰ্ত্তিস্তম্ভও। ১৯২০ চনত অসহযোগ আন্দোলনত যোগ দিয়াৰপৰাই চাৰিঙীয়া মণিৰাম দেৱানৰ জীৱনীৰপৰা প্ৰেৰণা লভিবলৈ শিকিলে। বেণুধৰৰ 'মণিৰাম দেৱান' গ্ৰন্থত নিপুণ শিল্পীৰ একক শৈলী আৰু বুৰঞ্জীৰ তথ্যৰ সাৰ্থক সমন্বয় ঘটিছে। ১৯৩০ চনত চাৰিঙত পতা প্ৰথম মণিৰাম দেৱানৰ তিথিকো এই দৃষ্টিৰপৰাই চাব লাগিব। চাৰিংথনৰ অসহযোগী বীৰসকলকো তেওঁ পাহৰা নাছিল। 'কংগ্ৰেছৰ কাঁচিয়লি ব'দত' এই বীৰসকল নায়ক; তেওঁলোক তাত মণিৰাম দেৱানৰ প্ৰকৃত উত্তৰাধিকাৰী। বুৰঞ্জীৰ সমল লৈ ৰচনা কৰা তেওঁৰ গল্পসমূহতো এই দেশপ্ৰেম মুখৰ হৈ পৰিছে। এনে গল্প—তেহেলৈ ই অনুবাদেই হওক বা নিজাই হওক—সদায় অসমীয়া পোছাক পিন্ধি ওলায়। কেতিয়াবা ৰচনাৰ উদ্দেশ্যও অসমীয়াৰ একতা প্ৰতিপন্ন কৰা, 'ৰবিনহুদ ক্ৰুচ'ৰ পাতনিয়ে তাবে আভাস দিয়ে। অনুবাদ কৰ্মৰ যোগেদি গোৱালপাৰাৰ লগত অসমৰ এনাজৰীডাল কটকটীয়া হৈ পৰিছিল। ইয়াৰ অন্যতম অনুবাদক গোৱালপাৰাৰ গিৰীন্দ্ৰচন্দ্ৰ নাথ। তাঙ্গনিত তেওঁৰ আহিঁ আছিল 'ভ্ৰমৰঙ্গ' আৰু তাঙ্গনি-কোঁৱৰ আনন্দচন্দ্ৰ আগৰৱালা। সেই কাৰণে 'Adventures of Sherlock Holmes' হ'লগৈ 'মঙ্গলতীৰ কণ্ঠীমালা'। তেওঁৰ প্ৰবন্ধবোৰতো কথাই নাই, তেওঁৰ সংবাদ-ৰচনাৰ ভাষাতো (দৈনিক বাতৰি আৰু তৰুণ অসম) এই জতুৱা ঠাঁচ জিলিকি পৰিছিল। বিদেশী ভাষাৰ অবাঞ্ছিত প্ৰভাৱৰপৰা নিজৰ ভাষাৰ কালিকাক ৰক্ষা কৰাটো তেওঁৰ সাহিত্যিক জীৱনৰ মূলমন্ত্ৰ আছিল।

কিতাপৰ বেণুধৰ দীৰ্ঘজীৱী। শ্মশানৰ জুয়ে নোপোৰে। কেতিয়াবা তাৰ দেহৰ মজহবোৰ ঠায়ে ঠায়ে ক্ষয় গ'লেও ৰচনা-শৈলী থাকি যাব। বেজবৰুৱাক পঢ়া দৰে মানুহে তেওঁকো পঢ়িব বুলি মোৰ বিশ্বাস। তেওঁৰ সাংবাদিক লেখা-বোৰৰ বহুতেই এতিয়াও পোহৰৰ মুখ দেখা নাই। মৰাৰ আগতে আৰু প্ৰায় সাত-আঠখন গ্ৰন্থ প্ৰকাশ কৰিবলৈ তেওঁ মন মেলিছিল। সেই উদ্দেশ্যে আৰু কিছুদিন জীয়াই থাকিবলৈও হেপাহ কৰিছিল। পৰিকল্পিত গ্ৰন্থ কেইখনিৰ ভিতৰত আত্মজীৱনী 'মেজিয়াৰপৰা মেজলৈ'খন বিশেষভাৱে উল্লেখযোগ্য। এইখন হ'ল তেওঁৰ জীৱন আৰু কীৰ্ত্তি, আত্মা আৰু জগতৰ সেতু স্বৰূপ।

'ঠাই নামৰ বুৰঞ্জী', 'পটকাইৰ পৰ্বতীত বুৰঞ্জীৰ আঁক', 'ফাৰ্চী সাহিত্যত অসম বুৰঞ্জী' আৰু 'অসম বুৰঞ্জীৰ বাটচ'ৰা'—এই কেইখন উন্নত পৰ্য্যায়ৰ বুৰঞ্জী গ্ৰন্থ হ'লহেঁতেন বুলি ভাবিবৰ থল আছে। শৰ্মাদেৱৰ ৰচনাৱলী সংগ্ৰহ আৰু চৰ্চা সম্পৰ্কে অধ্যাপক যতীন্দ্ৰমোহন ভট্টাচাৰ্যই ১৯৬৯ চনতে লিখা কথাকেইষাৰ এই প্ৰসঙ্গত উল্লেখযোগ্য :

"শৰ্মা মহাশয়ে ৰচা গ্ৰন্থাদিৰ প্ৰত্যেক সংস্কৰণৰ একোখনি কপি অসম সাহিত্য সভা গ্ৰন্থাগাৰ বা গুৱাহাটী বিশ্ববিদ্যালয় অসমীয়া বিভাগীয় গ্ৰন্থাগাৰত ৰক্ষিত হোৱা উচিত। তেওঁৰ ৰচিত আৰু মুদ্ৰিত প্ৰত্যেকটো প্ৰবন্ধৰ একোটি কপি সংগ্ৰহ কৰা অসম্ভৱ হ'লে তাৰে হাতে-লিখা নকল অথবা টাইপ কৰা নকল সংগ্ৰহ কৰি ৰখাৰ ব্যৱস্থা কৰিব লাগিব। তেওঁৰ গ্ৰন্থ সম্পৰ্কে নানান পত্ৰ-পত্ৰিকাত সমালোচনা ওলাইছে। স্বপক্ষ-বিপক্ষ নিৰ্বিশেষে সকলো সমালোচনাৰ কপি সংগ্ৰহ কৰি ৰখাৰ ব্যৱস্থা কৰিব লাগিব। শৰ্মাজীৰ ওচৰত অসমৰ বহু জননেতা, সাহিত্যিক আৰু ইতিহাসবিদৰ বহুত ব্যক্তিগত চিঠি আছে। প্ৰয়োজনীয় ক্ষেত্ৰত এইবোৰৰ নকল সংৰক্ষণৰ সুব্যৱস্থা হোৱা একান্তই বাঞ্ছনীয়। ......মই বিশ্বাস কৰোঁ আৰু সমগ্ৰ হৃদয় দি অনুভৱ কৰোঁ, মই থাকোঁতেই বা অগ্ৰজকল্প শৰ্মাজী জীয়াই থাকোঁতেই অদূৰ ভৱিষ্যতে অসমত এনে গৱেষকৰ আবিৰ্ভাৱ হ'ব, যিজনে শৰ্মাৰ সাহিত্যিক আৰু ঐতিহাসিক অৱদান সম্পৰ্কে...... থিচিচ্ ৰচনা কৰিব। সেইসকল অনাগত সুহৃদৰ কথা স্মৰণ কৰি আজিৰ সুহৃদসকললৈ আবেদন কৰি গলোঁ।"

ইয়াৰ লগতে আৰু কেইটামান কথা যোগ দিব লাগিব। এটা হ'ল তেওঁৰ চিঠি, দিনলিপি, সংগৃহীত ফটো আৰু টোকাবহীবোৰৰ সুসংৰক্ষণ; দ্বিতীয় হ'ল তেওঁৰ সাংবাদিকতাৰ বিষয়ে তথ্য সংগ্ৰহ; তৃতীয় হ'ল তেওঁৰ স্বাধীনতা আন্দোলনৰ বৰঙণি সম্পৰ্কে নথি-পত্ৰ আৰু তথ্য আহৰণ; চতুৰ্থ, তেওঁৰ গ্ৰন্থাগাৰৰ গ্ৰন্থসমূহৰ তালিকা ৰচনা আৰু সংৰক্ষণ। শৰ্মাৰ পুৰাতত্ত্ব আৰু বুৰঞ্জী অনুসন্ধান-প্ৰবৃত্তিৰ প্ৰতি প্ৰকৃত সন্মান প্ৰদৰ্শন তেতিয়াহে কৰা হ'ব।

তেওঁৰ ৰচনা-শৈলীৰ নিজস্বতা জীৱন আৰু সাহিত্যৰ সমন্বয়ৰ ফলত উদ্ভৱ হৈছিল। প্ৰায় প্ৰত্যেকটো কলাৰূপকে তেওঁ আত্মনিয়োগ কৰিলেও, যাইকৈ বুৰঞ্জীমূলক সাহিত্যিক ৰচনাকে আত্মপ্ৰকাশৰ বাহনৰূপে লৈছিল। তদুপৰি

'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থই নিৰ্দিষ্ট কলাৰূপৰ বাহিৰলৈ গৈ ন কলাৰূপ অন্বেষণ কৰিছিল। পাতনিৰ এটা অনুচ্ছেদ এই প্ৰসঙ্গত প্ৰণিধানযোগ্য স্মৰণীয় :

"ই (অৰ্থাৎ গ্ৰন্থখন) কাব্য নহয়—উই-হাফলুটোক পৰ্বত কৰি শুৱলা বৰ্ণনা দিবলৈ ; কবিতা নহয়—স্বৰ্গৰাজ্যৰ চুপহি সাজিবলৈ, নাট নহয়—থোকি বাথৌ চৰিত্ৰ আঁকিবলৈ ; উপন্যাস নহয়—জীৱনৰ বিচিত্ৰতা দেখুৱাবলৈ ; চুটি গল্প নহয়—কৌশল-কিটিপ লগাই থোৰতে ঘটনা বা কল্পনাৰ সৰ তুলিবলৈ ; সাধু নহয় —পানীৰ ঔ টেঙা সাজি চালুকীয়াৰ মন ভুলিবলৈ ; বুৰঞ্জী নহয়—সময়ৰ ক্ৰম হুবহু লিপিবদ্ধ কৰিবলৈ ; জীৱনৰ দৰ্শন নহয়—আকোঁৰ-গোজালিভাৱে ধৰি থকা মতবাদৰ পৰিচয় দিবলৈ ; এনে কি ৰচনাও নহয়—আঁত লগাই বহলাই ফুটাই তুলিবলৈ।"

বিষয়বস্তুৰ জোখাৰে ৰূপ আৱিষ্কাৰ কৰাৰ প্ৰবৃত্তি শিল্পীৰ মৌলিক হেঁপাহত নিহিত থাকে। 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থৰ ৰূপটো ৰম্য-ৰচনাও বুলিব নোৱাৰি, ইয়াত এটা মিশ্ৰিত কলা-ৰূপ হয়তো থাকিব পাৰে। বেজবৰুৱাৰ কেতবোৰ ৰচনা পঢ়িলে কেতিয়াবা এনে ধাৰণা হয়।

অসমেই আছিল বেণুধৰৰ জীৱন নাটকৰ বিষয়বস্তু, অসমীয়া কথিত আৰু লিখিত ভাষাই আছিল আত্মপ্ৰকাশৰ আৰু যোগাযোগৰ পৰম বাহন, অসমীয়াৰ সৰ্বাঙ্গীন উন্নতিয়েই আছিল তেওঁৰ অপূৰ্ণ হেঁপাহ। এই কামত তেওঁ ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ কৰি অহৰহ সমাজ-ব্যৱস্থাৰ স'তে সংগ্ৰাম কৰিব লগা হৈছিল। ঘৰত থাকিও তেওঁ ঘৰৰ নাছিল, তেওঁ আছিল বাজহুৱা। জীৱনধাৰণৰ বাবে পূৰাব লগা প্ৰয়োজনৰ অধীন হ'লেও, এইক্ষেত্ৰত তেওঁ লিখি-পঢ়িয়েই জীৱিকা উলিয়াইছিল। বৃত্তিটোৱে তেওঁৰ স্বাধীন মনটো প্ৰায় অজেয় কৰি ৰখাত সহায় কৰিছিল। স্বাধীনতা লাভ তেওঁ মনে-প্ৰাণে-কৰিছিল। তেওঁ আনকো মণিৰাম দেৱানৰ দৰে ফুটমণিৰাম আৰু কুশল, তৰুণ ফুকনৰ দৰে নেতা, কৰ্মবীৰ চন্দ্ৰ শৰ্মা আৰু নবীন বৰদলৈৰ দৰে কৰ্মযোগী, বেজবৰুৱাৰ দৰে আশীৰ্বাদী-সাহিত্যিক, নিনাও অসহযোগী গঞ্জাসকলৰ দৰে বুৰঞ্জী- স্ৰষ্টা, লাচিত ভুলাবমাৰ দৰে বীৰ, মোমাই তামুলীৰ দৰে প্ৰশাসক হ'বলৈ উদগাইছিল। ডেকাশক্তিক তেওঁ কৈছিল :

"শস্য-শ্যামলা অসম-ধৰিত্ৰীৰ বুকুত বিপুল অৰ্থ-সম্পদৰ অনন্ত আকৰ তন্দ্ৰাৱস্থাত অলস পৰি আছে।

"পূৰ্ণ স্বাধীনতাৰ অতৃপ্ত বাসনাত যেই পুৰি মৰা অসমৰ ডেকা শক্তিয়ে সেই সম্পদৰ সঁজাল ধৰাৰেই লাগিব। ……অত্যাচাৰ পাহৰিব পাৰি। সন্তাপ কিন্তু ক'লৈ যায়? যি মণিৰামে স্বাধীনতাৰ পৰিকল্পনাটি পোণ প্ৰথমে আগুটি লয়, সেই মণিৰামৰ কাৰ্য কল্পনাবোৰক নো অসমীয়াই কোন স'তে পাহৰে?"

তেজ ধুলে উটে, মঙহ ধুলে মুটে। শ্ৰেষ্ঠ অসমীয়াসকলৰ এজন যেণুৰে অসমীয়াৰ সৰ্বাঙ্গীন উন্নতিৰ মাজতে মানৱ মুক্তিৰ প্ৰথম থাপ দেখা পাইছিল। তেওঁৰ লেখাই আমাক সদায় দেশ-প্ৰেমৰ অনিৰ্বাণ শিখা জ্বলাই ৰাখিব।

# ঘৰফলীয়া বেণুধৰ

[ এটি সোঁৱৰণ ]

**ডঃ মহেন্দ্ৰ বৰা**

অসমীয়া সাহিত্য-আকাশৰ জোনাকী যুগৰ তৰাৰ থুলটোৰ প্ৰায়কেইটি তৰাবে পোহৰ মাৰ গ'ল, বিংশ শতিকাৰ প্ৰথমাৰ্ধতে। ব্যতিক্ৰম মাথোন বেণুধৰ শৰ্মা। সৌ সিদিনাহে সেইটি তৰাৰ পোহৰ মাৰ গ'ল। বেণুধৰ শৰ্মাৰ জীৱনবেলি লহিওৱাৰ লগে লগে আধুনিক অসমীয়া সাহিত্য-বুৰঞ্জীৰ সেই সোণালী অধ্যায়টোৰ আক্ষৰিক অৰ্থত ওৰ পৰিল। সুঁৱৰিবলৈ লওঁতে নানা কথাই জুমুৰি দি ধৰিছেহি—কোনখিনি সোনতে কওঁ, কোনখিনি পাচলৈ থওঁ। এই মহান সাহিত্যিকগৰাকীক অতি ওচৰৰপৰা জনাৰ সৌভাগ্য ঘটিছিল। নিতৌ অন্ততঃ এবেলিকৈ লগ পাইছিলোঁ ১৯৫৫ চনৰপৰা ১৯৬০ চনলৈকে। গুৱাহাটীৰ চেনিকুঠিৰ কমলাকান্ত ভট্টাচাৰ্য ৰোডত আমি একেটা চুবুৰীতে বাস কৰিছিলোঁ। পাছতো লগ পাইছিলোঁ—গোৱালপাৰাত মোৰ ভেৰোণীয়া ঘৰত এনিশাৰ আলহী হৈছিলগৈ। পাহৰিব নোৱৰা সেইটো নিশা। ওৰে নিশা কথাৰ সাগৰ সেই আলহীগৰাকীয়ে মোক আৰু মোৰ সহধৰ্মিনীক কথাৰ জোৱাৰত বুৰাই থৈছিল। শেষ নিশাহে আমি পাটি লৈছিলোঁগৈ। ৰাজহুৱাকৈ ক'ব নোৱৰা ভালেমান কথা টুকি থৈ দিছোঁ। মোক কৈছিল, "সোনকালে ছুলিয়াৰা দেই। ক'ৰবাত উফুটি থোৱাৰ সম্ভাৱনা।" সেইভাগ কথাৰ ওচৰে-পাজৰে থকা কথাখিনি 'দক্ষিণপাট সত্ৰৰ বুৰঞ্জী'ত আছে কিন্তু, মই টুকি থোৱা কথাখিনি বুৰঞ্জীখনত নেসামৰিলে।

আৰু লগ পাইছোঁ, কেৰলাত সৰ্বভাৰতীয় লেখক সম্মিলনত—১৯৬৫ নে ৬৬ চনত। প্ৰথম দিনা দুপৰীয়া তেখেতে নিৰামিষ ভোজনৰ জুতি ল'লে। মাজে মাজে আমিষৰ মেজখনলৈ চকু। পাছদিনা থিয়ৈ-থিয়ৈ খাব পৰাকৈ আহাৰৰ বৰচৰিয়াবোৰ সজাই থোৱা তামিষৰাটোত সোমায়েই তেখেতে মোৰ কাষ চাপি ক'লে, "হেৰা! এইপিনে দেখোন তেনেই টোকোনাহে।" মই ক'লোঁ—

আহিব পাৰিব নে কি ?" আকৌ সুধিলে—"কি আছে নো ?" মই ক'লোঁ—"চৰাই।……বিদেশে নিয়মং নাস্তি।" মই তেখেতৰ অনুমতিলৈ বাট নেচাই কাঁহীখনত চৰাইৰ ঠেং এখন তুলি দিলোঁ। হাতত মৈ দাঁতেৰে কামোৰ মাৰিয়েই ক'লে, "তুমি আকৌ উলিয়াই নিদিবাচোন।" প্ৰতিশ্ৰুতি দিলোঁ। আজি প্ৰতিশ্ৰুতি ভংগ কৰিলোঁ। লক্ষ্য কৰিছিলোঁ—খোৱা-বোৱাত তেখেতৰ কোনো ৰক্ষণশীলতা নাছিল। মোক কৈছিল, "পুঁই, ঢেকুলী, বাহুলি—আটাইবোৰ বস্তুৰে জুতি লৈছোঁ।" লৈছিল—তেনেই সঁচা। তেজপুৰত এনিশাৰ কথা। তাওনি-কোঁৱৰ আনন্দ আগৰৱালাৰ জন্ম-শতবাৰ্ষিকীত দিনৰ দিনটো কটোৱাৰ পাছত ৰাতিলৈ 'চকৰিফুৰা ঘৰ'ত ভোজ-ভাতৰ আয়োজন। বাকীসকলে চ'ৰাঘৰত গহীন কথাৰ ওৰা পাতিলে। মোক তেখেতে হাতখনত ধৰি চোতাললৈ টানি আনিলে। ক'লে, "এই বুঢ়াজাকে কথা পাতি থাকক। আমি আন কথা পাতোঁ।" কথাৰ থুনুপাক মেলিলে, মোৰ আৰু দুজনমানৰ আগত। মাজতে তেখেতে মোক ক'লে, "ৰ'বাচোন, তুমি মোৰ লগত আহিব নেলাগে। পিছফালে কিবা এটা চাই আহোঁ।" কথাবাৰ আমি তিনিজনে—মই, নগেন শইকীয়া আৰু নন্দ তালুকদাৰে মন কৰিলোঁ। উত্তৰ আহিল—"ওঁ। এতিয়া কোৰাঁ।" (পাঞ্জাবীটোৰ জেপত বস্তুটো চেপেটা হৈ আছিল যদিও ডিঙিটোৱে ভুমুকিয়াই আছিল—ছবিখন জগল চৰাইৰ! লেখক হিচাপেও তেখেতে আটাই-বোৰৰে জুতি লৈছিল। মাথোন কবিতা লিখাৰ জুতিটো লোৱাৰহে গম নেপাওঁ।)

এই মানুহজনক সুঁৱৰিবলৈ ল'লেই, তেখেতৰ লাখুটিডালৰ কথা নুসুঁৱৰি নোৱাৰোঁ। চাৰ্চিলৰ লগত তেওঁৰ চিগাৰটোৰ, গান্ধীজীৰ লগত তেওঁৰ জেপ-ঘড়ীটোৰ, নাইবা তাহানিথনৰ চেম্বাৰলেনৰ লগত তেওঁৰ ছাতিটোৰ যিটো সম্বন্ধ, বেণুধৰ শৰ্মাৰ লগতো তেখেতৰ লাখুটিডালৰ সেই একেটা গুণটি-থান্দবিৰ সম্বন্ধ! লাখুটিডালৰো নিজৰ ৰমীয়াকৈ এটা বুৰঞ্জী আছে। এবাৰ তেখেত বাওক, কহিমা চহৰলৈ। তাতে এখন মেলত নগা আৰু অসমীয়াৰ তাহানিকলীয়া আহ-যাহৰ বা-বাতৰিৰে ওপচ খাই থকা বুৰঞ্জীৰ সঁফুৰাটো মেল খালে। সেই মেলত কিজোৰ ভাৰেক এগৰাকী বহি আছিল। উঠি আহি তেওঁ শৰ্মাদেৱক সবদ্ধ ধৰিলে, 'জেৱানৰ গাম' ; লগতে উপহাৰ এগছি বাচিলে, সেই লাখুটি ডাল। সেই দিন ধৰি সেইডাল তেখেতৰ জীৱনৰ পৰম বান্ধৈ হৈ উঠিল। জুবৰ সময়তো সেইডাল আলফুলকৈ কাষতে থৈ দিয়ে—যেন চৌপনি বাৰ্ধলৈছে দিছে।

এবাৰ কথাৰ তেহ শৰ্মাদেৱৰ জীৱন-কালত নেতাপিল, ভৱিষ্যতেও কিজানি কোনেও ভাঙিব নোৱাৰিব। কথাষাৰ হ'ল—তেওঁ সাহিত্যিক নে বুৰঞ্জীবিদ্? 'সেৱালি'ৰ কবি বন্ধুকান্ত বৰকাকতীয়ে তেওঁৰ মূৰত উপাধি এটা পিন্ধাইছিল— 'বুৰঞ্জী-সূৰ্য'। পিচে, বজনজনা নহ'ল। নহ'ৰবে কথা। কাৰণ, তেওঁ যেখোন সব্যসাচী—একাধাৰে সাহিত্যিক, ৰাজনীতিবিদ্, সাংবাদিক, বুৰঞ্জীবিদ্ আৰু ভালেমান কিবাকিবি আছিল। কোনোবাই সুধিব পাৰে, তেওঁ ৰাজনীতিবিদো আছিল নে কি? ক'তা, অসমৰ ৰাজনৈতিক বুৰঞ্জীত যেখোন তেওঁৰ নামটো নেপাওঁ! দেশভক্ত তৰুণৰাম ফুকনে কংগ্ৰেছৰ খাই খুঁটিটোৰপৰা আঁতৰি আহি চিত্তৰঞ্জন দাশৰ 'স্বৰাজিষ্ট' দলৰ অসম শাখাৰ গুৰি ধৰাৰ কথা সকলোৱে জানে; কিন্তু বেণুধৰ শৰ্মায়ো যে নিজৰ স্বতন্ত্ৰবীয়া চিন্তাৰ মাজুলীত এটা নতুন দলৰ ওবা পাতি বণছালি ধৰিছিল, সেইষাৰ কথা আমি কিমানে মনত ৰাখিছোঁ। নাম থৈছিল, 'ঘৰফলীয়া কংগ্ৰেছ'। তেওঁ জানিছিল; অসমৰ গাঁৱে-ভূঁয়ে সোমাবলৈ হ'লে বিজতবীয়া বাৰেমিহলি ভাষাৰে ৰাজনীতি কৰিব নোৱাৰি। স্বৰাজৰ বাণী স্বাধীনতাৰ আৰ্থ-সামাজিক পৰিবৰ্তনৰ পৰিভাষাৰে কঢ়িয়াব নোৱাৰি, তোমাৰ-মোৰ-সকলোজনৰ মুখৰ ভাষাটোৰেহে বৈ আনিব পাৰি। 'ঘৰফলীয়া কংগ্ৰেছ'ৰ সেই ৰাজনৈতিক আদৰ্শৰ চিটিকনি পৰিছে, সাহিত্যিক শৰ্মাৰ কাপৰপৰা ওলোৱা 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' থনৰ পাতে পাতে। মকৰা পেন্থাৰৰপৰা চিংকৌ থহুৰা মেখিলৈকে নিৰলাতে ফুলি নিজানতে জঁয় পৰা এশ-এবুৰি মানুহৰ প্ৰত্যেকজনেই একোজনকৈ ঘৰফলীয়া কংগ্ৰেছী।

লোভ সামৰিব পৰা নাই, শৰ্মাৰ ৰাজনৈতিক জীৱনৰ লাখুটিস্বৰূপ ভঙুৰা সোমধৰৰ ছবিখন এবাৰ উভতি চোৱাৰ। মথমলৰ শেল দিয়া চিমলাই চুৰিয়া পিন্ধা সোমধৰে বাটে-ঘাটে কাৰণে-অকাৰণে 'মহাত্মা গান্ধীকি জয়' ধ্বনি দি ফুৰিছিল। তাকে শুনিবলৈ পাই চুবুৰীয়া গাঁৱৰ এজনী গাভৰুৱে পেংচাজি কৰি সুধি পেলাইছিল, "হেৰ' চিমলাই, তই যে টেটু ফালি চিঞৰি ফুৰিছ, স্বৰাজ নো কাহানিকৈ পাবি?" কথাষাৰ শুনিয়েই সোমধৰে চুণা চাই লোপা দিছিল, "আইটি অ', তোকে বেমিবা এতিয়া নিওঁ বুলিলোঁ। নিওঁ বুলিলেই নিব পাৰিম জানো? তয়ে বা যাবি? আজি লংটো, কাইলৈ ডালচেনিফণ, পৰহিলৈ জাকিট চোলা এটা, চৌথাদিনলৈ গান্ধ তেল একণ দিলেহে তোৰ মনটো বুৰিব হবলা? তাৰ পাছত হে বোৱা-নোবোৱা কথা!"

সোমবৰক বধি ইয়াৰ পাছত আন কোনোবাই গহীনাই সুধিলেহেঁতেন, "তুমি কাৰ তেজেৰে বলীয়ান হৈ এনে কিলিংথা লগা কথা ইমান কবিংকুটাকৈ ক'ব পাৰিছা ?" মোৰ ধাৰণা, তেনেহ'লে কিজানি সোমবৰৰ উত্তৰটো এনে ধৰণৰ হ'লহেঁতেন, "বাপ-প্ৰভুৰ প্ৰসাদ নোপোৱাকৈ আমাৰ কি সাধ্য এনে. বাক্য আওৰোৱাৰ !" বেণুধৰ শৰ্মাৰ ৰাজনৈতিক ধ্যান-ধাৰণাৰ দৰেই তেওঁৰ ভাষা-সাহিত্যৰ চিন্তা-আদৰ্শও এনে ধৰণৰে ঘৰকণীয়া। তেওঁ তেওঁৰ শব্দৰ সোণাৰীশালত লেথ-জোথ নোহোৱা বিদেশী শব্দক অসমীয়া ধকবা ঠেও দিলে— যেন সেইবোৰ ভাঙনি নহয়, শুনিতেই অসমীয়া ! কিছুমান যুৱজীৰ গন্ধীয়া-ভঁৰালৰপৰা লেছেৰি-বোটলা, কিছুমান গাঁও-ভূঁইৰ অনাথৰী লোকৰ মুখৰপৰা কাঢ়ি অনা, আৰু কিছুমান পুৰাণ-দশমৰপৰা খেপ মাৰি সিকিয়াত তুলি থোৱা। ছুটামান শব্দ মনত পেলাওঁ। টাইম-ব'ম্ব—খেণ বোমা ; চাবমেৰিন—শিহু জাহাজ ; ষ্টেডিয়াম—আবং পথাৰ ; পাৰ্চেল পোষ্টিং—বাণ্ডি কৰা ; নিউজ ৰিপ'ৰ্টাৰ —বাতৰি যোগনিয়াৰ। ইয়াৰে কিছুমান চিৰকণীয়াকৈ বৈ গ'ল ; মানুহে পাহৰি যাব, 'বাতৰি যোগনিয়াৰ'ৰ ব্ৰহ্মা যে বেণুধৰ শৰ্মা ! কিছুমান মচ খাই গ'ল ; সোঁৱৰণিটো মাথোন থাকি গ'ল, শিলপানী, লতা-পনিয়ল নাইবা ডাক-পখিলীৰ লেখীয়াকৈ ! অকল শব্দই নহয়, একোটা গোট বাক্য আৰু বাক্যাংশও শৰ্মাৰ হাতত পৰি জাতে-পাতে অসমীয়া হৈ পৰিছে। তাহানি 'তৰুণ অসম'ত হিটলাৰ আৰু তেওঁৰ বাৰজন মন্ত্ৰীৰ চমু জীৱনীৰ শিতানটো দিছিল— 'হিৰণ্যকশিপু আৰু বাদশ দৈত্য' ! তেওঁৰ ভাষাত 'Look before you leap' হ'লগৈ, 'নেচাই ডেলে গালৈকে ঘাটি'। আকৌ, 'Political depression'ৰ তৰ্জমা হ'লগৈ, 'ৰাজনীতিৰ বাইজাই' ! এনেবোৰ তৰ্জমা যে শৰ্মাৰ কাপ-মৈলামৰহে কালিকা লগা সম্পদ—সেইযাৰ নহয়। ধকবা কথা-বতৰাৰ মাজতো তেনেবোৰ তৰ্জমাই বিজুলীয়াই যায়। চেনিকুঠিত থাকোঁতে এদিন কিবা এটা লিখি আছিলোঁ। হঠাৎ উজুটি খালোঁ, 'scarlet patch' কথাষাৰত ; চাপলি মেলিলোঁ, তেখেতৰ ঘৰলৈ। সুধিবলৈহে পালোঁ, মুৰটো খজুৱাই মনৰ নিয়াৰিত থৈ শব্দটো চাটকৈ গঢ়ি দিলে—'ভমকাফুলীয়া বাক্য' !

আকৌ উভতি যাওঁ, সেই পোনৰ প্ৰশ্নটোলৈ। তেওঁ সাহিত্যিক আছিল নে যুৱজীবিদ্ ? গুভোতাই সুধিবৰ মন যায়—কিয়, যুৱজী জানো সাহিত্য নহয় ? চাৰ্চিলে যেখোন সাহিত্যৰ নবেল বঁটা পাইছিল যুৱজী লিখিয়েই।

আচল কথাষাৰ হ'ল, বেণুধৰ শৰ্মাই টকা-তামৰ চকীয়া মণি এগাল কঁকালে-ডিঙিয়ে খাপি বুৰঞ্জীৰ পণ্ডিতৰ জগতৰ বেবেৰিবাং কৰি তোলা নাছিল। তেওঁৰ বুৰঞ্জীমূলক ৰচনাৱলীৰ কথা আলোচনা কৰিবলৈ হ'লেই মোৰ দুজন লেখকৰ কথা মনত পৰে। এজন গিবন, আনজন গাৰ্ডিনাৰ। গিবনৰ **Decline and Fall of Roman Empire** বিষয়ে চিত্ৰৰূপময় ভাষাৰে লিখা এটা জাতিৰ জীৱন-সন্ধিয়াৰ জীৱন্ত সাধু, শৰ্মাৰ 'মণিৰাম দেৱান'খনো সেইদৰে এটা সৰু জাতিৰ এপছি ডাঙৰ চাকি দুমাই যোৱাৰ চিত্ৰৰূপময় ভাষাৰে লিখা নজহা-নপমা ছবি। নিৰস ব্যাখ্যাতকৈ জীৱন্ত ছবিহে শৰ্মাৰ বুৰঞ্জীমূলক লিখনিৰ লক্ষ্য। এটা সময়ত আমাৰ ইতিহাসবিদসকলে মণিৰাম দেৱানৰ প্ৰতি যথেষ্ট অবিচাৰ কৰিছিল; এতিয়াও মাজে মাজে সেই বিষটোৱে উকি দি উঠে। কিন্তু বংগদেশত যেনেকৈ অক্ষয়কুমাৰ মৈত্ৰ আৰু নাট্যকাৰ গিৰিশ ঘোষে ছিৰাজদৌল্লাক জাতীয় বীৰ হিচাপে প্ৰতিষ্ঠা কৰিলে, অসমতো তেনেকৈ বেণুধৰ শৰ্মাই মণিৰাম দেৱানৰ জীৱনৰ সকলোবোৰ তথ্যপাতি ঢুকিয়াই-খঁহিয়াই তেওঁক জাতীয় বীৰ হিচাপে প্ৰতিষ্ঠা কৰিলে। তাকে কৰিবলৈ যাওঁতে, তেওঁ গোটেই যুগটোৰে ছবি এখন ফটফটীয়াকৈ আঁকি উলিয়াইছে। মানুহজনৰ ছবিখন যে তেনেই এখন পোহৰ-ছবি! একোটা অকলশৰীয়া শব্দৰ প্ৰয়োগতে গোটেইজন মানুহ জিলমিলাই উঠিছে। চকু এটা কেঁৰা, নাগৰজুষ্ট, চৈটকুটীয়া, সলিশিয়ান, সকলো কথা ইয়াকটা, স্বভাৱজ চোকস বুদ্ধিৰ ইত্যাদি, ইত্যাদি! তেওঁৰ বৰ্ণনা পঢ়ি যি কোনো বোলছবিৰ পৰিচালকে দেৱান মানুহজনক তেজ-মঙহৰ মানুহকৈ পোহৰ-ছবিৰ পেৰাটোৰ আগত থ'ব পাৰে। এই গুণটোৱেই গিবনৰ লিখনিৰো বৈশিষ্ট্য। আৰু, গিবন যিটো অৰ্থত সাহিত্যিক, বেণুধৰ শৰ্মাও ঠিক সেইটো অৰ্থতে সাহিত্যিক।

ভুল হ'ব, তেওঁৰ বুৰঞ্জীমূলক ৰচনাত যুক্তি, তথ্য আৰু ব্যাখ্যাৰ নাটনি ঘটিছে বুলি ভাবিলে। বৰং কোনো কোনো লেখাত উভৈনদীকৈ আছে, এই কেইপদ বস্তু। তেওঁৰ 'দেশদ্ৰোহী কোন: মদন নে পূৰ্ণানন্দ' ইয়াৰ সুন্দৰতম নিদৰ্শন। গাৰ্ডিনাৰৰ **Murder of Thomas Backett**ৰ লেখীয়াকৈ এই ৰচনাখনতো ক্ষুৰধাৰ যুক্তি, খুন্দ্ খাই থকা তথ্যপাতি, বেজীৰ জলাটোলৈকে মণিব পৰা দৃষ্টি, আৰু আঁৰ নলগা ব্যাখ্যাই যিকোনো পাঠকৰে মনত কঁপনি তুলিব পাৰে: 'তেনেহ'লে সেইটো মিছা কথাবহে হৈউন আছিল'! গাৰ্ডিনাৰে

বেলেগৈ ইতিহাসৰ বিচাৰ-চৰ্চাৰ ভুল কাঠগড়াত উঠা কথা দ্বিতীয় লেখকক খোকলাই আনি টমাচ বেকেটৰ ঢাক খুৱাই থোৱা গোলমলীয়া কথাৰ ঢাকনিখন উদঙাই দেখুৱাইছে, শৰ্মায়ো তেনেকৈ বুৰঞ্জীৰ যোগৰৰত মিছাতে পৰকীয়া হোৱা ৰখন বৰফুকনৰ মুখৰ ফুটছাই গুচাই পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ চকু-চৰহা প্ৰবৃত্তি আৰু ক্ষমতাৰ কাৰণে পেটে-পেটে পোহা আহুকলীয়া আক্ৰোশটোৰ ঢাকনিখন উদঙাই দেখুৱাইছে। কথাষাৰ সঁচা, তেওঁৰ লিখনিত আবেগৰ উমটো সৰহীয়াকৈয়ে আছে; কিন্তু আবেগৰ ঠাঁৰখুন্দীয়াত তেওঁৰ লিখনিয়ে কস্মিনকালেও যুক্তিৰ আঁত হেৰুওৱাৰ চিন নাই। বৰং আবেগৰ উমটোৱে কটকটীয়া যুক্তিৰ মুখত জোন দি তাক আৰু বেছি চোক থকা গজগজীয়া কৰি তোলাৰ উমান আপোনা-আপুনি বিৰিঙি উঠিছে। ঠিক সেইখিনিতে বেণুধৰ শৰ্মা আগফালে শিং থকা, পিছফালে নেজ থকা পণ্ডিত বুৰঞ্জীবিদতকৈ বেলেগ।

বেণুধৰ শৰ্মাৰ লিখনিত বুৰঞ্জী আৰু সাহিত্যাই কোনোবা এক চিন-নিচিন সীমান্তত সাৱটা-সাৱটিকৈ আছে। তেওঁ যিহকে নিলিখক লাগিলে, সেয়ে বুৰঞ্জী হৈ উঠে—যেন গোটেইখনতে সিঁচৰতি হৈ আছে, নজনা কথাৰ মুঠি মুঠি মণি-মুকুতা। আকৌ কিবা লিখনিক তেওঁ যেতিয়া নিজেই সদৰি কৰি কয় 'এয়া বুৰঞ্জী' বুলি, তেতিয়া তাৰ প্ৰতিটো বাক্যত অনুপম অনুপ্ৰাসৰ নূপুৰধ্বনি শুনি, আটকধুনীয়া উপমাৰ মুখামুখি হৈ থমকি বৈ যাবলগীয়া হয়—'এয়া দেখোন কথাৰ ভাবাবে লিখা কবিতা!'

এবাৰ এই মানুহজনে মোক এটা ডাঙৰ কাম কৰিবলৈ পাচিলে। ১৯৫৬ চনৰ শেহৰ পিনৰ কথা। সাহিত্যসভাৰ সভাপতিৰ অভিভাষণখন ইংৰাজীলৈ ভাঙি দিব লাগে। সভালৈ মাথোন সাদিনমান আছে। প্ৰশ্ন হ'ল, পাৰিম জানো? দুৰাতিৰ ভিতৰতে ভাঙি উলিয়াই দিলোঁগৈ। আবেলি মোৰ ঘৰলৈ আহি ক'লে, "কৈছিলোঁ নহয়, তুমি পাৰিবা! এইবাৰ কথাৰ ভাঙনি এইটোৱেই "Whosoever comes to Assam, becomes a Brobdingnagian. হয়তোন, 'অসমলৈ যেয়ে আহে সেয়ে বৰমতা হয়'—তাৰ ইংৰাজীটোৰ ঠিক ঠাইতে খোপনি ধৰিছা!...... এটা কথা কৈ থওঁ, ইংৰাজী লিখিলে ইংৰাজীকে লিখিবা—বাবু-ইংৰাজী নহয়! অসমীয়া লিখিলে অসমীয়াই লিখিবা—নেখেৰী খোপা নেবান্ধিবা।" তাৰ পাছত এটা ভুৱন-ভুলোৱা মিচিকিয়া

হাঁহি। লিখিবলৈ ল'লেই সেইবাৰ কথাই ভুমুকিয়াই যায়। তেখেতে কৈছিল, ভাষাৰ কাজিকাই মানুহজন!

সেই ভাষাৰ কাজিকা থকা মানুহজনে বাক অসমীয়া মানুহক কি দি থৈ গ'ল? মোৰ ধাৰণা, গভীৰ স্বদেশপ্ৰেমৰ অনুভূতি। তেওঁৰ জীৱনকালত কোনোবাই যেতিয়া সুধিছিল, "আপোনাৰ ঘৰ ক'ত?" সদায় তেওঁ উত্তৰটো দিছিল এইদৰে, "গুৱিগছ চাৰিওফালে। হেঁদালি গোটেইখন অসমত—সদিয়াৰ পৰা ধুবুৰীলৈকে।" যুৱজীৱ চৰ্চা কৰিছিল, সেইটো প্ৰেৰণাৰেই; আৰু তাৰে উমাজলীয়া ভাও লাগি সেয়ে হৈ উঠিছিল, সাহিত্য! তেওঁ অসমৰ নেদেখা ঠাই নাছিল। সেয়ে যিকোনো ন চিনাকিৰপৰা নাও-গাঁওৰ বিষয়ে হুবাবজান শুনিয়েই তেওঁৰ অণ্ডহী-বণ্ডহীৰ গোটেইখিনি উৱহী গছৰ ওৰ তেওঁকেই শুনাই অবাক কৰিছিল। তেওঁৰ ভাষা অনুকৰণ কৰিব পৰা দ্বিতীয়জন অসমীয়া লেখক নাই আৰু নোলাব। গ্ৰীয়াৰ্চনে যদি আমাৰ ভাষাত দেশী-বিদেশী আৰু তৎসম-তদ্ভৱ শব্দৰ পিয়ল লওঁতে শৰ্মাৰ কোনোবা এছোৱা লিখনিৰ ওপৰত চকু ফুৰোৱাৰ সুযোগ পালেহেঁতেন, তেনেহ'লে কিজানি তেওঁৰ হিচাপটোত নিবহ-নিপানী দেশজ শব্দৰ শতকৰা হাৰটোৱে চাৰিকুৰি দহৰ ঘৰ চেৰাই গ'লহেঁতেন! আৰু তেওঁৰ সাহিত্য? বেজবৰুৱাই হেনো তেওঁক এদিন সুমথিৰা টেঙা এটা আগবঢ়াই দি আশীৰ্বাদ কৰিছিল—কথাৰাৰ তেওঁ বহুতকে বৰ উলাহেৰে ক'বলৈ নেপাহৰিছিল—"বেণু, তোমাৰ লেখাবোৰ এই সুমথিৰাটোৰ দৰে থুলথুলীয়া হওক।" সেয়ে হৈছিল; তেওঁৰ সাহিত্য মিঠা, ৰসাল আৰু গোটাসজীয়া। থুলথুলীয়া শব্দটোৱে এই সকলোকেইটা গুণকে মেলামৰে জানো?

# মই পোৱা বেণুধৰ শৰ্মাজন

শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা

সৰুতে 'বাংপতা' পঢ়ি আলহীবো প্ৰকাৰ-ভেদ থাকিব পাৰে বুলি যিদিনাই জানিছিলোঁ, সেই দিনাৰপৰাই বেণুধৰ শৰ্মা ডাঙৰীয়াৰ প্ৰতি এটা কৌতূহল জাগিছিল, আৰু মানুহজনক চোৱাৰ হাবিয়াস এটাই মনত বাককৈয়ে বাহ লৈছিল। কেইবছৰ মানৰ পাছত হাবিয়াসটো পূৰ হ'ল; কিন্তু কৌতূহলটো আজিও দূৰ নহ'ল।

হাবিয়াসটো পূৰ হ'ল ধুবুৰীত। ১৯৫৬ চনৰ ২৭ আৰু ২৮ ডিচেম্বৰ তাৰিখে তাত অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী অধিবেশন বহিছে। সভাপতি বেণুধৰ শৰ্মা ডাঙৰীয়া। নগাঁৱৰ কুজীডাঁহৰপৰা যোৱা সাংস্কৃতিক দল এটাৰ লগত দৰ্শক হিচাপে মইও তেতিয়া অধিবেশনলৈ গৈছিলোঁ প্ৰবেশিকা বাছনী পৰীক্ষা দি। আমাৰ পেটৰ ওপৰত থৈ যে কেতিয়াবা ওকণি ফুটাব পৰা হয়, সেই কথা সেই অধিবেশনতেই মই প্ৰথমে শুনিছিলোঁ। কথাষাৰ মঞ্চৰপৰা বেণুধৰ শৰ্মা ডাঙৰীয়াই কৈছিল ধুবুৰীৰ বাইজৰ অভ্যৰ্থনাৰ শলাগ লোৱা প্ৰসংগত। সেই কথাষাৰেও শৰ্মা ডাঙৰীয়াৰ প্ৰতি মোৰ আকৰ্ষণ বঢ়াইছিল। কিন্তু তেখেতৰ সান্নিধ্য লাভৰ সুযোগ ইয়াৰ পৰবৰ্তী কেইবা বছৰলৈও ঘটা নাছিল।

পোন প্ৰথম বাৰৰ নিমিত্তে মই তেখেতৰ সান্নিধ্য লাভ কৰোঁ—বোধহয় সাতবষ্ঠী চনত। সেই বছৰ কলিয়াবৰৰ হাটবৰত আয়োজন কৰা ৰঙালী বিহু উৎসৱৰ সভাত শৰ্মা ডাঙৰীয়া সভাপতি, আৰু মই নিৰ্দিষ্ট বক্তা। বিহুতলীত কেইবা হাজাৰো মানুহৰ উথল-মাথল। কোৱা বাহুল্য, তাৰ বাবে যদি কাৰোবাক দায়ী কৰিব লগা হয়, তেনেহ'লে সেইজন বেণুধৰ শৰ্মা ডাঙৰীয়া। বক্তৃতাৰ মাজত মই কেনেবাকৈ বক্তিতা খুৱাই ছাপন্ন চনতে শৰ্মা ডাঙৰীয়াই কোৱা পেটৰ ওপৰত ওকণি ফুটোৱা কথাষাৰৰ উল্লেখ কৰিছিলোঁ। ৰভাতলীত হাঁহিৰ খলকনি উঠিছিল। শৰ্মা ডাঙৰীয়ায়ো হাঁহিছিল। কি প্ৰাণখোলা হাঁহি!

পাছদিনা শৰ্মা ডাঙৰীয়াক আকৌ লগ পাই কথা পাতিলোঁ। হাটবৰৰ শ্ৰীউপেন্দ্ৰ বৰকটকীইতৰ ঘৰতে তেখেত আলহী। পৰিধানত আঁঠুৰ মূৰত পৰা

চুৰিয়া এখন। শৰীৰৰ বাকী অংশ উদং। সোঁ ভৰিটো চকীখনৰ ওপৰত তুলি বহিছে। বাওঁ হাতেৰে ধঁপাতৰ হোঁকা এটা ধৰি "টোবাক তৈৱৰ মাৰ" সৃষ্টি কৰিছে। আপহিনাৰ সভাখনৰ কথা ওলাল। মোৰ ধাৰণা হ'ল, তেখেতৰ ওকণি ফুটোৱা কথাবাৰহে মোক তেখেতৰ সান্নিধ্য লাভৰ সুযোগ দিলে! অসমীয়া ভাষাৰ বেমেজালি, উচ্চাৰণৰ বেমেজালি আদিৰ কথা ওলাল। এবাৰ চিলিমটো ফুৱাই লৈ ক'লে, " 'আসাম বন্ধু' দেখিছা?" মই নাই দেখা বুলি কলোঁ। "জোনাকী একা।" আকৌ একেটা উত্তৰকে দিলোঁ। "ক'ত দেখিবা, কেনেকৈ দেখিবা" বুলি সেই প্ৰাণখোলা হাঁহিটো মাৰি বহাৰপৰা উঠিল, আৰু ভিতৰলৈ গৈ কন্তেক পাছতে পকা-বন্ধা কিতাপ দুখন আনিলে, আৰু ক'লে, "এয়া চোৱাঁ"। মই দুইখন কিতাপৰ পাতখিনি ওপৰে ওপৰে লুটিয়ালোঁ। 'জোনাকী' আৰু 'আসাম বন্ধু'ৰ সংগ্ৰহ দুটা হাতেৰে চুই চোৱাৰ আনন্দ অনুভৱ কৰি গৌৰৱ বোধ কৰিলোঁ। শৰ্মা ডাঙৰীয়াই কিজানি কিতাপ দুখন মোক নেদেখুৱাকৈও থাকিব পাৰিলেহেঁতেন। কিন্তু অসমৰ অতীত গৌৰৱৰ কথা জানি নিজে লাভ কৰা 'অলৌকিক আনন্দৰ ভাৰ' আনকো বিলাই দি যে তেখেতে এটা গভীৰ তৃপ্তি অনুভৱ কৰিছিল, ই তাৰেই প্ৰমাণ।

সেইদিনা হাতেৰে চুই গৌৰৱ অনুভৱ কৰা 'জোনাকী' আৰু 'আসাম-বন্ধু' যে কেতিয়াবা মোৰ ইমান প্ৰয়োজনীয় হ'ব, সেইকথা তেতিয়া লেশমানো অনুমান কৰিব পৰা নাছিলোঁ। তেসত্তৰ চনত অসম সাহিত্য সভাই যেতিয়া 'বেজেৰৰ মহন্ত ৰচনাৱলী' সংকলন আৰু সম্পাদনাৰ দায়িত্ব মোক দিয়ে, তেতিয়া ইতিবাচক উত্তৰ এটা সভালৈ পঠাইছিলোঁ কেৱল শৰ্মা ডাঙৰীয়াৰ সেই প্ৰাণ-খোলা হাঁহিটোৰ কথা সুঁৱৰিয়েই। নিজ হাতেৰে চুকি পোৱা ৰচনাখিনি সংগ্ৰহ কৰাৰ পাছত 'আসাম-বন্ধু' আৰু 'জোনাকী'ত প্ৰকাশিত মহন্তৰ ৰচনাখিনিৰ নিমিত্তে শৰ্মা ডাঙৰীয়ালৈ চিঠি লিখিলোঁ। মোৰ অনুৰোধৰ প্ৰতি তেখেতে এনেদৰে সঁহাৰি জনালে যে কামটো যেন মোৰ নহয় তেখেতৰহে— এনে এটা ধাৰণা মোৰ মনত জাগিল। 'বেজেৰৰ মহন্ত ৰচনাৱলী' সংকলনৰ ক্ষেত্ৰত শৰ্মা ডাঙৰীয়াই মোক কিমান সহায় কৰিলে, এইক্ষেত্ৰত তেখেতৰ আন্তৰিকতা আৰু তৎপৰতা কিমান আছিল, সেইকথা মোৰ ভাষাত প্ৰকাশ নাপাব। সেইবাবে মই এই সম্পৰ্কীয় তেখেতৰ চিঠি কেইখনমান তলত উদ্ধৃত কৰিলোঁ।

( ১ )

সুৰাগপুৰ
গুৱাহাটী-৮
২৬।৯।৭৩

মৰমৰ যোগেন,

৺বম্বেশ্বৰ মহন্তৰ জীৱনীখন* লেখিবলৈ আয়োজন কৰা শুনি বৰ সন্তোষ পালোঁ। কালি প্ৰাক্তন অধ্যক্ষ বজ্ৰেশ্বৰ শৰ্মায়ো কৈছিল। কিন্তু জীৱনী-সমল সংগ্ৰহ কৰা সহজ নহয়।

'জানা ধনঞ্জয়, ধন নহ'লে একো কাম নিসিজয়।' এতেকে ধন খৰচ কৰিলে হ'ব। ই কেঞ্চাৰ দোকানৰ মলমল কাপোৰৰ থান নহয় যে দে বাবু দে বুলিলেই পাবা।

মোৰ হাতত 'আসাম-বন্ধু'ৰ গোটাদিয়েক প্ৰবন্ধ পাবা; কিন্তু নকল কৰাব লাগিব। নকলৰ খৰচ ফুলস্কেপ কাগজৰ এপিঠিত ।• চাৰি অনাকৈ। বাকীবোৰ গোটাবলৈ ২০০মান টকা লাগিব। টকা গোটালে হ'ব।

বম্বেশ্বৰ মহন্তৰ ছদ্মনাম ৰামদাস গোস্বামী। এই নামেৰেও বহুত প্ৰবন্ধ লিখিছিল। মই কাগজ-পত্ৰৰ সন্ধান দিম, কোনোবাই নিদিলেও দিয়াম। গতিকে, নকল কৰাই দিয়াৰ খৰচ আৰু বিচৰা খৰচ গোটোৰাঁ। ইতি—

শ্ৰীবেণুধৰ শৰ্মা

( ২ )

২।১১।৭৩

শ্ৰীমানেষু,

দিনে ৫৲ টকা হাজিৰাত বন্দবস্ত কৰি ল'ৰা এটিৰ হতুৱাই 'আসাম-বন্ধু'ত ওলোৱা ৺বম্বেশ্বৰ মহন্তৰ প্ৰবন্ধখিনি নকল কৰাই পঠালোঁ। তাক নিত্তৌ হোটেলত ভাত খাবলৈ পঠিয়াব লাগে। সম্প্ৰতি মোৰ লগতে ৰাখিছোঁ। প্ৰবন্ধকিটাৰ ভিতৰত এটা প্ৰবন্ধৰ এডোখৰ খালীকৈ থোৱা হ'ল; সেইটোৰ ৪২ পাতটো মোৰ ইয়াত নাই, প্ৰকাশন বৰ্ডত আছে। দিয়ে যদি, তাৰপৰা অনাই পঠাম। ইয়াৰ কবিতা গোটাচাৰেক 'কবিতা হাৰ'ত লগ লগাই দিয়া হৈছিল যদিও, লেখোৱালোঁ। এই কিটাতে ২৩৲+২.৫০+.৫০=২৫.৫০+'৫০—

* 'ৰচনাৱলী'ৰ পৰিবৰ্তে কেয়োখন চিঠিতে তেখেতে 'জীৱনী'হে লিখিছে।

২৬৲ টকা খৰচ। তাৰ ভিতৰতে ২১৲ টকা ল'ৰাটোক দিয়া হ'ল। দুটকা কাটিলোঁ।

'জোনাকী'ত থকা 'অসমত মান', "ৰাম সৰস্বতী', 'অসমৰ উন্নতি' আদি প্ৰবন্ধকেইটা লেখাৰ লাগিব। জোনাকী এখন কালি জালুকবাৰীৰপৰা অনাইছোঁ। সুবিধা হ'লে ৫০৲ টকামান পঠাবা।

ল'ৰাটোক নিতৌ ভাত-চাহ খাবলৈ টকা দিব লাগে; ৪৲ টকা ভাতত, ১৲ টকা চাহত। অলৈ-তলৈ পঠোৱা আছেই। ইতি—

শ্ৰীবেণুধৰ শৰ্মা

( ৩ )

১৪।১১।৭৩

মৰমৰ যোগেন,

তোমাৰ চিঠি পালোঁ। ইতিমধ্যে জোনাকীত প্ৰকাশ হোৱা মহন্তৰ প্ৰবন্ধকেইটা নকল কৰালোঁ। প্ৰথম বছৰৰ নোপোৱা বাবে 'বিবাহ', 'মিনাৰতী' আৰু 'মনোবৃত্তি' লেখাৰ পৰা নাই। 'মোৱামৰীয়া বিদ্ৰোহ'টো ফুটন'টে সৈতে জোনাকীত তিনিটা অধ্যায় ওলাইছিল। তুমি কিমানলৈকে পাইছা লেখিবা। তোমাৰ তাত কি কি আছে, কি কি নাই, মই কব নোৱাৰোঁ। হনুমন্তই বিশল্যকৰণী আনিবলৈ গৈ যেনেকৈ গোটেইটো গন্ধমাদন পৰ্বতকে লৈ আহিছিল, মইও এতিয়া সেইদৰে আসাম-বন্ধু আৰু জোনাকীত যি পালোঁ, তাকে লেখালোঁ। মহন্তই সাজ-পাৰৰ বিষয়ে যিজন লেখকৰ 'পোষাক-পৰিচ্ছদ'ৰ সমালোচনা কৰিছিল, সেইজন আছিল নগাঁৱৰ আমোলাপট্টিৰ ৺নৰনাথ মহন্ত।

'গাৰো' প্ৰবন্ধটো যেনে আছে সেইদৰে উলিয়ালেহে বৌদ্ধিক মূল্য থাকিব। অৱশ্যে তুমি তাত comment বা opinion বা কৈফিয়ৎ দিব লাগিব। আমি মানুহবোৰ বান্দৰৰ বংশ বুলি ডাৰউইনে কৈ গ'ল, এতিয়া সেই কথা ক'লে কিবা জগৰ লাগিব নে?

তোমাৰ টকা পোৱালৈ বাট চোৱা নাই। কৰোৱাখিনি আজিৰ ডাকত ৰেজিষ্টাৰীকৈ পঠালোঁ। কাৰণ, মোৰ ইয়াত ভালশলীয়া নিগনিৰ উৎপাত বেছি।

ইতি—

শ্ৰীবেণুধৰ শৰ্মা

( ৪ )

৩।১২।৭৩

শ্ৰীমানেষু,

এই কেইখন যৰ মূল্যৱান চিঠি। শ্ৰীমান যজ্ঞেশ্বৰ শৰ্মা অৱসৰপ্ৰাপ্ত প্ৰিন্সিপেলৰ হতুৱাই নকল কৰাই ল'বা, আৰু Type কৰাই ৰাখি থবা। আৱশ্যকীয়খিনি তোমাৰ যজ্ঞেশ্বৰ মহন্তৰ কিতাপত দিব পাৰা।*

মোৰ গা ভাল নহয়, কাহানি মৰোঁ ঠিক নাই। কাগজত আৰু নকল কৰোৱা ল'বাটোক, ডাকখৰচৰ বাবে মুঠ ৯৫ টকামান পঠাবা। মোৰ লগতে নিও বুলি ভাবিছিলোঁ; কিন্তু জীৱনৰ একো ঠিক নাই।

শ্ৰীবেণুধৰ শৰ্মা

( ৫ )

১৬।১২।৭৩

শ্ৰীমানেষু,

শুনি আচৰিত হ'বা যে গুৱাহাটী হেন চহৰত ডাক-পখিলাত প্লেগ ৰোগ সোমাল।** 'মোৱামৰীয়া' আৰু 'জয়মতী'ৰ তলত থকা পাদটীকা ( Foot-note ) কিটা দিব লাগিব। চিঠিকেইখন পঠাব নেলাগে। তোমাৰ তাতে থবা। যজ্ঞেশ্বৰৰ ছবিখন থাকি গ'ল। পঠাম। ইতি—

শ্ৰীবেণুধৰ শৰ্মা

( ৬ )

১৯।৩।৭৪

স্নেহাস্পদেষু,

তোমাৰ জুয়োখন চিঠি পালোঁ। প্ৰথম ভাগ জোনাকীত তুমি লেখা মতে প্ৰবন্ধকেইটা ওলোৱা সঁচা। নন্দ তালুকদাৰক সুধিবাচোন তেওঁ নকল কৰাই দিয়াব পাৰিব নে কি? মোৰ ইয়াত সেইখন জোনাকী নাছিল; লোণাৰিৰ

---

* যজ্ঞেশ্বৰ মহন্তই পণ্ডিত হেমচন্দ্ৰ গোস্বামীলৈ লিখা এই চিঠিকেইখন 'যজ্ঞেশ্বৰ মহন্ত ৰচনাৱলী'ত ( পৃঃ ৩৪১—৩৮০ ) সন্নিবিষ্ট হৈছে।

** 'ডাক-পখিলা' ( পোষ্টকাৰ্ড ) নাপাই গুৱাহাটীৰ 'Friends Book Agency'ত বিজ্ঞাপনৰ কাগজ এটুকুৰাৰ ওলোটা পিঠিকে চিঠি লিখিবলৈ ব্যৱহাৰ কৰিছে ডাক-টিকট লগাই।

পাৰ্বতী বৰুৱাই দিলে। যি আছিল, তাকেই নকল কৰাই পঠিয়াইছিলোঁ। এতিয়াও প্ৰথম ভাগ জোনাকীৰ প্ৰবন্ধকিটা সংগ্ৰহ কৰিবই লাগিব। তেহে মহন্তৰ জীৱনী পূৰ্ণ হ'ব। তালুকদাৰক খুঁথি চোৱাঁ, যদি তাত নোপোৱা, তৎক্ষণাত মোলৈ লেখিবা, লোগাবিত খবৰ কৰি সোনকালে প্ৰবন্ধকেইটা যুগুতাব লাগিব। সেই প্ৰবন্ধ নহ'লে জীৱনীখন উকা হৈয়ে থাকিব। ইতি—

শ্ৰীবেণুধৰ শৰ্মা

অসম সাহিত্য সভাই সংকলন আৰু সম্পাদন কৰোৱা 'বজ্ৰেশ্বৰ মহন্ত ৰচনাৱলী' অসম প্ৰকাশন পৰিষদে সাতসত্তৰ চনৰ অক্টোবৰ মাহত প্ৰকাশ কৰি উলিয়ায়। শৰ্মা ডাঙৰীয়াৰ অকুণ্ঠ সহায় অবিহনে যে বজ্ৰেশ্বৰ মহন্তৰ মৃত্যুৰো চাৰিকুৰি বছৰৰ পাছত তেওঁৰ ৰচনাৱলী সংগ্ৰহ কৰাটো মোৰ বাবে সহজ-সাধ্য নহ'লহেঁতেন, সেই কথা গ্ৰন্থখনৰ পাতনিত মই কৃতজ্ঞচিত্তে উল্লেখ কৰিছোঁ। গ্ৰন্থখন প্ৰকাশ হোৱাৰ পাছত কপি এটা শৰ্মা ডাঙৰীয়াক দিবলৈ গলোঁ। কৃত্ৰিম খং দেখুৱাই ক'লে, "বজ্ৰেশ্বৰ মহন্তই গুৱাহাটীত কোন কাহানিবেপৰা টিখিলখিলাই ফুৰিছে, মোৰ ওচৰলৈ আনিছা এতিয়াহে।" কেইদিনমানৰ আগতে মাত্ৰ পোৱা কপিকেইটাৰ প্ৰথম কপিটোকে যে মই তেখেতক দিবলৈ গৈছোঁ, সেই কথা বিনীত ভাবে কোৱাত প্ৰাণখোলা হাঁহিটোৰে ক'লে, "হ'ব দিয়ঁা, মই ধেমালিহে কৰিছোঁ।" কিতাপখন হাতত লৈ লুটিয়াই-বগৰাই চাই দিটো সন্তোষৰ ভাব সমগ্ৰ মুখমণ্ডলত তেখেতে বিয়পাই দিছিল, সেই ভাবটো পঢ়ি উঠি মই এক অনাবিল আনন্দ অনুভৱ কৰিছিলোঁ।

আশী চনত যেতিয়া অসম সাহিত্য সভাই 'জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী' সংকলন আৰু সম্পাদনৰ দায়িত্ব মোক দিয়ে, তেতিয়াওনো শৰ্মা ডাঙৰীয়াৰ পৰা মই কমখিনি প্ৰেৰণা পালোঁ নে? তেতিয়া কিন্তু তেখেতৰ স্বাস্থ্য আগতকৈ বহুখিনি পৰি আহিছিল। জে. বৰুৱাৰ প্ৰতি শৰ্মা ডাঙৰীয়াৰ শ্ৰদ্ধা কিমান, তেখেতৰ 'অৰ্ঘ্যাৱলী'ত সন্নিবিষ্ট 'সুৰাগী সৎপুৰুষ জ্ঞানদাভিৰাম বৰুৱা' প্ৰবন্ধ-টোৱেই তাৰ সাক্ষী। নগাঁও সাহিত্য সভাৰ উদ্যোগত অসম সাহিত্য সভাই ১৯. ৮. ৮০ তাৰিখে কেন্দ্ৰীয়ভাৱে জে. বৰুৱাৰ জন্মশতবাৰ্ষিকী উৎসৱ উদযাপন কৰিবলৈ আয়োজন কৰা কথাবে, আৰু জে. বৰুৱা সংক্ৰান্ত কেইটা-মান প্ৰশ্নৰে মই লিখা চিঠি এখনৰ উত্তৰত শৰ্মা ডাঙৰীয়াই লিখিলে :

৭।৬।৮০

মৰমৰ যোগেন,

তুমি ২৩।৫।৮০ তাৰিখেই লেখা চিঠিখন ডাকঘৰৰ অনুগ্ৰহত আজি ৭।৬।৮০ তাৰিখে পাইছোঁ। ইয়াকে যে পালোঁ!

চিঠি পাই মোৰ চকুপানী ধাৰেৰে ব'লে; তাত বাঢ়ি খৈছে, মোৰ আৰু পাতত (অৰ্থাৎ চকীত) বহিবৰ মন নগ'ল। কিয় জানা নে? তোমালোকে জে. বৰুৱাৰ স্মৃতি-অৰ্ঘ্য তৰ্পণ কৰাৰ যি মহোৎসৱৰ আয়োজন কৰিছাইক, তাত মইও সৌ-শৰীৰেৰে উপস্থিত থাকি একাঞ্জলি ফুল-চন্দন দিব পৰা হ'লে কিমান বং পালোঁহেঁতেন! হতভগীয়া মই! কি কৰিম?

মোৰ ৮৬ বছৰীয়া জীৱনত এজন মানুহ পাইছিলোঁ, যিজনৰ শিৰে শিৰে অসমীয়া তেজ কাও-কাও কৰে বৈ আছিল, জিভাত আখৈ ফুটাদি অসমীয়া মাত-কথা কট্-কট্ কৰে ফুটি আছিল; গহীন গহীন গজেন্দ্ৰ-গমনে যেন চৰণ-ধূলিকণেও পবিত্ৰাণ পাইছিল।

আজি ল'ৰা এটা বিচাৰিছোঁ, যাৰযেৰেক লেখাই পঠাম। কিন্তু মই নিজে যাৰলৈহে ঠেং দাঙি আছোঁ। মটৰ-ভাড়া ইমান বেছি যে কি সাধ্য এখন ভাড়া কৰিবা? তথাপি খপিয়াই চাম। কপাল ফুলিলে পাম। থলোঁ আৰু। ইতি।

শ্ৰীবেণুধৰ শৰ্মা

একেদিনাই লিখা আনখন চিঠিত আছে,

যোগেন,

৺জে. বৰুৱাৰ শতবাৰ্ষিকী পাতিব খোজা চিঠিখন পায়েই তৎক্ষণাৎ আজিৰ ডাকত নেযায় বুলি নবাজবিকৈ আনন্দাশ্ৰু সানি ডাক-ঘৰলৈ পঠিয়ালোঁ। তোমাৰ চিঠিৰ উত্তৰ:

'তেনিচৰ সাউন্দ' আৰু 'পঞ্চৰত্ন' কাৰ হাতত আছে, কব নোৱাৰোঁ। মোৰ যি আছিল, সোপাকে কোনোবা কৌটিকালতে অধ্যাপক সূৰ্যকুমাৰৰ (তেতিয়া ড° হোৱা নাই) হাতত দিলোঁ, D. H. A. S.-ৰ বাবে, তাকে

থাপি থৈছিল। আছে নে সুবিধা তাৰ Director, D. H. A. S., Assam, Gauhati-ক।

মোৰ হাতত থকা জে. বৰুৱাৰ চিঠি-পত্ৰ সৰহ ভাগকে, মোৰ জীৱন-সমাপ্তিৰ উককা উপলক্ষে কাবোবাক কাবোবাক দি দিলোঁ। এতিয়াও ক'ৰবাত কেনেবাকৈ আছে কি চাছে, কব নোৱাৰোঁ। চকু বেয়া হৈ মোৰ জীৱনটো নাশ হ'ল।

জে. বৰুৱাৰ লুকুৱা নাম এটা আছিল, সেইটো দি বাঁহীৰ প্ৰথম কি দ্বিতীয় ভাগত গল্প লেখিছিল। কলিকতাৰপৰা প্ৰকাশিত 'তত্ত্ববোধিনী পত্ৰিকা'ত তেওঁ থিয়েটাৰ কথা বিপট ওলাইছিল। বেৰিষ্টাৰ বৰুৱাই 'সাধনা' নে কিবা এখন বঙলা কাকতত প্ৰবন্ধও লেখিছিল। ইৰাজী Folk Tales of Assam-ৰ কথা নেপাহৰিবা। ইতি।

তোমাৰ
শ্ৰীবেণুধৰ শৰ্মা
৩ বজাত।

১১।৬।৮০ তাৰিখে আকৌ এটা 'ডাক-পথিলি' পঠালে এই বুলি :

মৰমৰ যোগেন,

তোমাৰ চিঠি পাই তৎক্ষণাৎ চিঠি দুখন দিছিলোঁ, পাব পোৱা। মোৰ 'অৰ্ঘ্যাৱলী'ৰ First Publication 1964 আৰু দ্বিতীয় তাঙৰণৰ ঋষি J. Baruah-ৰ (পোহৰী) ছবি তিনিখন ব্যৱহাৰ কৰিবা।

শ্ৰীবেণুধৰ শৰ্মা
গুৱাহাটী, ১১।৬।৮০

কিছুদিন মই চিঠি-পত্ৰ লিখা নাছিলোঁ, তৎসত্ত্বেও তেখেতে ২।১০।৮০ তাৰিখে লিখা চিঠি এখন পালোঁ। তাত আছিল :

"যোগেন,

তোমালৈ জে. বৰুৱাৰ ছবিখন (ডেকা কালৰ) আৰু খনদিয়েক বিচাৰি পোৱা চিঠি পঠালোঁ। বাৎসতাৰখন পাব পোৱা কিজানি। বৰুৱাৰ জনমীয়া

আখৰৰ নমুনা-ব্লক দিব পাৰিবা। ছবিখন পঠালোঁ। Oil Painting কৰি সাহিত্য সভাত থব পাৰিবা। বস্ত্ৰ ৰবকাকতীৰ এখনো আছে। নগাঁৱৰ ঢেঁকীয়াল ফুকনৰপৰা আৰম্ভ কৰি এতিয়ালৈকে নগাঁৱত জন্ম হোৱা সাহিত্যিক-সকলৰ চুটি জীৱনীৰে সৈতে সাহিত্য সভাৰ ঘৰত আঁকি থবা।

শ্ৰীবেণুধৰ শৰ্মা

২।১০।৮০

'ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী' সংকলনৰ ক্ষেত্ৰত কৰা দৰে 'জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী' সংকলনত মই শৰ্মা ডাঙৰীয়াক ঘৰকৈ আমনি কৰা নাছিলোঁ; তাৰ কাৰণ ওপৰৰ চিঠি কেইখনেই দাঙি ধৰিছে। কিন্তু এই ক্ষেত্ৰত যে তেখেতৰ দ্বাৰা মই বহু পৰিমাণে অনুপ্ৰাণিত হৈছিলোঁ, সেই কথাও ওপৰৰ চিঠি কেইখনেই দাঙি ধৰিছে নিশ্চয়। 'জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী' উন্মোচিত হ'ল একাশী চনৰ ৮ই মে' তাৰিখে তিনিচুকীয়াৰ সৰ্বানন্দ নগৰত; কিন্তু তাৰ প্ৰায় আঢ়ৈ মাহমানৰ পূৰ্বেই যদি গ্ৰন্থখন পোহৰলৈ আহিলহেঁতেন, তেন্তে এইখন গ্ৰন্থৰো মই পোৱা প্ৰথম কপিটোকে তেখেতৰ হাতত শ্ৰদ্ধা সহকাৰে তুলি দিলোঁহেঁতেন, আৰু দ্বিতীয় বাৰৰ বাবেও চাগে তেখেতৰ আনন্দোৎফুল্ল মনৰ ভাবটো পলকৰ বাবে পঢ়িবলৈ পাই মই নিজে ধন্য হ'ব পাৰিলোঁহেঁতেন!

জ্ঞানদাভিৰাম বৰুৱাৰ ৰচনাৱলী সংক্ৰান্ততে মই এদিন শৰ্মা ডাঙৰীয়াৰ বাকচৰ তলা ভাঙিছিলোঁ। কথাটো এনেকুৱা: জে. বৰুৱাৰ হাতৰ চিঠি-পত্ৰ বিচাৰি এবাৰ ৩১।৭।৮০ তাৰিখে তেখেতৰ সুৰাগপুৰত লগ পাইছিলোঁগৈ। স্বাস্থ্যজনিত কাৰণত তেখেতৰ মুখত ফুটি উঠা উদাস ভাব এটা দেখি প্ৰথমতে হতাশ হৈ পৰিছিলোঁ। কিন্তু মোৰ উদ্দেশ্যৰ কথা কোৱাৰ লগে লগে, জে. বৰুৱাৰ কথা কোৱাৰ লগে লগে তেখেতৰ মুখমণ্ডল যেন প্ৰেৰণাৰে উপচি পৰিল। সেইদিনা গধূলি হোৱা বাবে পাছদিনা পুৱা ৮ বজাত আহিবলৈ ক'লে। পাছদিনা পুৱা ৭ বাজি ৫৭ মিনিটত মই উপস্থিত হৈ দেখিলোঁগৈ বাহিৰতে চকী এখনত তেখেত বহি আছে। কাষৰ মেজখনৰ ওপৰতে ডাঙৰ আকাৰৰ শিলগুটি দুটা তুলি থৈছে। মোক দেখা পোৱাৰ লগে লগে 'ক'লে,

"আহিলা, আহাঁ। শিলগুটি ছটা লোৱাচোন, আৰু লৌ বাকচৰ তলাটো মৰিয়াই মৰিয়াই ভাঙা" বুলি পুৰণি টিঙৰ ট্ৰাংক এটালৈ আঙুলিয়ালে। মই থাকতেকেয়ে অপ্ৰস্তুত হলোঁ, আৰু তলাটো ভাঙিবলৈ খেৰো-মেৰো কৰিলোঁ। "ভাঙা, মই লোৱাবোঁ থাবেহে তোমাক কৈছোঁ, কাঠীটো হেৰাল। মোৰ বহুত বস্ত চোৰে নিলে। সোণৰ আঙঠি এটাৰে লৈতে মোৰ লণ্ডণলালো হেৰাল।" মই কেইবাবাৰো কোবায়ো তলাটো ভাঙিব পৰা নাই। "চাওঁ, মোক দিয়াঁচোন" বুলি শিলগুটি ছটা নিজা হাত লৈ এটাৰ ওপৰত তলাটো থৈ আনটোৰে পূৰ্ণহত্তীয়া কোৰ দি কেনেকৈ তলাটো ভাঙিব লাগে, দেখুৱালে। এইবাৰ মোৰ হাতত তলাটো ভাগিল। গোটেই বাকচটোৰ বস্তখিনি লুটিয়াবলৈ দিলে। বস্ত মানে কিছুমান পুৰণা কাগজ; ছপা, হাতে-লিখা; ফটা, উঁৱলি যোৱা। হঠাৎ মই ট্ৰাংকটোৰ এচুকত দেখা পালোঁ চিকমিকাই থকা বস্ত এটা। তেখেতৰ হেৰোৱা বস্ত সেইটোৱেই বুলি ভাবি কথাটো কলোঁ আৰু মই নিজে হাতেৰে চুচুই তেখেতকে আনিবলৈ কলোঁ। আনন্দত উৎফুল্ল হৈ প্ৰায় চিঞৰাৰ দৰে ক'লে, "ঠিক ঠিক, সেইটোৱেই। দেখিছা, জে. বৰুৱাইহে মোৰ হেৰোৱা বস্তটো উদ্ধাৰ কৰিলে! জে. বৰুৱাইহে উদ্ধাৰ কৰিলে!" তাৰ পাছত তামোলৰ ঢকুৱাৰ বটাৰে মেৰিয়াই থোৱা পুৰণা কাগজৰ কেইবাটাও টোপোলা মোৰ হতুৱাই খোলালে। তাৰে কোনোবা ছটাৰ মাজৰপৰা দুখন জৰাজীৰ্ণ কাগজ উলিয়াই মোলৈ আগবঢ়ালে। এখন ১৪।১।১৮৯৭ তাৰিখে জে. বৰুৱাই লণ্ডনৰপৰা হেমচন্দ্ৰ গোস্বামীলৈ, আৰু আনখন ১৭।৭।১৯৪৪ তাৰিখে বাবানসীৰপৰা শৰ্মা ডাঙৰীয়ালৈ লিখা চিঠি।

একেটা দিনৰে কথা। শৰ্মা ডাঙৰীয়াৰ 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থখন (মই উনবাঠী চনতে কিনা) মোৰ পৰা কোনোবাই পঢ়িবলৈ নি নিওঁতাজন যে 'মহামূৰ্খ' নহয়, সেই কথা মোক প্ৰমাণ কৰি দেখুৱালে। শৰ্মা ডাঙৰীয়াক কথাটো কোৱাত সেইখনৰ লগতে মোৰ সংগ্ৰহত নথকা তেখেতৰ আন দুখন-মান গ্ৰন্থও মোলৈ আগবঢ়াই দিলে। কেউখনৰে মুঠ মূল্য হিচাপ কৰি মই সাতত্ৰিছটা টকা তেখেতলৈ আগবঢ়ালোঁ। প্ৰথমতে নললে। জোৰ কৰি ধৰাত দহ টকীয়া নোট এখন মোৰ পৰা লৈ ক'লে, "কিতাপৰ দাম বুলি নহয়; তুমি ধৰিছা যেতিয়া মাওৰ মাছ খাবলৈ এইখনকে ৰাখিলোঁ।"

আমাৰ ঐতিহ্যৰ ধাৰক আৰু বাহক এই মানুহজনে আমাৰ পুৰণি সামগ্ৰী-

সমূহ অনা-অসমীয়াৰ আগত কেনেকৈ দাঙি ধৰিব লাগে, তাকো এদিন কৈছিল। মোৰ পঁজাটো শৰ্মা ডাণ্ডৰীয়া হুবাব আহিছিল। প্ৰথমবাৰ পঁয়সত্তৰৰ এটা আবেলি। তাৰিখটো মনত নাই। বান-বাটীত চাহ খাবলৈ দিয়াঁত ক'লে— "নিজৰ মানুহক নহয়, অনা-অসমীয়া লোকক হে বান-বাটীত খাবলৈ দিব লাগে। আমাৰ এই পুৰণা বস্তুবিলাক আনক এনেকৈ দেখুৱাব লাগে।"

সেইদিনা পোহৰে পোহৰে শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মা ডাণ্ডৰীয়াৰ ঘৰত তেখেতক মই থৈ আহিছিলোঁগৈ। ওৰে ছোৱা বাটত দেখা পোৱা গছবোৰৰ নাম মোক সুধিছিল। জনাখিনি কৈছিলোঁ, আৰু নজনাখিনিৰ নাম তেখেতে মোক কৈছিল। লগতে ক'লে, "আমাৰ অসমত যে কিমান বিধৰ গছ আছে! আমি কিছুমানৰ বঙলা নামটোহে জানো। সেইবোৰৰ অসমীয়া নামবোৰ আমি জানিব লাগে।"

দ্বিতীয় বাৰ আহিছিল—আঠসত্তৰৰ মাৰ্চ মাহৰ ওঠৰ তাৰিখে। মই ঘৰত নাছিলোঁ। পাছদিনা, অৰ্থাৎ ঊনৈছ তাৰিখে পুৱাতে জোঁৱায়েক শ্ৰীহৰেন্দ্ৰনাথ শৰ্মাৰ ঘৰত লগ পালোঁগৈ। আবেলি মই এখন সভালৈ যোৱাৰ কথা কিবা স্বৰূপে ওলাল। কবৈয়লি উচ্চ মাধ্যমিক স্কুলৰ ৰূপালী জয়ন্তী উৎসৱৰ সভা। সভা কিমান দূৰত, সভালৈ মই কিহেৰে যাম, কোন কোন যাব, সুধিলে। মই সভাৰ অতিথিহে, তথাপি বেয়া নাপায় যদি সভালৈ যাবৰ বাবে ময়ে তেখেতক অনুৰোধ জনালোঁ ভয়ে ভয়ে। মোৰ বিশ্বাস, তেখেতৰ উপস্থিতিত উদ্যোক্তা-সকল অতিশয় আনন্দিত হ'ব আৰু স্কুলখনৰ ছাত্ৰ-ছাত্ৰীসকলৰ লগতে অঞ্চলটোৰ বাইজে ইতিমধ্যে প্ৰায় কিংবদন্তি হৈ পৰা এই ব্যক্তিজনক নিজ চকুৰে দেখি সন্তোষ লাভ কৰিব। কিন্তু অনুষ্ঠানটোৰ এজন সম্পূৰ্ণ বাহিৰা মানুহে এনেকৈ তেখেতক কথাষাৰ কোৱাটো বৰ অযুগুত হ'ল বুলি ভাবি লগে লগেই মোৰ মনটো এক প্ৰকাৰ অস্বস্তিৰে ভৰি পৰিল। কিন্তু কোনো ধৰণৰ ভাবান্তৰ নেদেখুৱাই একে আষাৰতে ক'লে—"যাম দিয়া। তোমাৰ বহতে নতুন গাঁও এখন চাবলৈ পাম।" মোৰ মনত আশ্চৰ্যৰ সীমা নোহোৱা হ'ল। গাড়ী এখনত সভালৈ লৈ গলোঁ। যাওঁতে গোটেই বাটছোৱাত কেৱল এটা কথাই মই উপলব্ধি কৰিছিলোঁ, সেইটো হ'ল—কিমান যে উদাৰ এই মানুহজন! অসুস্থতাৰ কাৰণে সভাত কেৱল কুৰি মিনিটমান সময়হে বক্তৃতা দিলে। সমজুৱাসকলৰ মুখে মুখে তেখেতৰ কথাখিনি বাগৰি ফুৰিছে। কিন্তু তেখেতে

যে অনুষ্ঠানটোৰপৰা নিমন্ত্ৰণ পোৱা নাছিল, মোৰ অনুৰোধতহে আহিছিল, সেই কথা বা তাৰ তেখেতৰ বক্তৃতাৰ মাজত এবাৰলৈও যদি প্ৰকাশ কৰিলে-হেঁতেন! সভাৰপৰা উলটি আহোঁতে মোক ক'লে, "তোমাৰ যহতে আজি কেইবাখনো বহগাঁও দেখিলোঁ। ভাল লাগিল।" ওবেটো বাটত, আৰু সেই সময়ত মই কেৱল এই কথাহে ভাবি আহিছিলোঁ, কিমান যে নিৰভিমানী এই মানুহজন!!

# বুৰঞ্জীৰ খনিকৰ বেণুধৰ শৰ্মা

ড° নগেন শইকীয়া

'অসম বাণী' কাকতখন ওলোৱা বেছিদিন হোৱা নাই। মই হাইস্কুলৰ ওপৰ শ্ৰেণীৰ ছাত্ৰ। সেইসময়তে হঠাৎ মোৰ হাতলৈ এখন সাঁচিপতীয়া পুথি আহিছিল : মাধৱদেৱৰ ৰচিত আদিকাণ্ড ৰামায়ণ। ঘূৰাই-পকাই চাই দেখিলোঁ হৰিনাৰায়ণ দত্তবৰুৱা-সম্পাদিত অসমীয়া ৰামায়ণত থকা অংশতকৈ পদৰ সংখ্যা বেছি, নকল কৰাৰ বয়সো আঢ়ৈশৰ ওপৰ। পুথিখনৰ এটি পৰিচয় দি 'অসমবাণী'ত এখন চিঠি লিখিলোঁ, অৱশ্যেই স্কুলীয়া ছাত্ৰ সেইকথা উহ্য ৰাখি। চিঠিখন কাকতত প্ৰায় লগে লগে ওলাল, আৰু চিঠিখন ওলোৱাৰ দুদিন কি তিনিদিনৰ পিছতে আহিল 'শ্ৰীবেণুধৰ শৰ্মা'-স্বাক্ষৰিত এটি পোষ্টকাৰ্ড—পুথিখনৰ সবিশেষ জানিবলৈ বিচাৰি লিখা চিঠি। তেখেতৰ প্ৰধান জিজ্ঞাসা আছিল—পুথিখনত কেনেবাকৈ মাধৱ কন্দলিৰ নাম আছে নে কি। সেয়ে বেণুধৰ শৰ্মা নামৰ কাৰণে তেতিয়াই কিংবদন্তীৰ সাহিত্যিক যেন মানুহ গৰাকীৰ লগত মোৰ প্ৰথম যোগাযোগ। সাধাৰণভাৱেও, এজন সাহিত্যিকৰ লগত হোৱা যোগাযোগ সেয়ে প্ৰথম। গতিকে স্বাভাৱিকতে বেণুধৰ শৰ্মাদেৱৰ সেই পোষ্টকাৰ্ডটি মোৰ বাবে এটি মূল্যবান সোণঁৰুৰী-সম্পদ।

সেইসময়ৰ আৰু দুটা কথাই 'বেণুধৰ শৰ্মা'ৰ ছবিটো মোৰ মনত উজ্জ্বলকৈ ছাব মাৰি দিলে : প্ৰথমটো হ'ল—সম্ভৱতঃ মোৰ এই প্ৰথম যোগাযোগৰ পিছতেই তেখেত অসম সাহিত্য সভাৰ ধুবুৰীত বহা ৰূপালী জয়ন্তী অধিবেশনৰ সভাপতি হৈছে; দ্বিতীয়টো হ'ল—সেইসময়ত ন-কৈ ওলোৱা 'চিত্ৰবন'ত বেণুধৰ শৰ্মাক লৈ লিখা এটি ছনেট ওলাইছিল। ছনেটত বৰ্ণিত বেণুধৰ শৰ্মাৰ ছবিখনত সাঁচিপাত পঢ়ি বহি থকা থাউকিয়াল চেহেৰাৰ, কথাই-বতৰাই ৰসাল মানুহ এজনক দেখা পোৱা যেন লাগিছিল, আৰু 'অসম-বাণী'ৰ 'ব্যক্তি-পৰিচিতি' শিতানত প্ৰকাশ পোৱা ছবিখনৰ সাদৃশ্য বহু পৰিমাণে ফুটি উঠা যেন লাগিছিল। মানুহজনক দেখা পোৱা নাছিলোঁ। তাৰ উপৰি শ্ৰদ্ধেয় সাহিত্যিকজনৰ ওচৰলৈ গৈ পৰিচিত হোৱাটো মোৰ বাবে বলে নোৱৰা শিল বজাবলৈ লোৱা

গধুৰ কাম যেন আছিল। সেইবাবে দূৰে দূৰে থাকি লক্ষ্য কৰিবলৈকে ভাল পাইছিলোঁ। বেণুধৰ শৰ্মাকে ধৰি আমাৰ প্ৰবীণ দিগ্‌গজ লেখকসকলক প্ৰথম একেলগে দেখা পাওঁ পলাশবাৰী (মিৰ্জা)ত বহা অসম সাহিত্য সভাৰ অধিৱেশনত। তাৰ পিছত সাহিত্য সভাৰ প্ৰতিখন অধিৱেশনতে দূৰৈৰপৰা এইসকলক চাই শ্ৰদ্ধা অনুভৱ কৰি আহিছোঁ।

১৯৭৫ চনত যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনত প্ৰথমবাৰৰ বাবে নিচেই ওচৰত লগ পাওঁ বেণুধৰ শৰ্মা নামৰ বুৰঞ্জীৰ আকৰস্বৰূপ 'ব্যক্তিত্ব'ক। স্বৰ্গীয় হৰিপ্ৰসাদ নেওগে পৰিচয় কৰাই দিলে,—"এওঁ নগেন শইকীয়া"। বেণুধৰ শৰ্মাই চকু দুটা ঘোপাকৈ চাই লৈ প্ৰথমে সুধিলে, "ঘৰ ক'ত?" মই 'গোলাঘাটৰ হাতীয়েখোৱা' বুলি ক'বলৈহে পালোঁ, তেখেতে চিৰাচৰিত হাঁহিটো মাৰি ক'লে,—"পালোঁ—তুমিয়েই মাধৱদেৱৰ ৰামায়ণ এখনৰ বিষয়ে চিঠি এখন লিখা নাছিলা নে?" মই "হয়" বুলি কোৱাৰ পিছতে কোঢ়ামুঠীয়াকৈ ধৰি সুধিলে,—"পিছে তোমাৰ নামটোৰ অংগক্ষত কিয় কৰিলা? আমাৰ সৰ্গদেউসকলৰ......" এইবুলি অংগক্ষতৰ কাহিনীৰ বৰ্ণনা আৰম্ভ কৰিলে। বিৱৰণ শেষ কৰি হৰিপ্ৰসাদ নেওগৰ ফালে চাই ক'লে,—"হেৰা হৰিপ্ৰসাদ, তুমিও 'প্ৰসাদ'টো সোলোকাই 'হৰি' হোৱাঁ; তেও বুলি তোমাৰ নামৰ অৰ্থ এটা থাকিব। কিন্তু এই নগেন, নৰেন, হৰেনহঁতৰ অৰ্থ কি হে?" এই বুলি আকৌ হাঁহি। লগতে কোঠাত থকা বাকীসকলেও উজান দিছে। মোৰ অৱস্থা কাহিল। তথাপি, মানুহজনক যে আত্মীয়ভাৱে কথা ক'ব পাৰি, এনে এটি ভাৱে মোৰ মনত ঠাই লোৱা বাবেই হ'বলা, মৰণত শৰণ লৈ ক'লোঁ, "ছাৰ, পাতঞ্জলিৰ মহাভাষ্যত কিন্তু নামৈক দেশঃ গ্ৰহণীয়ঃ বুলিছে।" হাঁহি সামৰি সুধিলে, "কি ক'লা? আকৌ কোৱাঁচোন।" মই উত্তৰ দিয়াৰ লগে লগে ঢেক-ঢেককৈ হাঁহি ক'লে,—এওঁ সাতঘাটৰ সৈয়া, বুইছা হৰিপ্ৰসাদ, এওঁ শিয়ানৰ শিৰোমণি।" মোৰ মনত বিকন জড়তা আছিল, নিমিষতে দূৰ হ'ল; ময়ো লগতে হাঁহিবলৈ ধৰিলোঁ।

এনেকুৱা আৰু দুটামান সৰুসৰু মুহূৰ্তৰ কথা মনলৈ আহিছে। ১৯৭৬ চনৰ কথা। মই অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক। বেণুধৰ শৰ্মা সভাৰ কেন্দ্ৰীয় কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনত সিদিনাও বহি আছে। মোক এবাৰ সুধিলে,—"হেৰা নগেন, তুমি ক'ত থাকা ইয়াত?" প্ৰশ্নটো শুনিয়েই মোৰ

চিকিৎকৈ গ'ল, কাৰণ, মই থাকোঁ সৰ্বাইবন্ধাত ; কিন্তু 'সৰ্বাইবন্ধা' বুলি কোৱাৰ লগে লগেইতো প্ৰশ্ন কৰিব পাৰে—'কোৱাঁচোন সৰ্বাইবন্ধা নামটো কেনেকৈ হ'ল !' মইতো তেতিয়ালৈকে জানি লোৱা নাই ! গতিকে মুৰ খজুৱাই উত্তৰ দিলোঁ,—"ছাৰ, মই যি টুকুৰা ঠাইত আছোঁ, আপোনাক লগ পালেই সেই ঠাই টুকুৰাৰ নামটোনো কেনেকৈ হ'ল জানি ল'ম বুলি ভাবি আছিলোঁ।" মোৰ উত্তৰ শুনাৰ পিছত বেণুধৰ শৰ্মাৰ প্ৰাণখোলা হাঁহি আৰু মোক পাৰেমানে মৰমৰ গালি।

ঠিক তেনেকুৱা এটা পৰিবেশৰে আৰু এটা মুহূৰ্তৰ ছবি মনত সাঁচি থোৱা আছে। সেইদিনা 'ৱ' আখৰটো হেমচন্দ্ৰ বৰুৱাই কেনেকৈ যুঁজ-বাগৰ কৰি ব্যৱহাৰ কৰোৱালে সেই বিষয়ে কৈ আছিল। মই মাজতে অংশ লৈ 'ৱ' আখৰটোৰ কথা কওঁতে 'উৱা-ব' বুলি ক'বলৈহে পালোঁ, হাতৰ লাখুটিডাল দাঙি গৰ্জি উঠি ক'লে,—"কোৱাচোন, আকৌ কোৱাঁ কি কৈছিলা?" মই লগে লগে মোৰ ভুলটোতো ধৰা পেলাইছোঁৱেই ! কিন্তু কি উত্তৰ দিওঁ? সেইদিনাও মুৰ খজুৱাই কলোঁ, "নহয় ছাৰ, কথাটো হ'ল—প-বৰ্গত এটা 'ব' পাই অহাৰ পিছত আকৌ 'ল'ৰ পিছত 'ব'ৰ আকৃতিৰ আখৰ এটা দেখি ওলাই আহিছে—উৱা, আৰু এটা 'ব' ··· ।" মোৰ উত্তৰ শেষ হ'বলৈ পালে কি নাপালে, বেণুধৰ শৰ্মাৰ খঙৰ গাজনি হাঁহিৰ গাজনিলৈ সলনি হ'ল আৰু মোক 'মহা ধুৰন্ধৰ', শিয়ানৰ 'শিৰোমণি' ইত্যাদিৰে গালি পাৰিবলৈ ধৰিলে। মই পলাই পত্ৰং দিলোঁ।

এই মুহূৰ্তবোৰে এই প্ৰবীন মানুহজনৰ কাষলৈ টানি নিছিল, আৰু মানুহ-জনৰ ব্যক্তিত্বৰ আটাইতকৈ আকৰ্ষণীয় দিশটি উন্মোচন কৰি দিছিল। অসমৰ অতীত আৰু বৰ্তমানৰ মানচিত্ৰখনৰ এনে এটা অংশ নাই, যিটো অংশৰ বুৰঞ্জী তেখেতে নাজানিছিল। কেৱল সেয়ে নহয়, প্ৰত্যেক ঠাইৰ পুৰণি পৰিয়ালবোৰৰ ঠাল-ঠেঙুলিলৈকে সকলোবোৰৰ পৰিচয় নখ-দৰ্পণত। এনে এটা 'অসমীয়া' বস্তু নাছিল, যিটোৰ বিষয়ে বেণুধৰ শৰ্মাই জনা নাছিল। বেণুধৰ শৰ্মা যেন স্বদ্ধপাৰ্থতে আছিল অসমৰ জীৱন্ত বিশ্বকোষ। কাষ চাপিলেই তেখেতৰ ব্যক্তিত্বৰ স্পৰ্শই কাষলৈ যোৱাজনক প্ৰভাৱিত হ'বলৈ যেন বাধ্য কৰাইছিল। কথা কওঁতে ক'ৰবাত অকমান পিচল খালেই ততালিকে ধৰিছিল। বিজতৰীয়া ভাষাৰ ব্যৱহাৰ তেখেতৰ ওচৰত আছিল নিষিদ্ধ। এবাৰ তেখেতলৈ সাহিত্য সভাৰপৰা মোৰ

চহীৰে পঠোৱা এখন চিঠিৰ 'বিয়োগ'ত "প্ৰতি : শ্ৰীযুত বেণুধৰ শৰ্মা" বুলি লিখাৰ বাবে, কেইদিনমানৰ পিছত তেখেতৰ সুৰাগপুৰৰ ঘৰতে মোক পাই আৰম্ভ কৰিলে, "অ' 'প্ৰতি' আহিলা ?" তাৰপৰা আৰম্ভ কৰিলে, "মোৰ নামৰ আগত প্ৰতি নিলিখিবা। কিহৰ 'প্ৰতি' হে, কিহৰ প্ৰতি ?" মই হাঁহি হাঁহি ক'লোঁ,—"শব্দটো উপ-প্ৰতি সমাহৰ্তাৰপৰাহে ছিটিকি পৰিলহি হ'ব পায়।" তেওঁ এইবাৰ হাঁহিবলৈ ধৰিলে আৰু ক'লে,—"এৰা, এতিয়াহে গতত পৰিছে—ছিটিকি পৰিলহি, ছিটিকি নৰহিলহি তেও !" আকৌ হাঁহি। হাঁহি সামৰি ক'লে,—"কুঁহিপাঠ নে কি পাঠত পাৰ চৰাই এটাক ওখ গছত বহুৱাই থোৱা দেখিছা নে নাই ? আটাইবোৰ লগ লাগি অসমীয়া ভাষাটো চাঙীত তুলিলাইক।"

১৯৭৯ চনত ডুলিয়াজানত তেখেতক সম্বৰ্ধনা জনাবলৈ ডুলীয়াজান সাহিত্য সভাই নিমন্ত্ৰণ কৰি নিছিল। তাতে কোনোবা এজনে 'আহোম স্বৰ্গদেৱ' বুলি কিবা কথাৰ প্ৰসংগত কওঁতে বেণুধৰ শৰ্মাই মুখতে ধৰি ক'লে,—"হেৰা' কিহৰ আহোম স্বৰ্গদেৱ ? সৰ্গদেউ মানেই আহোমৰজা, আকৌ আহোম স্বৰ্গদেৱ কিহৰ ?" এবাৰ তেখেতলৈ লিখা এখন চিঠিত 'তেওঁবিলাক' শব্দটো ব্যৱহাৰ কৰা পাই উত্তৰত লিখিলে, "তোমাৰ চিঠিত তেওঁবিলাক শব্দটো পাই বৰ সোৱাদ লাগিল বুইছা ? আজিকালি এটাইবোৰ 'তেওঁলোক' হ'ল, 'তেওঁবিলাক' মুগা আনিবলৈ গ'ল।"

বুৰঞ্জীবিদ্ আৰু বুৰঞ্জী-লেখক অনেক আছে ; কিন্তু, বুৰঞ্জীক উপন্যাসৰ দৰে জীৱন্ত আৰু মনোৰমকৈ পাঠক বা শ্ৰোতাৰ সন্মুখত দাঙি ধৰিব পৰা বুৰঞ্জীকাৰ অতিশয় বিৰল ; তেনেবিধৰ সকলৰে এজন আছিল বেণুধৰ শৰ্মা। সেইবাবে তেওঁক বুৰঞ্জীবিদ বুলি ক'লেই যেন আচল চিনাকিটো দিয়া নহয়, এনে লাগে, বৰং 'বুৰঞ্জীৰ খনিকৰ' বুলিলে কিছু ওচৰ চপা যেন লাগিবও পাৰে। অসম বুৰঞ্জীৰ প্ৰতিটো পৃষ্ঠাৰ লগত আছিল তেখেতৰ অন্তৰংগ পৰিচয়। বিশেষকৈ মানৰ আক্ৰমণৰ পিছৰপৰা গোটেই উনবিংশ শতিকাটোৰ প্ৰত্যেকটো ঘটনা, প্ৰত্যেকটো চৰিত্ৰ আছিল বেণুধৰ শৰ্মাৰ নখদৰ্পণত। বেণুধৰ শৰ্মা নথকা হ'লে মণিৰাম দেৱানেও আজি ইমান গুৰুত্ব নাপালেহেঁতেন। মণিৰাম দেৱানৰ লগত ঠায়ে ঠায়ে যেন বেণুধৰ শৰ্মা অভিন্নাত্মা হৈ উঠিছে। মণিৰাম দেৱানক কোনোবাই লঘু কৰিব খুজিলে, তেওঁ সহিব নোৱাৰিছিল। শ্ৰীযুত গোলোকেশ্বৰ বৰুৱাৰ 'হৰনাথ পৰ্বতীয়া বৰুৱা আৰু চিপাহি বিদ্ৰোহ'ত মণিৰামক লঘু কৰি হৰনাথক

ডাঙৰ কৰিব খোজাৰ প্ৰৱণতা এটি আছে। পুথিখন 'অসম সাহিত্য সভা পত্ৰিকা'ত সমালোচনা কৰোঁতে মই বিমানচুৰ সম্ভৱ হয়, নিৰপেক্ষ ভাবে বিচাৰ কৰিবলৈ যত্ন কৰিছিলোঁ। সেই সমালোচনাটো পঢ়ি বেণুধৰ শৰ্মাদেৱে বৰ ভাল পালে, আৰু লগে লগে চিঠি এখনেৰে তেখেতৰ শুভাশিস জনালে। লগতে মণিৰাম দেৱানৰ তৃতীয় সংস্কৰণত মোৰ সেই প্ৰবন্ধটো পৰিশিষ্টস্বৰূপে ছপা কৰিব খুঁজিলে। মই তেখেতক উত্তৰ দিলোঁ যে আমাক তেখেতসকলে যি কোন বিষয়ে অনুৰোধ কৰিব নালাগে, আদেশ দিব লাগে; তদুপৰি তেখেতে মোৰ লেখাটো ব্যৱহাৰ কৰাটোৱেই মোৰ বাবে ডাঙৰ গৌৰৱৰ বিষয়, তাত মোৰ সম্মতি নথকাৰ প্ৰশ্নই নুঠে।

এবাৰ কথা-প্ৰসংগত এগৰাকী লোকক ক'লোঁ যে "আমাৰ এমিল লাড্‌ৱিগ বা লিটন ষ্ট্ৰেচি নাই সঁচা, কিন্তু বেণুধৰ শৰ্মাতো আছে!" সিগৰাকী লোকে ক'লে,—লাড্‌ৱিগ আৰু লিটন ষ্ট্ৰেচিৰ লগত তুলনা কৰে নে?" মই ক'লোঁ, "হয়। কাৰণ, 'অৰ্ঘ্যাৱলী'ৰ প্ৰবন্ধলানি আৰু 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ'ৰ মাজত লাড্‌ৱিগ বা ষ্ট্ৰেচিৰ 'নিয়'-বায়গ্ৰাফি'ৰ বৈশিষ্ট্য নোহোৱা নহয়।" তেখেত জীয়াই থাকোঁতে তেখেতকে মুকলিকৈ কৈছিলোঁ যে নৱন্যাসযুগৰ বিষয়ে লিখাৰ দৰে 'অৰুনোদই' যুগৰ বিষয়েও তেখেতে লিখিব লাগে। নহ'লে, তেনেকৈ সৰস আৰু জীৱন্ত কৰি অতীতক দাঙি ধৰিব পৰা ক্ষমতা থকা দ্বিতীয় এজন মানুহ নাই। এবাৰ দেৰগাঁৱৰ এখন সভালৈ যাওঁতে, গড়কাপ্তানি বিভাগৰ জিৰণি ঘৰত বহি থাকোঁতে তেখেতক কৈছিলোঁ যে তেখেতে 'অৰুনোদই' যুগৰ চৰিত্ৰসমূহৰ বিষয়ে লিখিব লাগে আৰু 'অসম বুৰঞ্জী অধ্যয়ন' সম্পৰ্কে এলানি প্ৰবন্ধ লিখিব লাগে। তেখেত সম্মত হৈছিল। কিন্তু, তাৰ পিছতেই সম্ভৱতঃ লাহে লাহে আৰম্ভ হ'ল তেখেতৰ চকুৰ অসুখ। তথাপি তেখেতে কৈছিল,—"আমাৰ বুৰঞ্জীবোৰত একো একোখন মহাকাব্য সোমাই আছে। খুচৰি উলিয়ালেহে দেখিবা। নৈৰ পানী ধুই সোণ নকমালে আপোনা-আপুনি সোণৰ চপৰা ওলাই আহিব নে?"

তেখেতৰপৰা মই কেইবাটিও পুৰণি বস্তু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ বাবে আৰু মোৰ ব্যক্তিগত সংগ্ৰহৰ বাবেও পাইছিলোঁ। সকলোখিনি পুথি-পত্ৰ একোটি মূল্য দিয়েই লৈছিলোঁ; কিন্তু তেখেতে কেইটিমান বস্তু মৰমৰ চিন স্বৰূপে দিছিল, সেইকেইটিহে মোৰ বাবে অধিক মূল্যবান। প্ৰথমবাৰ বস্তুখিনি সংগ্ৰহ কৰাৰ কেইমাহ মানৰ পিছত মোলৈ লিখিলে,—"তোমালৈ

আপুৰুগীয়া বস্তু এটা থৈছোঁ। সোনকালে আহিবা।" কিছুদিনৰ পিছত বাওঁতে তেখেতে বহুবলৈ দিয়েই ভিতৰৰপৰা এশ পৃষ্ঠামানৰ বেটুপাত আৰু কাঁড়পাত নথকা কিতাপ এখন আনি ক'লেহি,—"আৰু যত্নেৰে ৰাখিবা।" এই বুলি কৈ কেইবাবাৰো হাঁহিলে। লুটিয়াই-বগৰাই চাওঁ—সঁচাকৈয়ে আপুৰুগীয়া সম্পদ: ১৮৯৫ চনৰ কলিকতীয়া 'জোনাকী'। মই এনে এটি বস্তু পাই আনন্দিত, বিস্মিত আৰু পুলকিত হ'লোঁ। মই সুধিলোঁ,—"ছাৰ, মানদি কিমান দিম ?" তেখেতে হাঁহি হাঁহিয়েই ক'লে,—"ইয়াৰ মূল্য হ'ল অমূল্য বুইছা, বৰ মহঙা বুলি ক'লেও নোজোৰে। সেই নিমিত্তে, ইয়াৰ মোল বুজি ৰখাটোৱেই ইয়াৰ মানদি।" কেইদিনমানৰ পিছত তেখেতৰ এটি ডাকপখিলী পালোঁ। লিখিছে,—"জোনাকীৰ বাকী ভাগবোৰ তেজপুৰত বিচাৰিলে পাব পাৰা। দণ্ডিনাথ কলিতাৰ ঘৰত খা-খবৰ কৰিবা।"

ইতিমধ্যে, তেখেতে এনেভাৱে পুৰণি বস্তু মূল্য লৈ বা নলৈ দিয়াৰ কথা জানি তেখেতৰ জ্যেষ্ঠ পুত্ৰ অধ্যাপক শ্ৰীযুত অজিতকুমাৰ শৰ্মা, এম. পি. দেৱে থকাথিনি ৰক্ষণাবেক্ষণৰ ব্যৱস্থা কৰিলে; সেই কাম কৰি তেখেতে যে ভাল কৰিলে, সন্দেহ নাই; কিন্তু, এই তদাৰকী বেণুধৰ শৰ্মা ডাঙৰীয়াই মনে-চিত্তে ভালপোৱা নাছিল হ'ব পায়। যোলৈ পদ্মনাথ গোহাঁঞিবৰুৱাৰ 'আসাম বন্তি'ৰ এটা সংখ্যা এবাৰ ডাকত পঠাই দি লিখিছিল: "বন্তিৰ ১৯১১ চনৰ কপি এটা পাই পঠালোঁ। তেতিয়াও পদ্মনাথ বৰুৱাহে হৈ আছে, গোহাঁঞিবৰুৱা হোৱা নাই।" তোমাক দিব পৰা বস্তু আৰু নাই। অসমৰ পুৰণি বস্তু খুঁচৰি গোটাই থুৱা বেণুধৰ শৰ্মাৰ ব্যক্তিত্বৰ সান্নিধ্যলৈ আহিলেই আমাৰ জাতীয় জীৱনৰ অতীতৰ লগত মুখা-মুখি হোৱা যেন লাগে। উনবিংশ শতিকাৰ শেহৰ ফালে অসমত জাতীয় জাগৰণৰ যি ঢৌ উঠিছিল, বেণুধৰ শৰ্মা যেন আছিল সেই ঢৌৰে স্পৰ্শ আৰু সঞ্জীৱিত কৰি থৈ যোৱা শেহৰজন পুৰুষ।

তেখেতে দিল্লীত জ্যেষ্ঠপুত্ৰৰ লগত থকা সময় ছোৱাতো মাজে-সময়ে দিয়া চিঠিত চকুৰ বাবে কাম কৰিব নোৱাৰাৰ আক্ষেপ ফুটি উঠিছিল। তথাপি, তাৰ মাজতো তেখেতৰ গভীৰ স্নেহৰ স্পৰ্শ অনুভৱ কৰিছিলোঁ। তেখেতৰ সংস্পৰ্শৰ আৰু দুটি সৰু প্ৰসংগ উল্লেখ কৰিবলৈ মন গৈছে। এবাৰ দিল্লীত থাকোঁতেই, ১৯৭৮ চনত, তেখেতে চকুৰ অসুখৰ বাবে কাম কৰিব নোৱাৰাৰ কথা, তেখেতৰ পুথি-পত্ৰবোৰ সিঁচৰতি হৈ থকা—ইত্যাদি কথাৰে এখন চিঠি লিখিলে। কিবা

কাৰণত মই উত্তৰ দিয়া পলম হ'ল। পতিকে, পোন্ধৰ দিন মানৰ পিছত এটি ডাকপখিলী : "তোমালৈ দীঘলীয়া চিঠি এখন দিছিলোঁ। নাপালা নেকি?" চিঠিখন পিয়ানেই। চিঠি এখন পালেই তেখেতে উত্তৰ দিছিল আৰু আনেও লগে লগে সঁহাৰি জনোৱাটো বিচাৰিছিল। দেখাত সৰু, কিন্তু খৰ দৰ্কাৰী এই দিশটোৰ প্ৰতি তেখেতৰ সেই কাৰ্ডটিয়ে চকু মোকোলাই থৈ গ'ল। ১৯৭৩ চনমানতে বোধকৰোঁ, এবাৰ তেখেত গোলাঘাটৰ আমাৰ গাঁৱৰ ওচৰতে হোৱা শ্ৰীশংকৰদেৱৰ জন্মোৎসৱ সভা এখনলৈ গৈছিল। সভাতে লগ পালে আমাৰ দেউতাক। পৰিচয় হ'ল; কথা-বতৰা হ'ল আৰু সভাৰ পিছত সকলো দিহা-দিহি গ'ল। কিছুদিনৰ পিছত তেখেতে দেউতালৈ চিঠি এখন লিখাৰ প্ৰয়োজন অনুভৱ কৰিলে; কিন্তু, দেউতাৰতো নামটো সোধা নহ'ল! 'নগেনৰ দেউতাক' বুলিহে পৰিচয় হ'ল। তথাপি তেখেতে চিঠি নিলিখিব নে? লিখিলে। নামৰ ঠাইত লিখিলে—To Father of Nagen Saikia. চিঠিখনি দেউতাৰ পৰা আনি লগত ৰাখি থৈছোঁ।

গুৱিডাল চাৰিওত ৰাখি গোটেই অসমখনক 'হেন্দালি' স্বৰূপে লৈ বগাই ফুৰা বেণুধৰ শৰ্মা—জোনাকী যুগৰ সাৰথিসকলৰ দৃষ্টি আৰু দৰ্শনৰ উত্তৰাধিকাৰী আছিল। এই গৰাকী ব্যক্তিৰ ব্যক্তিত্বৰ স্পৰ্শ লাভ কৰি সদায় অনুভৱ কৰি আহিছোঁ এটি নীৰৱ অহংকাৰ। তেখেতৰ গৌৰৱণিয়ে মোৰ আৰু বাকী সকলৰো সেই 'অহংকাৰ' সতেজ কৰি ৰাখক॥

# গতিচেতনাৰ প্ৰতীক বেণুধৰ শৰ্মা

ড° লক্ষ্মীনন্দন বৰা

প্ৰায় পঁচিশ বছৰৰ আগৰ কথা। তেতিয়া মোৰ সাহিত্যৰ লগত পৰিচয় কম আৰু নিজেও তেনেকৈ সাহিত্যত লগা নাছিলোঁ। গুৱাহাটীৰ কচাৰী ঘৰলৈ গৈছিলোঁ এজন বন্ধুৰ লগত। তেওঁৰ এখন বিল পাছ হ'বলগীয়া অৱস্থাত আছিল। এবাৰ খটখটিয়েদি ওপৰলৈ উঠোতে এগৰাকী মানুহ সেই খটখটিয়েদি নমা দেখিলোঁ। তেখেতে আগতেই মাতিলে, "এতিয়া সময় নৌ হয় এখোন।" অৰ্থাৎ বিল পাছ হোৱা নাই। আমি নামি আহিলোঁ।

মোৰ কৌতূহল হ'ল। মানুহজনৰ কথা আৰু আচৰণত এটা আপোন আপোন ভাব আছিল। বুঢ়া হৈছে বুলি কোৱা টান। কিন্তু আদহীয়া বয়সতকৈ বেছি যেন লাগে। স্বাস্থ্যবান! মূৰত যথেষ্ট চুলি। কিন্তু দীঘল নহয়। চুলিবোৰ আধা পকা। দেহটো আটিল। মুখখন অকণো পোটোকা-পৰা বিধৰ নহয়। এজন 'সম্ভ্ৰান্ত পৰিশ্ৰমী ভদ্ৰলোকৰ চেহেৰা। কথাৰ কৰ্তৃত্বৰ সুৰে সহজে কৌতূহলৰ উদ্ৰেক কৰে।

মই সুধিলোঁ, "আপোনাৰো বিল আছে?"

তেখেতে ক'লে, "এৰা।"

মোৰ ভাব হ'ল—এখেত কিজানি পেঞ্চন পোৱা, বিদ্যালয়ৰ উপ-পৰিদৰ্শক। এনেকৈ ভবাৰ একো কাৰণ নাছিল। আৰু এটা কৌতূহলপূৰ্ণ প্ৰশ্নৰ উত্তৰত তেখেতে ক'লে, "আৰুনো কি? সাহিত্যিক পেঞ্চনৰ বিল।"

তেতিয়াহে মুখখনলৈ ভালকৈ চালোঁ। এৰা, একোচা চুলিয়ে কপালৰ কিছু অংশ অধিকাৰ কৰি আছে। ঠিক মনত পৰিল। 'বৰদৈচিলা'ত প্ৰকাশিত ফটোখনৰ লগত হুবহু মিল। একমাত্ৰ গাৰ ৰংটোৰ বাহিৰে।

তেখেত বেণুধৰ শৰ্মা।

মোৰ পৰিচয় দিলোঁ। হাতীচুঙৰ ল'ৰা বুলি কোৱাত তেখেতৰ জ্ঞান দেখি বিস্মিত হ'লোঁ। মোৰ গাঁৱৰ ইতিহাস ক'লে। সেইকালৰ দুগৰাকীমান লোকৰ কথাও ক'লে।

তেখেতৰ হাতত এটা টোপোলা। কাকতৰ টোপোলা। তেখেতে ক'লে, "সময় আছে। এতিয়া গছৰ তলত বহি এটা কাম কৰোঁ।, তুমিও শুনি থাকিবা।"

এজোপা গছৰ তলত টোপোলাটো খুলিলে। ক'লে, "আজিৰ ডাকত আহিছে। ফাইনেল প্ৰুফ।"

তেখেতৰ বৰ আনন্দ। কাৰণ, ছপা বৰ ভাল হৈছে। কিতাপখন হ'ল, 'বঙ্গবুৰঞ্জী নৌযাত্ৰাৰ আপদীয়া কাহিনী।' মোক ওচৰত বহুৱাই তেখেতে পঢ়ি গ'ল।

এয়ে মোৰ প্ৰখ্যাত বুৰঞ্জী-লেখক বেণুধৰ শৰ্মাৰ লগত প্ৰথম চাক্ষুষ পৰিচয়। বুৰঞ্জীৰ গবেষণা ক্ষেত্ৰত নতুন সজীৱতাৰ চিনাকি দিয়া, অসমৰ বুৰঞ্জী-সাহিত্যৰ ন গঢ় দিয়া আৰু এক অননুকৰণীয় গদ্যৰীতিৰে অসমীয়া ভাষাৰ প্ৰকাশিকা শক্তিক অধিক শক্তিশালী কৰা এই স্বনামধন্য লোক গৰাকীৰ কথা ওলালেই মোৰ এই প্ৰথম পৰিচয়-পৰ্বৰ কথা ফটফটীয়াকৈ মনত পৰে।

বেণুধৰ শৰ্মাৰ গদ্যৰ মোহ-জালত মই সদায় আবদ্ধ। তেখেতৰ প্ৰবন্ধ এটাৰ বিষয়বস্তু যদি মোৰ অনুৰাগৰ বাহিৰতো, তেতিয়াও খৰচি মাৰি পঢ়োঁ। গদ্যত যাদু পৰশ থকা কাৰণেই। এই শৈলীয়ে মোক অহৰহ সাহিত্য ৰচনাৰ প্ৰেৰণা দি আছে।

তদুপৰি এই মহৎ ব্যক্তিজনৰ ব্যক্তিগত প্ৰেৰণায়ো মোৰ সাহিত্যিক জীৱনৰ প্ৰাথমিক অৱস্থাত বৰ সহায় কৰিছিল। মই পহিলা গল্প লেখোঁ—শিক্ষা-জীৱন শেষ হও হওঁ অৱস্থাতহে। অৰ্থাৎ বিজ্ঞানৰ স্নাতকোত্তৰ পৰীক্ষা দিয়াৰ দুমাহৰ আগৰপৰাহে। দুটা গল্প ওলায়। ভাবিছিলোঁ এয়ে শেষ। কিজানি আৰু আখ্যান মোৰ মগজলৈ নাহে। এই দুটা গল্প ভুমিয়েই লেখিছিলা নে বুলি কোনো বন্ধু-বান্ধৱে সুধিলে সমিধান নিদিয়াকৈ থাকিবলৈ চেষ্টা কৰোঁ। কিন্তু বেণুধৰ শৰ্মাক সমিধান নিদিয়াকৈ থাকিব নোৱাৰিলোঁ। তেখেতে মোক খুব উৎসাহ দিলে। সেই দুটা গল্পৰ (ভাওনা আৰু সম্পত্তিৰ বাপেক) ভাষা তেখেতৰ বৰ পছন্দ হ'ল। ক'লে, "কলেজত থাকিবা নে ক'ৰবালৈ উধাও হ'বা?" মই উত্তৰ নিদিয়াকৈয়ে তেখেতে ক'লে, "এইবোৰ কামেই ভাল। আন কাম কৰিলে তুমি বাইজৰ মাজৰপৰা হেৰাই যাবা।"

এইখিনি কথা কৈছিল, ধুবুৰীত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত সভাপতি হিচাপে তেখেতক লগ পাওঁতে।

মানুহজনক লগ পালে এটা কথাই মনলৈ আহে। কথাটো হ'ল—লেখকৰ দেশৰ প্ৰতি আৰু সমাজৰ প্ৰতি এক মহান দায়িত্ব আছে। মানুহৰ উত্তৰোত্তৰ প্ৰগতিৰ প্ৰচেষ্টাই এজন মানুহক কেনে এটা স্পন্দনশীল ব্যক্তিত্ব দিয়ে, তাৰ এটি উৎকৃষ্ট নিদৰ্শন হ'ল—বেণুধৰ শৰ্মা।

তেখেতক দেখিলে আৰু সদায় কিবা এটা সাহিত্যিক পৰিকল্পনাত ব্যস্ত থকা দেখা পালে মোৰ প্ৰায়ে পুৰাণৰ এটা আখ্যান মনত পৰে। অভিশাপ মতে ৰোহিতাশ্বৰ ১৮ বছৰত মৰণ হ'ব লাগে। তাকে খণ্ডন কৰিবলৈ তেওঁ তপস্যা কৰিলত ভগবান হাজিৰ হৈ কি বৰ লাগে সুধিলে। ৰোহিতাশ্বই ক'লে, "মোৰ ঈশ্বৰ-সাধনা কৰিবলৈ একান্ত হাবিয়াস। কিন্তু মোৰ আয়ুস প্ৰায় নায়েই। মোৰ অভিশাপ খণ্ডন কৰি মোক দীৰ্ঘজীৱী কৰক।" তেতিয়া ভগবানে ক'লে, "তুমি সদায় ১৮ বছৰীয়া হৈয়ে থাকা।"

এজন মানুহৰ বয়স বাঢ়িবই। একেটা বয়সত থাকিব নোৱাৰে। ইয়াৰ প্ৰতীকী অৰ্থ এয়ে যে বয়স বাঢ়িলেও আমাৰ কৰ্ম-প্ৰেৰণা, কৌতূহল আৰু প্ৰাণ-প্ৰাচুৰ্য এজন ওঠৰ-বছৰীয়া ল'ৰাৰ নিচিনাই হোৱা প্ৰয়োজন। তেহে জীৱন উপভোগ্য হয়।

এইখিনি গুণ মই বেণুধৰ শৰ্মাত দেখা পাওঁ। পিতৃপ্ৰতিম বেণুধৰ শৰ্মাৰ চিন্তা-ভাবনা, কৰ্ম-প্ৰেৰণা আৰু গতি-সচেতনতাত মই অফুৰন্ত যৌৱনক বিচাৰি পাওঁ। এই অদ্বিতীয় বৈশিষ্ট্যপূৰ্ণ লোক গৰাকীক এই গুণ কেইটাই দেহাৱসানৰ আগলৈকে এৰা দিয়া নাছিল। অসুস্থ হৈ চিকিৎসাৰ বাবে পুত্ৰ অধ্যাপক অজিতকুমাৰ শৰ্মাৰ দিল্লীৰ বাসভৱনত থকা সময়ত মোলৈ খিলঞ্জীয়া ধানৰ জাত কেইটামানৰ নাম বিচাৰি এখন চিঠি লিখিছিল। বোধকৰোঁ এই সম্পৰ্কে কিবা প্ৰবন্ধ লিখাৰ কথা ভাবিছিল।

আকৌ বিশ বছৰৰ আগৰ কথা মনত পৰিছে। নগাঁৱৰ কলঙৰ বালিত অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন। তেখেত আহিছিল। সভাৰ অন্তত গুৱাহাটীলৈ তেখেতৰ লগত মই বাছত গৈছিলোঁ। লৰাৰ ক্লাছত সাহিত্য সভালৈ গ'লে ভালকৈ শোৱা নহয়। গাটো দুৰ্বল দুৰ্বল লাগে। মোৰ নিজৰ গাটো লোকৰ গা যেনহে লাগিছিল। পিছে বেণুধৰ শৰ্মাদেৱৰ কথা সুকীয়া। গাত আৰু কথা-বতৰাত অবসন্ন হোৱাৰ লক্ষণ দেখা নগ'ল। গোটেই বাটটো একে উৎসাহেৰে কথা কৈ গ'ল। তাকো সাধাৰণ কথা নহয়; অসম যুবজীৱ

মোহনীয় কথা হে। তাকো মোহনীয় ভাষাত। পৃথিবীক নতুন নতুন দেখা প্ৰচুৰ প্ৰাণশক্তি থকা লোকেহে এনে অফুৰন্ত প্ৰাণশক্তিৰ চিনাকি দিব পাৰে।

তেখেতৰ স্মৃতি-শক্তি দেখি মই আচৰিত মানিছিলোঁ। মৃত্যুৰ প্ৰায় ডেৰ মাহমানৰ আগতে তেখেতক দেখা কৰিবলৈ গৈছিলোঁ। এনে নিশকতীয়া অৱস্থাত কাহানিও দেখা নোপোৱাৰ কাৰণে মোৰ মনটো জামৰি গৈছিল। মানুহজনৰ ডাঢ়ি-চুলি তেনেই বগা হৈছিল। মাতটো দুৰ্বল। আগৰদৰে নহয়। এবা, বয়সে কাকো ক্ষমা নকৰে। মৃত্যু সুনিশ্চিত বুলি জানিছিলোঁ। লেৱেহে মোৰ চকু লেবেকিছিল। মোক দেখিয়েই কৈছিল, "জিভাবে একো জুতি নাপাওঁ। আৰু থাকি লাভ নাই।" তাৰ পাছত তেখেতৰ স্মৃতি শক্তি দেখি আচৰিত হ'লোঁ। মোৰ শাহু-শহুৰকে ধৰি সকলোৰে খবৰ ল'লে। ৰোৰহাটৰ ভালেমানৰ কথা ক'লে। আৰু ক'লে, "লিখি যোৱাঁ; সদায় লিখি যোৱাঁ। এয়ে তোমাৰ ধৰ্ম হোৱা উচিত। ৰাজনীতি তোমাৰ কাৰণে নহয়।" তেখেতৰ মুখলৈ চাই মই এটা কথাই ভাবিলোঁ: মণিৰাম, পিয়লীকে ধৰি অসম বুৰঞ্জীৰ গৌৰৱময় যুগৰ দীপশিখা দাঙি ধৰা বুৰঞ্জীলেখকজনৰ কাৰণে অসমীয়া জাতিটো আৰু অসমীয়া প্ৰাণটো কিমান বুকুৰ কুটুম! এই স্বদেশৰ ভাল পোৱাটোৱেই আছিল তেখেতৰ বুদ্ধিজীৱী জীৱনৰ চালিকা-শক্তি। কিন্তু মৃত্যুৰ দুৱাৰ-ডলিত থিয় হৈ অসমীৰ অস্তিত্ব বিপন্ন হোৱা দেখি তেখেতে চাগৈ কিমান সন্তাপ পাইছে! অন্তৰত এই গভীৰ শোকেহে কিজানি তেখেতৰ মৃত্যুক ওচৰ চপাব।

এটা সেৱা জনাই গুচি আহিলোঁ। মই জানিছিলোঁ যে তেখেতৰ লগত এয়ে মোৰ শেষ দেখা। মনটো খুব গধুৰ গধুৰ লাগিছিল।

# সিংহ পুৰুষ বেণুধৰ শৰ্মা

**শ্ৰীডিম্বেশ্বৰ চলিহা**

১৯৪৩ কি ৪৪ চন। মই তেতিয়া পাতচলা (পাঠশালা=প্ৰাথমিক) স্কুলতে পঢ়ি আছোঁ। সেই সময়তে মোৰ প্ৰথম ভেঁটাভেঁটি হয় অসমৰ এগৰাকী সিংহপুৰুষ বেণুধৰ শৰ্মাৰ লগত। সেইবাৰ মই মোৰ চাবিঙত থকা মোমাইদেউ নীলমণি ফুকনৰ ঘৰত আলহী। এইখিনিতে উল্লেখ কৰা ভাল হব যে সেই সময়ৰ অসমৰ প্ৰখ্যাত হাতী মহলদাৰ ৰাধাকান্ত ফুকন আছিল মোৰ ককা-দেউতা আৰু নীলমণি ফুকন তেখেতৰে পুত্ৰ। বেণু শৰ্মা আছিল ৰাধা ফুকনৰ সোঁহাত। গতিকে শৰ্মাদেৱ সততে ফুকনৰ ঘৰলৈ আহিছিল আৰু সেই সুযোগতে মোৰো তেখেতক প্ৰথম দেখাৰ সৌভাগ্য হৈছিল। পাছে দেখাহে পাইছিলোঁ, ওচৰ চপাৰ সাহস তেতিয়া নহৈছিল। তাৰো এক কাৰণ আছিল। মোমাইদেউৰ ল'ৰা-ছোৱালী কেইটাই মোক আগতেই সাৱধান কৰি দিছিল যে স্কুলীয়া ল'ৰা-ছোৱালী পালেই তেখেতে বিভিন্ন শব্দৰ বানান আৰু অৰ্থ সুধি ব্যতিব্যস্ত কৰে। গতিকে তেখেত ফুকনৰ ঘৰত সোমালেই আমি টলকা মাৰোঁ। পাছলৈ অৱশ্যে সেই ভয় নাইকিয়া হ'ল আৰু চুচুক্-চামাক্‌কৈ দুই-এবাৰ কথাও সুধিবলৈ ললোঁ।

তাৰ পাছৰপৰা তেখেতৰ মৃত্যু পৰ্যন্ত প্ৰায় দুকুৰি বছৰে ছেগা-চোৰোকাকৈ তেখেতক বিভিন্ন ঠাইত বিভিন্ন ধৰণে লগ পাই আহিছোঁ। কেতিয়াবা গৌৰীসাগৰৰ মঙ্গলবৰীয়া বজাৰত, কেতিয়াবা গুৱাহাটীৰ ঘৰত, কেতিয়াবা চাবিঙৰ বিয়া-সবাহত আৰু কেতিয়াবা সাহিত্য সভাৰ মজিয়াত। বিভিন্ন বিষয়ৰ ওপৰত দিয়া তেখেতৰ বক্তৃতা শুনিছোঁ আৰু ঘৰুৱাভাৱে ঘণ্টাকৈ ঘণ্টা তেখেতৰ লগত কথা পাতিছোঁ। কেতিয়াবা দেশৰ কথা, কেতিয়াবা সাহিত্যৰ কথা, কেতিয়াবা চাবিঙৰ কথা আৰু কেতিয়াবা হয়তো আমাৰ সাজ-পাৰ, খোৱা-বোৱা ইত্যাদিৰে কথা। কথাৰ অন্ত নাই, কেৱল খুঁচৰি দিলেই হ'ল। আমাৰ জনাৰ হেঁপাহ আৰু তেখেতৰ কোৱাৰ হেঁপাহ। সাধাৰণতে বয়সস্থ লোকৰ কাষ চাপিবলৈ আমাৰ বহুতেই মন নকৰে, তেহেলৈ তেখেত ষিমানেই

বিদ্বান নহওক। কাৰণ, এটা বয়সৰ পাছত বেছিভাগ মানুহেই একেখিনি কথাকে বাৰে বাৰে কৈ থাকে আৰু কেতিয়াবা তেনেই অমূলক কথা কৈও আমনি কৰে। কিন্তু বেণু শৰ্মা আছিল তাৰ ব্যতিক্ৰম। বিষয় বাছনি আৰু কথা কোৱাৰ কৌশল—দুয়োতে আছিল তেখেত সিদ্ধহস্ত। তেখেতে খেতিয়কক খেতিৰ কথা, চাহ-বাগিছাৰ লোকক চাহৰ কথা, ব্যৱসায়ীক ব্যৱসায়ৰ কথা, স্কুল-কলেজৰ ল'ৰা-ছোৱালীক পঢ়াৰ কথা আৰু সাহিত্যিক দুই এজনকহে সাহিত্যৰ কথা সুধিছিল। নিজে সাহিত্য বা বুৰঞ্জী চৰ্চা কৰিলে বুলিয়েই সকলোকে সাহিত্যৰ কথা কৈ আমনি দিয়াৰ দস্তৰ তেখেতৰ নাছিল।

গুৱাহাটীলৈ কেতিয়াবা ছমাহ কেতিয়াবা বছেৰেক বা দুবছৰৰ মূৰতহে যোৱা হয়। কিন্তু যেতিয়াই যাওঁ, মোৰ কামৰ তালিকাখনৰ প্ৰথমটোৱেই হ'ল তেখেতক লগ ধৰাটো। দ্বিতীয়তে তেখেতৰ ওচৰলৈ গলেই অলপ সৰহ সময় লৈ গৈছিলোঁ। কাৰণ ক'ত কথা আৰম্ভ হৈ ক'ত শেষ হয় আৰু কেনেকৈ সময় পাৰ হৈ যায়—ততেই ধৰিব নোৱাৰিছিলোঁ। অথচ আমনি কেতিয়াও নাপাইছিলোঁ। গনিৎ চাহাবক তেখেতে কি কৈছিল, চাহাবে কেনেকৈ উত্তৰ দিছিল, কলিকতাৰ বঙালী অধ্যাপকক কথাৰে কেনেকৈ জব্দ কৰিছিল—এই সকলোবিলাক কথা নাটকীয় ভঙ্গীমাত ইমান সুন্দৰকৈ কৈ গৈছিল যে তেখেতৰ প্ৰতিটো কথাই মোৰ কাৰণে আমোদৰ বস্তু হৈ পৰিছিল। অলপ আমনি লগা যেন পালে তেখেতে আন প্ৰসঙ্গ উলিয়াই তাৰ মাজতে বগৰ কৰিছিল। মুঠতে তেখেত আছিল কথা-শিল্পী। তেখেতৰ মানুহ চিনাৰ ক্ষমতাও আছিল অতি চমৎকাৰ। আজি কেইবছৰমানৰ আগতে চকুৰ অসুখ হওঁতে আৰু পাছলৈও তেখেতে চকুৰে ভালকৈ মনিব নোৱাৰিছিল। কিন্তু মাতষাৰ শুনা মাতকে—"অ' আমুকা, কেতিয়া আহিলা" বুলি কৈ ওচৰতে বহুৱাই লৈছিল।

মই তাহানি কটন কলেজত পঢ়াৰ দিনবেপৰা তেখেতৰ ওচৰলৈ গলেই মোক তেখেতৰ কিবা লেখা অকণমান ডাঙৰ ডাঙৰকৈ পঢ়িবলৈ দিছিল। কথাটো প্ৰথমতে মই ভাল পোৱা নাছিলোঁ। তেখেতেও বোধহয় মোৰ মনৰ ভাবটো বুজি পাইছিল। গতিকে এদিন ক'লে—"আজিকালি বেছিভাগ ল'ৰাই কিতাপ পঢ়িব নাজানে। দাড়ি, কমা, চেমিক'লন—কত কেনেকৈ ব'ব লাগে তাকো নাজানে। তদুপৰি একোটা শব্দৰ কোনটো আখৰত বা একোটা

বাক্যৰ কোনটো শব্দত কেনেকৈ জোৰ দিব লাগে, তাকো বুজি নাপায়। কলত তুমি লেখিবা এটা, তেওঁৰ মুখত পৰি হবগৈ এটা। তুমি অলপ জনা কাৰণেই তোমাক পঢ়িবলৈ কওঁ।" তেখেতৰ এই কথা শুনাৰ পাছত আৰু মোৰ মনৰ খুকুৰি একেবাৰে নাইকিয়া হৈ পৰিল।

কথা-বতৰা, চাল-চলন, পিন্ধন-উৰণ, খোৱা-বোৱা, সকলোতে শৰ্মাদেৱ আছিল নিৰ্ভাঁজ অসমীয়া। জাতি এটা জীয়াই থাকিবলৈ হ'লে যে তাৰ ভাষ-ভাষা-সংস্কৃতি সকলোতে স্বকীয়তা থাকিব লাগিব, তাক তেখেতে শিৰাই শিৰাই অনুভৱ কৰিছিল। নিজৰটো দলিয়াই লোকৰটো সাৱটি ধৰাৰ পক্ষপাতী তেখেত নাছিল। পাছে তাকে মুখ ফালি কওঁতেই দুই একে তেখেতক গোড়া বুলি কৈছিল। প্ৰকৃতপক্ষে তেখেত মূঠেও গোড়া নাছিল। . গোড়া হোৱা হ'লে শদিয়াৰপৰা ধুবুৰীলৈকে বিভিন্ন ধৰ্মসম্প্ৰদায়ৰ লোকৰ ঘৰত থাকি, তেওঁলোকৰ লগত হলি-গলি কৰি, তেওঁলোকৰ মাত-কথা শিকি, তেওঁলোকৰ মাজৰপৰাই সুগ্ৰীৱৰ সমল গোটাই বৃহৎ অসমীয়া জাতিটোক ন ৰূপত গঢ় দিবলৈ নগলেহেঁতেন। তেখেতে নিজেই এবাৰ কৈছিল—"মই গোড়া নহয়, কিন্তু জাতি এটা জীয়াই ৰাখিবলৈ হ'লে ৰক্ষণশীলতাৰ প্ৰয়োজন।" জাতি-প্ৰেম যাৰ জীৱনৰ সকলোৰে উৰ্দ্ধত, তেওঁ জাতিটোৰ সকলো কথাকে প্ৰাণ-ভৰি ভাল পোৱাটো স্বাভাৱিক।

তেখেতে অসমীয়া বা ইংৰাজী যিয়েই হওক, শুদ্ধকৈ কোৱা বা লেখাৰ ওপৰত জোৰ দিছিল। সেই কাৰণেই সম্ভৱ কিতাপ বা আলোচনী এখন পালে তাৰ ভুলবোৰত ৰঙা চিয়াঁহীৰে দাগ দি গৈছিল। এইখিনিতে মোৰ নিজৰ অভিজ্ঞতা এটাৰ কথাই উল্লেখ কৰা ভাল হব। আজি কেইবছৰমানৰ আগতে এগৰাকী আগশাৰীৰ স্বাধীনতা-যুঁজাৰু, সু-সাহিত্যিক পদ্মনাথ বৰঠাকুৰ ডিব্ৰুগড়ৰ নিজা ঘৰত দেহাৱসান ঘটে। বৰঠাকুৰ আছিল শৰ্মাদেৱৰ অতি ঘনিষ্ঠ বন্ধু। বৰঠাকুৰৰ আদ্যশ্ৰাদ্ধ উপলক্ষে মই 'দৈনিক অসম'ত এটি প্ৰবন্ধ লেখিছিলোঁ। তাৰ কেইদিনমানৰ পাছতে পালোঁ এটা ডাকখাম। ভিতৰত 'দৈনিক অসম' খনৰ নকল এটা। লগতে শৰ্মাদেৱৰ এখন চিঠি। মোৰ প্ৰবন্ধটোৰ বিভিন্ন ঠাইত ৰঙা চিয়াঁহীৰ দাগ। চিঠিখনত লেখিছে—"তোমাৰ প্ৰবন্ধটো পঢ়ি বৰ ভাল পালোঁ। পাছে……এই এই কেইটা শব্দ ভুল যেন লাগিল। মই জানো, তুমি এনে ভুল নকৰা। ছপাখানাৰ ভূতেই পালে যেন পাইছোঁ।

মই লৰা-লৰিটিক মোৰ ঘৰত থকা প্ৰবন্ধৰ নকলটো চালোঁ। দেখিলোঁ—ভুল কেইটামান মইয়েই কৰিছোঁ। হয়তো তেখেতেও সেইটো বুজিছিল। কিন্তু চিঠি-খনৰ ভাষা এনে আছিল যে মোৰ তেখেতৰ প্ৰতি থকা শ্ৰদ্ধা দুগুণে বাঢ়িছিল। মই জনাত তেখেতে বহুতো সাহিত্যিকক বহুতো কথা শুধৰাই দিছিল। কিন্তু কোনেও তেখেতক বেয়া নাপাইছিল। বৰঞ্চ তেখেতলৈকহে শৰ্মাদেৱৰ কাষ ঘনাই হে চাপিছিল। এয়েই আছিল তেখেতৰ মাহাত্ম্য।

অসমীয়া মানুহে মানুহক উপাধি ধৰি মতাটো তেখেতে সমূলি ভাল নাপাইছিল। তেখেতে কৈছিল—"অসমীয়াৰ ইজনে সিজনক সম্বোধন ধৰিবলৈ দেখাৰ শব্দ আছে। আত্মীয়-কুটুম্বৰ কথা বাদেই, অচিনাকী জনকো বান্ধ, দেউতা, ভাওৰীয়া, ভাইটি, আইদেউ, আইতা আদি শব্দেৰে সম্বোধন ধৰিব পাৰি। আমাৰ আকৌ মুখত ওলায় হাজৰিকা, শইকীয়া, ভৰালী, মিষ্টাৰ, মিচেচ্ আদিহে। আমাৰ নিজা শব্দেৰে মানুহ একোজন যিমান আপোন কৰি লব পাৰি, এইবিলাক শব্দেৰে নোৱাৰি।" তেখেতে ইংৰাজী অসমীয়া মিলাই বাৰে বঙুৱা কথা কোৱাটোও পছন্দ নকৰিছিল। তেখেতে কৈছিল—"ধুতি-খনৰ ওপৰত কোট-টাই নলগাবা। হ'লে অসমীয়াই হোৱা, নহলে চাহাবেই হোৱা। খিচিৰি নহবা।" তেখেত যে সকলো কথাতে নিৰ্ভেজাল, এয়েই তাৰ প্ৰমাণ।

গাঁৱৰ মানুহ নগৰলৈ উঠি গলেই সাধাৰণতে নিজৰ গাঁওখন পাহৰি পেলায়। বেণু শৰ্মা আছিল তাৰ ব্যতিক্ৰম। তেখেতে জীৱনৰ শেষৰ কালে গুৱাহাটীত থাকিবলৈ লৈছিল যদিও ধাতুটো আছিল চাৰিঙতহে। তেখেতৰ লগত এ ঘণ্টামান কথা পাতিলে এবাৰলৈ হলেও 'চাৰিং' শব্দটো ওলাবই। চাৰিঙৰ বাহিৰেও তেখেতক শেষলৈকে চাৰিঙীয়া বুলিয়েই জ্ঞান কৰিছিল। মই চাৰিঙত বহুত বিয়া-সবাহ খাইছোঁ। তাৰ বেছি ভাগতেই মই তেখেতক লগ পাইছোঁ। কোনোবাই নিজৰ আত্মীয়-কুটুম্বক মাতিবলৈ পাহৰিলেও বেণু শৰ্মাক মাতিবলৈ নাপাহৰে। কেনেবাকৈ যদি তেখেত যাব নোৱাৰে, ইজনে সিজনে কোৱাকুই কৰে—বেণু শৰ্মা নাহিল দেখোন। তেখেতে গুৱাহাটীৰপৰা প্ৰথমতে প্ৰকাশ কৰা দুই তিনিখন কিতাপতো ভিতৰফালে ঠিকনা লেখোতে চাৰিং বুলিহে লেখিছিল। এবাৰ মই সুধিছিলোঁ—"আপুনি আছে গুৱাহাটীত, কিতাপত চাৰিং বুলি লেখিছে কেলৈ?" তেখেতে তাৰ উত্তৰত কৈছিল—"মোৰ কিতাপ-

খনৰ যোগেদিয়েই চাৰিওৰ নাম যদি আৰু বহুজনে জানে, জানক।" এয়েই আছিল তেখেতৰ চাৰিং-প্ৰেম।

শেষলৈ যদিও বাৰ্ধক্যজনিত ৰোগত পৰি দুবছৰ মান ইফালে সিফালে যাব পৰা নাছিল, তথাপি তাৰ আগলৈকে শৰ্মাদেৱে সদায় নিজকে ডেকা বুলিয়েই ভাবিছিল। তেখেতে প্ৰায়েই কৈছিল—দুদিনমান বাচি থাকিব খুজিছা যদি তোমালোকৈ কম বয়সৰ লোকৰ লগতহে বন্ধুত্ব পাতিবা। বয়সীয়া লোকৰ লগত যেচিকে হলি গলি নকৰিবা। তুমিও বয়সীয়া হৈ পৰিবা।" তেখেতে নিজৰ ক্ষেত্ৰতো তাক আখৰে আখৰে পালন কৰিছিল। ল'ৰা-ছোৱালী, ডেকা-গাভৰু সকলোকে তেখেতে বন্ধু ভাবেই লৈছিল।

অসমীয়াসকল যে সকলো কথাতে উপেক্ষিত—এই লৈ তেখেত মাজে সময়ে চিন্তিত হৈ পৰিছিল। অসম আৰু কেন্দ্ৰৰ সম্পৰ্কটো তেখেতে প্ৰায়েই বান্দৰ আৰু শিয়ালৰ সাধুটোৰ লগত বিজাইছিল। দিল্লীৰ সান্ত্বনা বাণীয়ে যে অসমৰ গা দুজুৰায়, সেইটো তেখেতে অন্তৰেৰে উপলব্ধি কৰিছিল। তেখেতে কৈছিল—"সখি, কঁলটো গৈছে ধৰিবা। পাছত দেখিবা বাকলিটো। কিবা এটা খুজিবা, নাই বুলি ক'ব। আন্দোলন কৰিবা, দুটামান অসমীয়া মৰিব, তেতিয়া হয়তো ৰেডিঅ'তে দিম বুলি ক'ব। পাছত দেখিবা গালো বালো খোলাকটিৰ তাল।" এনে আছিল তেখেতৰ দেশ-প্ৰেমৰ নমুনা। কিন্তু সেই-বুলি বিচ্ছিন্নতাবাদী তেখেত নাছিল। এটা সাধাৰণ উদাহৰণেই তাৰ প্ৰমাণ দিব। আজি কেইবছৰ মানৰ আগৰ কথা। কেন্দ্ৰ আৰু অসম—দুয়োতে জনতা চৰকাৰ স্থাপিত হৈছে। সেই সময়তে এদিন তেখেতে মোক অসম তথা ভাৰতবৰ্ষৰ ৰাজনীতি সম্পৰ্কে দুই এটা কথা কৈ আছিল। তাৰ মাজতে ক'লে—"বুজিছা, জনতা দল কেন্দ্ৰ আৰু ৰাজ্য দুয়োতে জিকিছে—মই বেয়া পোৱা নাই। কিন্তু আমাৰ চৰকাৰটোৰ নাম কংগ্ৰেছ চৰকাৰ হব লাগে।" মই উচপ্ খাই উঠিলোঁ। সুধিলোঁ—সেইটো কেনেকৈ হব পাৰে? তেখেতে তাৰ উত্তৰত ক'লে—কংগ্ৰেছে দেশৰ স্বাধীনতা আনিলে। গতিকে কংগ্ৰেছ নামটো থাকিব লাগে। দলবিলাকৰ বেলেগ নাম নিদি যেখোন কংগ্ৰেছ ক, কংগ্ৰেছ খ-ও দিব পাৰে বা কংগ্ৰেছ দলেও নিজৰ নামটো সলাই লব পাৰে। কিন্তু কংগ্ৰেছ শব্দটো সকলোৰে ওপৰত থাকিব লাগে। আমাৰ ঐতিহ্যৰ কাৰণেই ইয়াৰ প্ৰয়োজন।" মই একো উত্তৰ নিদিলোঁ, কিন্তু কংগ্ৰেছ শব্দটোৰ

প্ৰতি থকা তেখেতৰ মোহ দেখি অবাক হলোঁ। তেখেতে কংগ্ৰেছ দল কোনোবা কাৰণনিবাই ত্যাগ কৰিলে আৰু কংগ্ৰেছ দলৰ নীতি-নিয়মো তেখেতৰ ভাল নলগা হ'ল। ঠায়ে ঠায়ে প্ৰকাশ্যেই কংগ্ৰেছ দলৰ বিভিন্ন কথাৰ প্ৰতিবাদ কৰিলে। কিন্তু শব্দ মাহাত্ম্যত বিশ্বাসী আৰু স্বাধীনতা ৰণৰ নিপুণ সেনাপতি শৰ্মাদেৱৰ অন্তৰৰ কোনোবা এক গুপুত কোনত 'কংগ্ৰেছ' শব্দটোৰ প্ৰতি সম্ভৱ এক দুৰ্বলতা থাকি গ'ল।

শৰ্মাদেৱে তেখেতৰ সকলো কিতাপ নিজেই প্ৰকাশ কৰিছিল। নিজে প্ৰকাশ কৰাৰ কাৰণে সেইবিলাক বিক্ৰী কৰাৰ দায়িত্বও নিজেই বহন কৰিব লগাত পৰিছিল। এখন কিতাপ বিক্ৰী কৰি দুপইচা মান গোটাই আন এখন কিতাপ উলিয়াইছিল। এইবিলাক কৰিবলৈ যাওঁতেই মোনা বা চুটকেচত কিতাপ ভৰাই দোকানে দোকানে ঘূৰি ফুৰিব লগাত পৰিছিল। তাৰ পাছত মাজে সময়ে পইচাৰ কাৰণে তাগাদা দিব লগা হৈছিল। পাছে বহুত ভাল ভাল মানুহ আনকি দুই এগৰাকী সাহিত্যিকেও তেখেতৰ এই কিতাপ বিক্ৰী কৰি ফুৰা কামটো ভাল নাপাইছিল। কিন্তু আমি তেখেতসকলক সুধিব পাৰোঁ নে যে অসমৰ কেইজন প্ৰকাশকে তেখেতৰ কিতাপ প্ৰকাশ কৰিবলৈ আগবাঢ়ি আহিছিল বা কেইজন কিতাপ-দোকানীয়ে তেখেতৰপৰা কিতাপ নি তেখেতৰ কষ্ট লাঘৱ কৰিছিল? সেয়ে হোৱা হ'লে তেখেতৰপৰা অসমীয়া ভাষা-সাহিত্য নিশ্চয় আৰু কিছু চহকী হলহেঁতেন। বৰ্তমান অসমীয়া পুথিৰ পাঠকৰ সংখ্যা বাঢ়িছে আৰু লেখকৰ সংখ্যাও বাঢ়িছে। কিন্তু কেইজন লেখকে নিজৰ কিতাপ-খন নিজেই প্ৰকাশ কৰিবলৈ আগবাঢ়ি আহিছে? অৱস্থাহীনসকলৰ কথা বাৰু বাদেই দিলো, অৱস্থাপন্ন সকলেও দেখোন প্ৰকাশক বিচৰাতহে ব্যস্ত।

বেণু শৰ্মা আজি আৰু নাই। কিন্তু অসমীয়া ভাষা-সাহিত্যৰ বেজবৰুৱাৰ বাঁহীৰ সুৰৰ দৰেই বেণুৰ সুৰো সৰ্বকালৰ কাৰণে প্ৰতিধ্বনিত হৈ ৰ'ব। সাহিত্যিক হ'বলৈ সাহিত্য চৰ্চা কৰা লোক বেণু শৰ্মা নাছিল। সাহিত্য আৰু বুৰঞ্জী আছিল তেখেতৰ জীৱন-যোৰা সাধনা। তেখেতে সিদ্ধি লাভ কৰিলে। এতিয়া আমাৰ নতুন পুৰুষৰ দায়িত্ব সেইবিলাক ফঁহিয়াই চোৱাৰ। মোৰ বিশ্বাস তেখেতৰ প্ৰতিটো শব্দ, প্ৰতিটো বাক্য আৰু প্ৰতিটো প্ৰবন্ধই আমাৰ ভবিষ্যত বংশধৰসকলক চিন্তাৰ খোৰাক যোগাব।

## সকলো প্ৰভেদৰ ঊৰ্ধ্বত বেণুধৰ শৰ্মা

শ্ৰীসুনীলকুমাৰ বৰঠাকুৰ

বেণুধৰ শৰ্মাক প্ৰথমে কেতিয়া দেখিছিলোঁ, চন তাৰিখ মনত নাই। স্বাধীনতাৰ দুই তিনি বছৰমানৰ ভিতৰতে হব চাগৈ। তেতিয়ালৈকে আমাৰ বাৰজাপ গাঁৱলৈ যাতায়াতৰ সুচল হোৱা নাছিল অৰ্থাৎ দুবৈলৈ বাব লগা হলে চাৰি-মাইল লোকেলবৰ্ডৰ আলিয়েদি খোজেৰে বা চাইকেলেৰে গৈ নথোলা জাগীৰোডত ৰেল মটৰ ধৰিব লাগে। মই তেতিয়া জাগী হাইস্কুলৰ তলৰ শ্ৰেণীৰ ছাত্ৰ। এদিন স্কুলৰপৰা আহি দেখোঁ আমাৰ চ'ৰাঘৰত চিলিমত ধপাত খাই অচিনাকী মানুহ এজনে দেউতাৰে সৈতে কথা পাতি আছিল। আমাৰ ঘৰত বিড়ি ধপাত নচলিছিল যদিও আলহীয়ে বিচাৰিলে দিয়া হৈছিল। তথাপিও, দেউতাৰ আগত আমাৰ অঞ্চলৰ কোনেও ধপাত খোৱা দেখা নাছিলো। অলপ আচৰিত হৈ আলেঙে আলেঙে ভিতৰ সোমালো। মানুহজনক গাঁৱলীয়া যেনো নালাগে, চহৰীয়া যেনো নালাগে। ভিতৰত গম পালোঁ সেইজন বোলে বেণুধৰ শৰ্মা। জাগী গাঁৱলৈ কোনো মিতিৰ খবৰ কৰিবলৈ আহিছিল। মানুহজনক আকৌ এবাৰ চাবলৈ হেঁপাহ হ'ল, কাৰণ ৰবিজন ক্ৰুচ্ছ আৰু বাংপতা পঢ়ি থৈছোঁ। লেখক সোঁ শৰীৰে বৰ্তমান। অলপ ভয়ো লাগিছিল, কিজানি পঢ়াৰ কথা সোধে, মৌখিক ধৰে আৰু ট্ৰেনচ্লেচন দিয়ে! তদুপৰি ডাঙৰে কথা পাতি থাকিলে আমাক কাষত থাকিবলৈ দিয়া নহৈছিল। মৰসাহ কৰি ওলাই আহিছিলোঁ।

মই আহি পাওঁ মানে বেণুধৰ শৰ্মাই বিদায় হৈ উঠিবলৈ সাজুম হৈছিল। মোক মৰম কৰি নামধাম সুধি ছাতি লাঠি লৈ প্ৰস্থান কৰিলে। জাগীৰোডত ৰে'ল ধৰিব লাগিব। তেখেতৰ আদহীয়া মুকুতিটো মনত বৈ গ'ল।

সেইদিনা বাংপতাখন আকৌ এবাৰ পঢ়িলোঁ। তেতিয়াৰপৰা এতিয়ালৈকে কিমানবাৰ পঢ়িছোঁ লেখজোখ নাই। হাতত পৰিলেই এতিয়াও পঢ়িম। এনে মোহ লগা কিতাপ অসমীয়াত আৰু দুখনহে পাইছোঁ। এখন হ'ল সুৰেন্দ্ৰমোহন দাসৰ টলষ্টয়ৰ সাধু আৰু আনখন শ্ৰীৰামচন্দ্ৰ দাসৰ 'মোৰ দেশৰ সাধুকথা'।

ইয়াৰ পাছতো, বেণুধৰ শৰ্মাক গুৱাহাটীত মেলে-মিটিঙে বহুতবাৰ দেখিছোঁ,

কিন্তু দুবৈবৰৰাহে। কিতাপ অৰণ্যে পঢ়ি থাকোঁ। আকৌ কাৰ চাপিবৰ সুযোগ মিলিল ভালেমান বহুবৰ যুবক, তেখেতৰ ডেকোকালৰ কৰ্মস্থান ডিব্ৰুগড়ত। মই তেতিয়া কানৈ কলেজত সোমাইছোঁ। অধ্যাপক তফজ্জুল আলিৰ সম্পাদনাত ১৯৬২ চনৰ মাজ ভাগৰপৰা তিনিমহীয়া 'সংগম' ওলাইছে। মোৰ বন্ধু আৰু সহকৰ্মী অধ্যাপক ডিম্বেশ্বৰ চলিহা আৰু মই একেটা মেছতে থাকোঁ। আমি দুয়ো নানা নামত নানা প্ৰকাৰৰ বস্তু লিখি আৰু অনুবাদ কৰি সম্পাদকক সহায় কৰোঁ, আলোচনীখন অলৈ তলৈ পঠাওঁ, বিক্ৰি কৰোঁ, আৰু নামী লিখক ডিব্ৰুগড়লৈ আহিলে হেঁচা মাৰি ধৰি লেখা বা লেখাৰ প্ৰতিশ্ৰুতি সৰকাওঁ। ১৯৬৩ চনৰ আগছোৱাতে হবলা, বেণুধৰ শৰ্মা গৈ তেওঁৰ দ্বিতীয় পুত্ৰৰ লগত ডিব্ৰুগড়ত অলপ দিন আছিলহি। ডিম্বেশ্বৰ চলিহাই মোক তেওঁৰ ওচৰলৈ লৈ গ'ল। চলিহা আছিল চাৰিঙৰ ৰাধাফুকনৰ জী-নাতি, সেই খাতিৰতে বেণুধৰ শৰ্মাবো মৰমৰ 'অকণি' ( চলিহাৰ ঘৰত মতা নাম )। আমাৰ মতলব আছিল তেখেত ইয়াত থাকোঁতেই 'সংগম'ৰ নিমিত্তে কিবা এটা সৰকোৱাৰ।

নতুন মানুহ লগ পালেই ক'ৰ মানুহ খবচি মাৰি সোধা বেণুধৰ শৰ্মাৰ অভ্যাস। আমাৰ গাঁৱৰ আৰু দেউতাৰ নাম কলত খুব চুপিয়ালে। আমাৰ ঘৰত সোমাই অহাৰ কথাও কলে। লগতে এইবুলি যোগ দিলে, "তহঁতি এতিয়া দাঁতিয়লীয়া গোভাপৰীয়া হৈছ যদিও আদিতে জাগীৰহে মানুহ। পূৰ্বপুৰুষ উত্তৰ লক্ষীমপুৰৰ পিনে আছিল। মানভগনত ভাগি অহা।" এইবোৰ কথা ময়ো জানো, কিন্তু ইমান ডাঙৰ বুৰঞ্জীবিদ এজনে আমাৰ নিচিনা হাবিতলীয়া পৰিয়াল এটাৰ ক্ষুদ্ৰ বুৰঞ্জীকো মনৰ একোণত ঠাই দিয়াৰ কথা ভাবি বৰ ভাল লাগি গ'ল। আচহুৱা আচহুৱা ভাব টলকতে নাইকিয়া হ'ল। গোভা বিহু আগৰ নিচিনাকৈ 'বেদৰ বিহু'ৰ পিছত পাতে নে নাপাতে সুধিলে। জোন-বিলৰ হাটৰ ইতিহাস কলে। গোভাৰাজ্যৰ কথাও ওলাল। কপিলীৰ দুয়ো দাঁতিৰ টিৱা ( লালুং ) ৰজাসকলৰ কথা আৰু নগাঁৱৰ পশ্চিম অঞ্চলৰ শাসক গোঁহাইসকলৰ কথা সুধিলে আৰু ক'লে। আমাৰ সেইপিনে মানৰ উপদ্ৰৱ কিয় হোৱা নাছিল তাকো গম পালোঁ। খাটীয়াসকলৰ সৈতে গোভাৰ সম্পৰ্কৰ কথাও ক'লে। সেইদিনা নিজৰ ঠাইৰ বহুতো নজনা কথা শিকিবলৈ পালোঁ।— সদায় দেখি থকা নৈখনে, বিলখনে, পাহাৰখনে নতুন ৰূপত ধৰা দিলে। অসমৰ সাহিত্য, বুৰঞ্জী নালাগে, যেপখনতো এচুক নোপোৱা আমাৰ গাঁওখন মোৰ

নিমিত্তে এটি আপুৰুগীয়া নাম হৈ পৰিল। আগতে বাহিৰত খবৰ কথা শুনিলে আগীগাঁও বা লাহেকৈ জাগীবোডৰ ওচৰতে বুলি পাজ মাৰি থৈছিলোঁ। কিন্তু সেই-দিনাৰেপৰা যুকু কিন্দাই গাঁৱৰ নাম কোৱা হলোঁ। বেণুধৰ শৰ্মা বাজীকৰ নহয় কি ?

মোৰ কথা পঢ়ি মানুহে ভাবিব, সেইদিনা সন্ধিয়া বেণুধৰ শৰ্মাই অনৰ্গল কৈ গৈছিল আৰু আমি দুজন ডেকাই (তেতিয়াৰ) শুনি গৈছিলোঁ। আচলতে আমি যিমান সুধিছিলোঁ, তাতোকৈ সৰহ প্ৰশ্ন কৰিছিল তেখেতেহে। প্ৰশ্ন বেছি কৰে বুলিয়েই তেখেতৰ জ্ঞান ইমান বেচি হবলা। ইমান উচ্চমানৰ কথা ওলাইছিল যে কি কাৰণে আহিছিলোঁ উলিয়াবলৈ সংকোচ হ'ল। তেনেতে বেলেগ কেইজনমান সোমাই আহিলত, "তইঁতি এতিয়া যা, কালিকৈ এপাক মাৰিবিহঁক" বুলি তেখেতে আমাক বিদায় দিলে। আমি একো নকলেও বোধহয় আমি অহাৰ কাৰণ অনুমান কৰিব পাৰিছিল।

পিছদিনা সন্ধিয়া দুয়ো আকৌ গলোঁ। এইবাৰ বাক্যব্যয় নকৰি চিধাই প্ৰবন্ধ খুজিলোঁ। প্ৰথম সংখ্যাত তেখেতে লিখা 'গণিং চাহাবৰ বুটিছ মৌলি' প্ৰবন্ধটি পঢ়ি ডিবুৰুৰ বাইজে ভাল পাইছে বুলি কোৱা হ'ল। বিহু সংখ্যাৰ নিমিত্তে এটা হলে ভাল হয়। কেনেকুৱা বস্তুনো বেছিকৈ চলে সোধাত, উভয় কূল ৰক্ষা কৰি কলোঁ বোলে ডাঙৰ সাহিত্যিকৰ যি কোনো লেখা হলেই চলে, আলোচনীবো ইজ্জত বাঢ়ে কিন্তু লক্ষ্মীনন্দন বৰা, ভবেন শইকীয়া, মহিম বৰা বা নিৰোদ চৌধুৰীৰ গল্প নথকা আলোচনীৰ শেষ গতি ঠোঙাৱালা। "সাধু-কথা এঁকা ?" তেখেতে সুধিলে। "সাধুকথা আপুনি বা শ্ৰীৰামচন্দ্ৰ দাসে লিখিলে মানুহে পঢ়িব, কিন্তু এতিয়া চুটি গল্পৰহে দাম।"

সাহ বাঢ়ি গৈ খপ কৰে সুধি পেলালোঁ, "আপুনি বাৰু গল্প-কবিতা নেলেখেই নেকি ?" কাৰণ তেখেতৰ গল্প মই পঢ়িবলৈ পোৱা নাই। মোৰ প্ৰশ্নৰ উত্তৰত হঁা না একো নকৈ এইবুলিহে সুধিলে, "এতিয়ানো কি চুটিগল্প লিখিম অ' ?" মেয়ো মুখ পাতি ধৰিলোঁ, "লক্ষ্মী ফুকনেনো কি কৰিছে ? এই বয়সতো প্ৰেমৰ গল্প লিখিছে।" অলপ পৰ তভক মাৰি থাকি কলে, "বাৰু তইঁতক চুটি গল্প এটা দিম। কিন্তু চুটি গল্প বোলাত মোৰ আপত্তি আছে। সাধু-কথা বোলাহে উত্তম হব। অসমীয়া নাম।" সজ্জৰ তৃতীয় সংখ্যাত (এপ্ৰিল, ১৯৬৩) সুকুজি এছাৰি শিতীয়াৰ নামত তেখেতৰ 'আজিহে মোৰ বিয়া' এই

ধুনীয়া গল্পটো প্ৰকাশ হ'ল। প্ৰেমৰ গল্প। নিজৰ ভাটি বয়সৰ কথা ভাবি লাজতে নেকি পোছাকী নাম দিছিলে। অসমীয়া খেতিয়ক সমাজৰ এনে নিখুঁট ছবি এতিয়াৰ গল্পত বৰকৈ পাবলৈ নাই। তেখেতৰ সাহিত্যসম্ভাৰৰ সংকলনত গল্পটোৱে স্থান পোৱা উচিত বুলি ভাবোঁ।

এইদৰে সঙ্গমৰ যোগেদি তেখেতৰ সৈতে মোৰ সম্পৰ্ক বাঢ়িছিল। তেখেতে অযথাতে কাগজ নষ্ট নকৰিছিল। ছপাবলৈ দিয়া ৰচনা আদি এপিঠিত লিখি পঠোৱা নিয়ম। এই কামত প্ৰায়ে তেখেতে এপিঠিত লিখা আন পিঠি উদি এনেকুৱা কাগজ ব্যৱহাৰ কৰিছিল। এপিঠি ছপা গোহাৰি, জাননী, নিমন্ত্ৰণী আৰু দলীয় ইস্তাহাৰো ব্যৱহাৰ কৰিছিল। কেইবছৰমানৰ ভিতৰতে সঙ্গম বন্ধ হ'ল যদিও তেখেতৰ তালৈ মোৰ আহ-যাহ বন্ধ হোৱা নাছিল। গুৱাহাটীলৈ গলে সুৰাগপুৰৰ ঘৰলৈ এপাক মাৰিবলৈ চেষ্টা কৰোঁ। কেতিয়াবা লগ পাওঁ, কেতিয়াবা নাপাওঁ। কেতিয়াবা বাৰাণ্ডাতে বহি কথাবতৰা হওঁ, কেতিয়াবা কাগজপত্ৰৰে ভৰি থকা তেখেতৰ কোঠালৈ মাতে। কোঠাটো বৰ যতনেৰে ৰাখে, জানোচা টোকোৰাবাহৰ কুটা এগছ হেৰায়েই। এবাৰ বহি থাকোতে ছচিয়েলিষ্ট নেতা ৰাজনাৰায়ণ সোমালহি। মোক এৰি ৰাজনাৰায়ণক পুৰণি কিতাপপত্ৰ কিবাকিবি দেখুৱালে, কিবাকিবি ক'লে। ৰাজনাৰায়ণৰ কাণত কি সোমাল, কি নোসোমাল কব নোৱাৰিলোঁ। কিন্তু পিছত মোক আহি ক'লেহি বোলে বাহিৰৰ মানুহৰ ইতিহাস আৰু ভূগোলৰ জ্ঞান কম। বহুতে অসমক ভাৰতৰ যেপৰ চুক এটা বুলিও নাজানে। আমাৰো দেখুৱাব লগা বহুতো বস্তু আছে। সেই কথাকে হেনো ঠোৰতে ৰাজনাৰায়ণক ক'লে।

এবাৰ গুৱাহাটীৰপৰা আহোতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ বিষয়া এজনক দিবলৈ বুলি মোৰ হাতত দুখন কিতাপ দিছিল। কিতাপ দুখন এই বিশ্ব-বিদ্যালয়ৰে পাঠ্য হওক, এনে আশাৰে। তাৰে এখন দুৰবীণ। দুয়োখনকে বাটত পঢ়িলোঁ। বহুতো দিনৰ পাছত লগ পোৱাত তেখেতে কিতাপ কেইখন দিলোনে নাই সুধুধি পঢ়িলোঁ নে নাই তাকেহে সুধিলে। পঢ়িলোঁ বুলি কোৱাত পাঠ ধৰাৰ দৰে আকৌ সুধিলে, 'কাৰ্যৰো বুজিবা ভাও ছাগলৰো পথালিবা পাও' এই সাধুটোৰ অৰ্থ পালোঁ নে নাই। সাধুটো মজাৰ আছিল। মই কলোঁ বোলে, 'সাধুটো আনৰ মুখেও শুনিছিলোঁ, কিন্তু আপোনাৰ পকৱাৰ দন্দ্বধনে জেউতি চৰালে। অসমীয়া আৰু বিদেশীৰ কথাকে কোৱা নাই জানো?' সাধুটোৰ

প্ৰচলিত তাৎপৰ্য হ'ল তিবোতাক কেনেকৈ চলাব লাগে। কিন্তু বেণুধৰ শৰ্মাই গুৰুত্ব দিছিল অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ সমস্যাটোক হে। বিক্ৰমাদিত্য ৰজাই আঠমণ্ডলা খাওঁতে মাটিত পৰা ভাত খাবলৈ শহুৰৰ ঘৰৰ পকৰাৰ জানি লাগিছিল। ৰজাৰ দেশত অহা পকৰা এগালেও নামি গৈ সেই ভাতত মুখ দিছিল। দুই দল পকৰাৰ মাজত দন লাগিল। থলগিৰী পকৰাৰ খণ্ড, আলহী পকৰাই বৰ খৰ মাত মাতি সিহঁতৰ মুখৰ ভাত কাঢ়ি খাবলৈ আহে! সিহঁতে বিক্ৰমাদিত্যৰ লগত অহা পকৰাক চুঙা চাই সোপা দিলে। এইৰূপ কথাৰে তেখেতে অসমীয়া ছাত্ৰ-ছাত্ৰীসকলক ইংগিত এটা দিব খুজিছিল। কিতাপ দুখন পাঠ্য হ'লে আৰু অধ্যাপকসকলে অসমীয়া সাহিত্যৰ ক্লাচত কথাবোৰ খৰচি মাৰি বুজাই দিলে উঠি অহা চামৰ মাজত জাতীয়তাবোধ জাগিব বুলি তেখেতে আশা কৰিছিল।

এইৰূপে চেগা-চোৰোকাকৈ তেখেতৰ কাষ চাপিবলৈ সুযোগ পাইছিলোঁ। বুৰঞ্জীবিদ্ হিচাবে, সাহিত্যিক হিচাবে কিবা তেখেতৰ দোষত্ৰুটি আছিল যদি সেইবোৰ খোচৰা সমালোচকৰ কাম। মই দেখিছিলোঁ এনে এজন লোক যাক মানুহৰ টানে টাকুৰি ঘূৰোৱাদি ওৰে জীৱন ঘূৰাই লৈ ফুৰিছিল। কেন্দ্ৰবিন্দু চাৰিং। তাৰপৰা সময় সুবিধা বুজি ক্ৰমাৰে অসমীয়া জাতিলৈ উইল কৰি থৈ যোৱা ৰাপতি সাহোনৰো খা-খবৰ লৈছিল। অসমৰ সিপাৰৰ ভাৰতখনলৈকো চকু আছিল আৰু পৃথিৱীখনকো আওকাণ কৰা নাছিল। দূৰবীণেৰে অতীতলৈকো চাই পঠিয়াইছিল, ভৱিষ্যতলৈকো চাইছিল। দখিনপাটৰ বুৰঞ্জীত ইমান চৰাই-চুকতিৰ সমাবেশ কিয় বুলি ধেমালিকৈ সোধাত কৈছিল, "বয়স হলে বুজিবি। এইবোৰ গবেষণাৰ বস্তু হব।" তাৰ পিছত আমেৰিকাৰ ফালে প্ৰাকৃতিক পৰিবেশ ৰক্ষা কৰিবলৈ ষাঠিমানৰপৰা যি আন্দোলন গঢ় উঠিছে তালৈ আঙুলিয়াই ক'লে বোলে অসমতো তেনে কৰিবৰ হ'ল। কোনে কয় বেণুধৰ শৰ্মাই কেৱল অসমৰ কথাকে পাগুলি থাকে?

বেণুধৰ শৰ্মাৰো জন্ম শতবাৰ্ষিকী সাহিত্য সভাই পালন কৰিব। তেওঁৰ ঐতিহাসিক পদ্ধতিৰ ওপৰত প্ৰগতিশীল চিন্তাবিদে নানান মন্তব্য দিব। সাধাৰণ মানুহ হিচাবে মোৰ কথলগীয়া এয়ে যে বেণুধৰ শৰ্মাৰ চিন্তা-চৰ্চা, চালচলন আৰু আচৰণত গাঁৱলীয়া আৰু নগৰীয়াৰ (টাউনীয়া?) প্ৰভেদ, পণ্ডিত আৰু চহাৰ প্ৰভেদ, বুঢ়া আৰু ডেকাৰ প্ৰভেদ, আনকি অসমীয়া আৰু অনা-অসমীয়াৰ প্ৰভেদ হেৰাই গৈছিল।

# বুৰঞ্জীৰ গবেষক বেণুধৰ শৰ্মা

শ্ৰীকমলেশ্বৰ চলিহা

ভগৱতীপ্ৰসাদ বৰুৱাৰ লগে-গ'লে লগা বন্ধু আছিল বেণুধৰ শৰ্মাদেৱ। ভগৱতীপ্ৰসাদে সাহিত্যিকসকলক বহিৱলৈ এখন ৰবণীৰা পাৰি থৈ নিজৰ জীৱন উচৰ্গা কৰিলে আৰু তেওঁৰ বন্ধুৱে জীৱন উচৰ্গা কৰি গ'ল দিহিঙে-দিপাঙে ফুৰি বুৰঞ্জীৰ সমল বিচাৰি। ইতিহাসক কওঁ 'ইতিবৃত্ত, কান্ত কৰা মুখৰ বচন। কিন্তু ভগৱতী-বন্ধু বেণুধৰৰ সমস্ত জীৱনৰ ধন অক্ষাপ্ত, অক্ষয় হৈ থাওক।'

গুৱাহাটীত যিসকল সাহিত্যিক মোৰ চিনাকি, সেইসকলৰ ভিতৰত বেণুধৰ শৰ্মাদেৱে সকলোৰে অগ্ৰজ। অসম সাহিত্য সভাৰ আজীৱন সভ্য জিতেন্দ্ৰকুমাৰ দাস যোৰহাটৰ দাস কোম্পানীৰ প্ৰতিষ্ঠাতা। তাতে তৰুণ বেণু শৰ্মাদেৱক মোৰ প্ৰথম দেখা। তেওঁৱেই সতীৰ্থ নকুলচন্দ্ৰ ভূঞা প্ৰায় একে পথৰে পথিক। দুয়োৰে চকুত তেতিয়া ৰোমাঞ্চ যাৰ কেন্দ্ৰত অসমীয়াৰ বাপুতি সাহোন বিহুগীত।

বিহুগীতৰ উন্মাদনা শৰ্মাদেৱৰ মুখত কেতিয়া থমক খালে নেজানো—কিন্তু ভাৰতত তেতিয়া নতুন শঙ্খধ্বনিৰ নিনাদ শুনিবলৈ পোৱা গ'ল। পাঞ্চজন্যত সুদৰ্শন আছিল কিন্তু এইটো শঙ্খত সুদৰ্শন নাই—আছিল যঁতৰ।

বিহুগীতৰ পিছত এই যঁতৰ ঘূৰিল চাৰিওৰ অদূৰে বিদূৰে। চাৰিওৰঁ বিং শুনিছিলোঁ তাতে আৱিৰ্ভাব হোৱা ৰাম দুৱৰাৰ বেলপাতৰ চিকিৎসা মেলাত। ড° হৰকান্ত দুৱৰা তেতিয়া শৰ্মাদেৱৰ বন্ধুতাৰ পাশত যেৰ খোৱা। ইয়াৰ বাহিৰেও শৰ্মাদেৱৰ আৰু দুজন বন্ধুৰ নাম ইয়াত লেখি থলে মহাভাৰত অশুদ্ধ নহয়—বৰং শৰ্মাদেৱৰ কলিকতাৰ প্ৰবাসী জীৱনত এই তিনিজন প্ৰখ্যাত নিৰঞ্জন। লক্ষ্মীনাথ ফুকন, ৰত্নকান্ত বৰকাকতী আৰু বেণুধৰ শৰ্মা তিনিজনেই যেন এজন।

Charity begins at home—চাৰিওতেই বন্ধুতাৰ পোহাৰ মেলি শৰ্মা-দেৱে বিশ্ববন্ধু হ'বলৈকে যেন আগবাঢ়ি আছিল। চাৰিওৰ বাহিৰেও গোটেই ভাৰতত তেওঁ লক্ষ লক্ষ গাঁও দেখা পালে—যাৰ অধিবাসীসকল নিৰক্ষৰ, দৰিদ্ৰ

আৰু পৰগণানত। এই গাঁওবোৰত অজস্ৰ যঁতৰ ঘূৰিবলৈ ধৰিলে আৰু বগলী পাখি যেন নিৰ্মল শুভ্ৰ বগা খাদিৰ কাপোৰ বাবে বাবে ওলাল।

যঁতৰেই সুদৰ্শনৰ কাম কৰিলে আৰু ভাৰতবৰ্ষ দাসত্বৰ শৃংখল সোলোকাই পেলাব পাৰিলে।

শৃংখল গ'ল সঁচা, কিন্তু দাৰিদ্ৰ্য আৰু নিৰক্ষৰতা—এই দুই আজিও গগন-চুম্বি। সূৰ্যৰ পোহৰক ম্লান কৰি দিব পৰা এই দুইটিৰ কালিমাও আছে। শিল্প, বাণিজ্য আৰু বিদ্যা নাথাকিলে স্বাধীনতাৰ অৰ্থ নাই। সেইবাবে শৰ্মাদেৱে এই নতুন মূৰ্তি গ্ৰহণ কৰিলে। চাৰিওফালে খুলিলে এখন দোকান—'আমাৰ দোকান' নাম দি আৰু লগে লগে নিজৰ সব্যসাচী-প্ৰতিম কাপ-শৰ মৈলাম তূণত ভৰ্তি কৰিয়াই অজস্ৰ শৰ বৰ্ষণ কৰিবলৈ ল'লে নিৰক্ষৰতা অসুৰক দমন বা দখল কৰিবৰ বাবে। নানা ঠাইৰ নানা সমল গোটাই শৰ্মাই 'টোকোৰা বাহৰ কুটা' সাজি ল'লে। সোণোৱালী আঁহৰ তাত চিকমিকনি।

শৰ্মাদেৱৰ এইবাৰ যাত্ৰা অব্যাহত হৈ চলিল। কিন্তু বুৰঞ্জী? বুৰঞ্জীৰ তথ্য সদায় অদল-বদল হৈ থাকে। আজি যিটো সত্য, পৰহিলৈ সেইটো গোকাট অসত্য বুলি প্ৰতিপন্ন হয়। সত্যৰ অপলাপো বুৰঞ্জীৰ বচকে কৰে। সেইবাবে ৰবীন্দ্ৰনাথে ইতিহাসক (ইতিবৃত্ত) 'মুখৰ' অৰ্থাৎ বহুবক্তা হ'বলৈ বাধা দি গৈছিল। কিন্তু শৰ্মাদেৱৰ বুৰঞ্জীৰ সুৰ সুকীয়া। অসমৰ য'ত গৌৰৱ আছে সেই বুৰঞ্জীৰ বাণীয়েই সঁচা। য'ত অসমৰ কলঙ্ক আছে সেইকথা অসত্য। এনে spirit অৰ্থাৎ এনে ভাৱধাৰা লৈ শৰ্মাদেৱৰ জয়যাত্ৰা গুৱাহাটীৰ জয় দুৱাৰৰ (সুনমাটি) পৰা সন্ধ্যাচললৈকে সুৰাগপুৰৰ পূব-দক্ষিণ খোটালিটোৰপৰা বাতৰি কাকতে, আলোচনীয়ে, অভিভাষণে নিখুঁত নিভাঁজ সৰগ-শুৱলা নিৰহ-নিপানী খাঁটি অসমীয়া ভাষাত জীৱন মধ্যাহ্নৰপৰা অপৰাহ্ণ আৰু সায়াহ্নকাললৈকে ওলাই থাকিল। লগে লগে শৰ্মাদেৱৰ পুথি-ভঁৰালত 'জোনাকী যুগৰ'পৰা বৰ্তমানৰ 'প্ৰকাশ' যুগলৈকে বাছকবনীয়া পুথিসমূহেৰে ভৰি পৰিল।

অন্তিম কালৰ আগে আগে তেওঁৰ প্ৰশ্ন আছিল এই পুথি-ভঁৰালটোৰ কি হ'ব? 'ষ্টেটচমেন' কাকতত ওলোৱা আপুৰুগীয়া ফটো, লণ্ডনৰ পুথি-ভঁৰালৰ লগত যোগাযোগ কৰা চিঠিপত্ৰ, তাৰ বাহিৰেও নানা আধা-লেখা ৰচনাৰে সমৃদ্ধ হৈ শৰ্মাদেৱৰ পুথি-ভঁৰাল বিয়োগান্ত দৃশ্যৰ সমুখত ম্লান পৰি গ'ল।

সময়ৰ হাত বৰ নিষ্ঠুৰ। ৰতাহ, ৰৰষুণ আৰু প্ৰকৃতিৰ সন্তান কীট-

পতঙ্গই তাৰ ওপৰত অবাধ লীলা চলাই। শৰ্মাদেৱে ১৯৮০ চনৰ শেষ ভাগত মোৰ আগত কেৱল কৈ গৈছিল (মোৰপৰা কোনো সহায় আশা কৰি নহয়) যে, শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰৰ যি এটি শাখা-সত্ৰ গুৱাহাটী নাৰেঙ্গী-পথত স্থাপিত হৈছে, তাতে এই পুথি ভঁৰালৰ যথাসৰ্বস্ব অৰ্পণ কৰি, যদি আধুনিক বিজ্ঞান-সম্মতভাৱে ৰক্ষণা-বেক্ষণ কৰি ৰাইজৰ উপকাৰত অহাকৈ স্থাপন কৰিবপৰা হয় শৰ্মাদেৱে আনন্দ পাব।, শৰ্মাদেৱে এগৰাকী তৰুণ শিক্ষিত ব্যৱসায়ী উদ্যোগ-পতি এজনৰ নাম মোক কৈছিল। তেওঁ শ্ৰীযাদৱচন্দ্ৰ ভূঞা, একালৰ অসমীয়া কাকতৰ সহকাৰী সম্পাদক হৈ আছিল। শ্ৰীশ্ৰীদক্ষিণপাটৰ অধিকাৰ প্ৰভুৰ সহযোগত এই পুথি-ভঁৰাল স্থাপিত হ'লে গুৱাহাটীৰ এটি প্ৰাচীন গবেষণাগাৰ ৰূপে এই পুথি-ভঁৰাল উপযোগী হ'ব। শৰ্মাদেৱৰ আত্মা বিশ্বাত্মাত মিলিল কিন্তু তেওঁৰ কাৰ্য্যাৱলী আমাৰ মাজত থাকিবও অনেক অনেক কাল।

বেণুবাণী যদিও নীৰৱ,  
তাৰ প্ৰতিধ্বনি হ'ব অসমীয়াৰ গৌৰৱ।

# পাতালসন্ধানী বেণুধৰ শৰ্মা

শ্ৰীৰাম গোস্বামী

সাহিত্যিক হৈছে অভিজ্ঞতাৰ পৰ্যবেক্ষক, প্ৰবন্ধক আৰু প্ৰতিবেদক। সাহিত্যিক অনেক আছে—যাৰ লেখা আমাৰ ভাল নালাগে। তেওঁলোকৰ বক্তব্যৰ প্ৰতি আমাৰ কোনো ধৰিবলগীয়া অভিযোগ নাথাকিব পাৰে। কিন্তু তেওঁলোকৰ লেখাৰ ভঙ্গী, শব্দৰ প্ৰয়োগ আমাৰ মনঃপূত নোহোৱাৰ বাবে আমি তেওঁলোকৰ প্ৰবন্ধ বা গ্ৰন্থ পঢ়ি সোৱাদ নাপাওঁ। লেখাৰ ভাষাত বা বাক্য-গঠনত দোষ থাকিলে পাঠগ্ৰহণত খোকোজা লাগে, আমাৰ চকু আৰু মনে কষ্ট পায়। অনেক বক্তাৰো ভাষণ আমাৰ ভাল নালাগে। কাৰণ, তেওঁলোকে সাৰগৰ্ভ কথা ক'লেও তেওঁলোকৰ বাচনভঙ্গী শ্ৰুতিমধুৰ নহয়, ভাষণ নিৰ্দোষ হ'লেও কথা কোৱাৰ শৃঙ্খলাৰ অভাৱত সেই ভাষণ হৈ পৰে আমনিদায়ক। এই কথাখিনিৰে মই স্মৰণ কৰিছোঁ বেণুধৰ শৰ্মাক—যাৰ ভাষা "ৰসে ভৰপূৰ বচনে মধুৰ" বুলি কোৱা হয়। সঁচাকৈয়ে, বেণুধৰ শৰ্মাই লেখিছিল ভাল, কৈছিল ভাল। তেখেতৰ টুকুৰা-টুকুৰ কথাবিলাক ইমান মনোগ্ৰাহী আছিল যে সেইবোৰ সযত্নে সংৰক্ষণ কৰি ৰাখিবপৰা হেঁতেন, আমাৰ ভাষাৰ ভঁৰাল বহুত চহকী হ'লহেঁতেন। তেখেতৰ লগত বিজনৰ এবাৰ কথা-বতৰা হৈছে তেওঁ নিশ্চয় মানুহজনৰ কথা কোৱাৰ ধৰণ, শব্দ প্ৰয়োগত পৰম সন্তোষ লভিছে। বেণুধৰ শৰ্মাৰ বিশেষত্ব আছিল ইয়াতে যে তেখেতে যেনেকৈ কৈছিল ঠিক তেনেকৈয়ে লিখিছিল। তেখেতৰ কথিত ভাষা আৰু লিখিত ভাষাৰ কোনো পাৰ্থক্য নাছিল। এক নিৰস বিষয়বস্তুকো তেখেতে বহল সানি বৰ্ণনা কৰিব জানিছিল। বুৰঞ্জীৰ নিচিনা বা পুৰাতত্ত্বৰ নিচিনা এটা ঐতিহাসিক নথি-পত্ৰেৰে বৈশিষ্ট্য, অল্পজনপ্ৰিয় বিষয় এটাক তেখেতে নিজস্ব প্ৰতিভাৰে ৰসাল কৰি তুলিছিল আৰু সমূহ শ্ৰোতাৰ মন সহজে আকৰ্ষণ কৰিছিল। তেখেতৰ বক্তৃতা বহুত শুনিছিলোঁ, অনেক সভা-সমিতিত লগো পাইছিলোঁ। বিস্তৰ অভিজ্ঞতাৰে বেণুধৰ শৰ্মাই তেখেতৰ সাহিত্য ধৰ্ম পালন কৰিছিল। এই অভিজ্ঞতাবোৰ আছিল বাটকুৰি বাই উজাইতে যুটলি ফুৰা অসমৰ পুৰণি

কলা-সংস্কৃতি, ৰুকথা-যোজনা, কিংবদন্তি, আখ্যান-উপাখ্যান, জগতে পুৰণি পুথিপাজি, উৰলি যোৱা, খোঁৱা-চাণ্ডত থকা সাঁচিপাত-তুলাপাত। এইবোৰৰ তেখেত আছিল ক্লান্তিহীন পৰ্যবেক্ষক, প্ৰবন্ধক আৰু প্ৰতিবেদক। তেখেতৰ কলমত, বক্তৃতাত আৰু আলাপ-আলোচনাত অসমৰ সোণৰ সঁফুৰা মেল খাইছিল। তেখেতৰ ঐতিহাসিক প্ৰতিবেদনত অসমৰ মানুহে নিজৰ জীৱন্ত স্বৰূপটো উপলব্ধি কৰিছিল।

বেণুধৰ শৰ্মা মোৰ স্মৃতিৰ লগত সাঙোৰ খাই থকাৰ ব্যক্তিগত কাৰণো আছে। আমাৰ পৰিয়ালৰ লগত তেখেতৰ সম্বন্ধ আছিল অতিকৈ আপোন। গোলাঘাটত থকা আমাৰ মূল ঘৰখন আছিল তেখেতৰ ভাতঘৰৰ দৰে। কোনোৱে তেখেতক মাতিছিল ককা বুলি, কোনোৱে ৰবদেউতা, কোনোৱে দদা বুলি। সকলোকে নিমিষতে আপোন কৰি লব পৰা অদ্ভুত ক্ষমতা আছিল মানুহজনৰ। মেলত বহিলে কথাৰ অন্ত নাই, শদিয়াৰপৰা ধুবুৰীলৈকে সকলো বতৰা কোৰাল গতিত কৈ যাব, মাজে মাজে ৰগৰ তোলা খুহটীয়া কথাবোৰ! নকৰ লগা কথা কোনোবাই ক'লে বেণুধৰ শৰ্মাই কিন্তু ডাবি-ধমকিৰে থকা-সৰকা কৰিব। অৱশ্যে ঘৰৰ সকলোৱে জানে তেখেতে 'হক কথাকে' কৈছে। আচলতে মানুহজন বৰ ভলভলীয়া, ভুলকৈ শব্দ উচ্চাৰণ কৰিলে তেখেতে যোজনা-পটন্তৰ দি পানী যেনেকৈ বুজাই দিব খোজে। আমাৰ পৰিয়ালৰ জীয়াৰী-বোৱাৰী, পো-নাতি সকলোৱে আঁতিগুৰি, জন্মনক্ষত্ৰ তেখেতৰ জনা আছিল আৰু মুখ মেলিলেই তেখেতে আমাৰ বংশ পৰিচয়ৰ বিতং বিৱৰণ দাঙি ধৰিছিল। ৰবদেউতা পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ তেখেত আছিল জীৱনীকাৰ। আমাৰ ঘৰত এনে কাগজপত্ৰ নাই, যিবোৰ বেণুধৰ শৰ্মাই তন্নতন্নকৈ চালি জাৰি চোৱা নাই। ৰবদেউতালৈ দিয়া আন আন মানুহৰ চিঠিবোৰ তেখেতে বহুকষ্টে পঢ়ি সেইবোৰৰপৰা তেখেতৰ প্ৰয়োজনীয় সমল বাছি উলিয়াইছিল। পণ্ডিত তীৰ্থনাথ শৰ্মাদেৱে কবৰ দৰে, বেণুধৰ শৰ্মা আছিল পাতালসন্ধানী। উজনী অসমলৈ তেখেত যখনাই গৈছিল আৰু আমাৰ ঘৰত ৰাতিটো বা সপ্তাহটো বং-তামাচা কৰি পাৰ কৰিছিল। ধুমুহাৰ-দৰে কেতিয়াবা তেখেত গৈছিল, আহিছিল, মেল-সবাহ, বিয়া-বাক, সভা-সমিতিবোৰত লাগি আছিল। কিমানবোৰ মেল-মিটিঙলৈ তেখেত গৈছিল সেইবোৰৰ লেখজোখ নাছিল। কাগজে-পত্ৰে মাত্ৰ নাম ওলাইছিল যখনাই হৈ

থকা সভা-সমিতিৰ কথা। আজি তেখেত চাৰিওত, কালিলৈ ডিব্ৰুগড়। সাহিত্য সভা, ধৰ্মীয় সভা, নাচিত মেলা, মণিৰাম দেৱানৰ স্মৃতিসভা, শোকসভা, ছাত্ৰসভা, নাটকসভা, চেমনীয়াৰ মৌ-মেল, ৰাজহুৱা পুথি-ভঁৰালৰ বাৰ্ষিক অধিবেশন, ভৱন মুকলি উৎসৱ, বৃক্ষৰোপণ, জনশিক্ষা অভিযান আদি বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানত বেণুধৰ শৰ্মা আছিল মুখ্য অতিথি বা সভাপতি। গাঁৱে-ভূঞে তেখেতৰ যশ বৈ বৈ গৈছিল। জনসাধাৰণৰ মনবোৰ তেখেতে বঢ়িয়াকৈ বুজিছিল আৰু তেওঁলোকে ভালপোৱা, বুজিপোৱা কথাবোৰ যোজনা পটন্তৰ লগাই কৈ গৈছিল।

বেণুধৰ শৰ্মাৰ মুখত যেনেকৈ শুনিছিলোঁ গঙ্গাগোবিন্দ ফুকন, গোবিন্দ বেজবৰুৱা, আনন্দৰাম ঢেকিয়ালফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা, বেণুধৰ ৰাজখোৱা, কনকলাল বৰুৱা, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, বিষ্ণুৰাম মেধি, গোপীনাথ বৰদলৈ, অম্বিকাগিৰী ৰায়চৌধুৰী, সূৰ্যকুমাৰ ভূঞা, ডিম্বেশ্বৰ নেওগ, বিৰিঞ্চিকুমাৰ বৰুৱা প্ৰভৃতিৰ গুণানুকীৰ্তন, ঠিক তেনেকৈ শুনিছিলোঁ—মেকলে, হটন, ফুলাৰ, ৰাকাৰ, বেন্টিঙ্ক, গৰ্ডন, গেইট, কানিংহাম, স্মিথ, ৰেড, পেম্বাৰটন, ৰবিনচন্‌চ্, কেম্বেল, বাটলাৰ্ আদি চাহাবসকলৰ কীৰ্তিকলাপ। বেণুধৰ শৰ্মাই চাহাবী ঢঙত চাহাবৰ কথাবোৰ কৈ গৈছিল; এইবোৰ কাম তেখেতৰ বাবেহে সম্ভৱ হৈছিল আৰু সমূহ দৰ্শক শ্ৰোতাই এইবোৰ কথাত ৰস পাইছিল, মন দি তেখেতৰ ভাষণ শুনিছিল।

সঁচাকৈয়ে, বেণুধৰ শৰ্মাৰ দৰে মানুহ বিৰল। ব্যক্তিগত অভাৱ অনাটনে কোনোদিনে তেখেতৰ উদ্যম, সাহিত্য চিন্তা আৰু দেশপ্ৰেম কমাব নোৱাৰিলে। পাছলৈ দেহ আৰু মনত অৱসাদ আহিলেঁও তেখেতৰ সত্তা আছিল অটুট আৰু অদমিত।

বেণুধৰ শৰ্মা আছিল বিস্তৰ পঢ়াশুনা কৰা লোক। কিতাপ-পত্ৰ পঢ়ি তেখেতে পৰম তৃপ্তি পাইছিল। জ্ঞান-অৰ্জন কৰা তেখেতৰ পুৰণি অভ্যাস। এই অভ্যাস তেখেতে মৃত্যুৰ আগলৈকে ভজবজীয়া কৰি ৰাখিছিল। পুথি-ভঁৰাল আছিল বেণুধৰ শৰ্মাৰ অতি আদৰৰ অনুষ্ঠান, ইয়াৰ দ্বাৰা তেখেত উপকৃত হৈছিল। ন-পুৰণি কিতাপবোৰৰ মাজৰপৰা তেখেতৰ প্ৰয়োজনীয় তথ্যপাতি বিচাৰি দিওঁতে মই তেখেতৰ ঐতিহাসিক বিষয়ৰ প্ৰতি থকা ব্যাপক গভীৰতাৰ স্পষ্ট ইঙ্গিত

পাইছিলোঁ। পুথি-ভঁৰালত থকা অনেক ধৰণৰ কিতাপ তেখেতে মনোযোগেৰে পঢ়িছিল। আইন-ই আকবৰী, এচিয়াটিক ৰিচাৰ্চ, ইষ্ট ইণ্ডিয়া কোম্পানি, খ্ৰীষ্টিয়ান মিজেন, জাৰ্মান ওৰিয়েণ্টেল ছোচাইটি, জাৰ্নেল অৱ দি এচিয়াটিক ছোচাইটি, কেলকাতা ৰিভিউ, জন ক্লাক মাৰ্ছেল, জেমছ কাৰ্গুচন, ট্ৰেভেলিয়ান, ফা-হিয়েন, ফ্ৰীডৰিক মেক্সমুলাৰ, বেণীমাধৱ বৰুৱা, ৰয়েল এচিয়াটিক ছোচাইটি, সুনীতিকুমাৰ চট্টোপাধ্যায়, সুকুমাৰ সেন, বেপ্টিছ মিছন, কোচবিহাৰৰ ইতিহাস আদি বিষয়ৰ প্ৰতি তেখেতৰ অধ্যয়ন গভীৰ হৈ পৰিছিল। পুথি-ভঁৰালত নোহোৱা দুষ্প্ৰাপ্য গ্ৰন্থ তেখেতে মাজে সময়ে বিচাৰি আমাক ব্যতিব্যস্ত কৰিছিল আৰু কলিকতাৰ ইম্পিৰিয়েল লাইব্ৰেৰীৰ ( আজি নেচনেল লাইব্ৰেৰী ) উদাহৰণ দিছিল। অনেক প্ৰবন্ধ তেখেতে পঢ়িছিল, টোকা লিখিছিল, মোক পঢ়ি শুনাইছিল। ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ কোনো কোনো প্ৰবন্ধ তেখেতৰ মনঃপুত নোহোৱাত তেখেতে নিজৰ অভিমত যুক্তিৰে সৈতে দাঙি ধৰিছিল। তেখেতৰ বুৰঞ্জীৰ প্ৰধান বিষয় প্ৰসঙ্গ আছিল অসমৰ জনসাধাৰণ। জনসাধাৰণৰ লগত জড়িত কিংবদন্তি, অতীত কাহিনী, ফকৰা-যোজনা, ভাষা ঐতিহ্যৰ প্ৰতি তেখেত আছিল সদায় সচেতন। য'লৈকে গৈছিল, তেখেতৰ অনুসন্ধানী মনটোৱে এইবোৰ উপাদানৰ পম খেদি ফুৰিছিল। সময় উলিয়াই এইবোৰক ভিত্তি কৰি তেখেতে প্ৰবন্ধ লিখিছিল, দহজনৰ আগত বক্তৃতা দিছিল। অৱশ্যে, তেখেতৰ উদ্দেশ্য উপাদানসমূহৰ সন্ধেদ দিয়াতে সীমাবদ্ধ নাছিল। তেখেতৰ কলমত ইতিহাস আৰু সাহিত্যৰ যোগ্যতম সহযোগ ঘটিছিল। বাস্তৱিকতে, বেণুধৰ শৰ্মা আছিল অসমৰ পুৰণি ইতিহাস আৰু অসমীয়া লোক-সংস্কৃতিক মনে-প্ৰাণে ভাল পোৱা সাহিত্যিক। সাহিত্যিকৰ দৃষ্টিভঙ্গীৰেই তেখেতে বুৰঞ্জীৰ তথ্য বিচাৰি ফুৰিছিল। দেশাত্মবোধক সাহিত্য সম্ভাৰেৰে তেখেতে অসমীয়া ভাষাজননীক মৃত্যুৰ আগমুহূৰ্তলৈকে সেৱা কৰি গ'ল।

মৃত্যুৰ দুমাহৰ আগৰ ঘটনা এটা মোৰ মনত পৰিছে। গুৱাহাটী জিলা পুথি-ভঁৰাল ভৱনৰ তলত থকা অসামৰিক প্ৰতিৰক্ষা অফিচত সেইসময়ত কাম কৰি থকা কৰ্মচাৰী শ্ৰীবেজবৰুৱাই উধাতু খাই ওপৰলৈ উঠি আহি মোৰ কামত সোমাই খবৰ দিলেহি যে বেণুধৰ শৰ্মা আহিছে আৰু তলতে বৈ আছে, মোক বিচাৰিছে। মই কাম কৰি আছিলোঁ। টেবুলৰ ফাইল টেবুলতে পেলাই মই একেকোবেই তল পালোঁহি। দেখিলোঁ বেণুধৰ শৰ্মা, অসামৰিক প্ৰতিৰক্ষাৰ

কাৰাগাৰতে চকী এখনত বহি আছে, চকু জপোৱা, শৰীৰ অৱশ, দীঘল দীঘলকৈ উশাহ টানিছে। লক্ষ্য কৰিলোঁ, তেখেতৰ শৰীৰৰ অৱস্থা ভাল নহয়। কাষত ঠিয় হৈ প্ৰশ্ন কৰিলোঁ, "কিয় আহিল?" "কোন? বাম নে কি?" 'হয়' বুলি শলাগিলোঁ। তেখেতে ক্ষীণ হাঁহি এটা মাৰি হাতেৰে ইচাৰা দিলে ওচৰতে বহিবলৈ। উশাহটো দীঘলকৈ মাৰি কোপাই কোপাই মোক শুধিলে, "...তোমাৰ লাইব্ৰেৰীত পুৰণি 'জয়ন্তী' আছে নে?...প্ৰথম বছৰৰ সংখ্যাবোৰ মই চাওঁ...।" মই কোৰাকোৰিকৈ গবেষণা কৰুলৈ গলোঁ; তাৰপৰা বন্ধাই থোৱা পুৰণি জয়ন্তীৰ কেইটামান খণ্ড আনি তেখেতৰ কাষত থলোঁ। "মোৰ লিখা কি আছে চোৱা" ...চকুহুটা মুদি তেখেতে মোক জয়ন্তী কেইখন চাবলৈ ক'লে। মই এখন এখনকৈ জয়ন্তী মেলি সূচীপত্ৰবোৰত চকু ফুৰালোঁ আৰু তাত থকা তেখেতৰ প্ৰবন্ধ কেইটাৰ নাম কলোঁ। দুখনমান তেখেতে নিজেও হাতত লৈ চালে, পাত লুটিয়ালে। দুটা এটা প্ৰবন্ধৰ নাম ক'লে, ক'ত ওলাইছিল সম্ভব পাহৰিলে। আমি সকলোৱে তেখেতলৈ লক্ষ্য কৰিলোঁ, যেন অতীতৰ কিবা এটা মনত পৰি মনটোৱে থেৰ্গি ফুৰিছে, গভীৰ অথচ বিষণ্ণ চকুহুটাই অতীত স্মৃতিৰ অন্বেষণত কিবা বিচাৰিছে। ..."মই একাপ চাহ খাওঁ, গৰম চাহ লাগে,...এটা চিগাৰেট আনিবা, কেপষ্টান চিগাৰেট..." মই তুৰন্তে ব্যৱস্থা কৰিলোঁ। মানুহজনৰ কষ্ট দেখি মনত বৰ দুখ লাগিল। যি বেণুধৰ শৰ্মাৰ ধমকিত গছৰ পাত সৰে, যাৰ হাঁহিৰ কোলাহলত সকলো বজন-জনাই যায়, যাৰ খোজ-কাটলত হাবি-বননি, বাজবাট, গো-বাট একেকাৰ হৈ পৰে, সেইজন কৰ্মঠ পুৰুষক বাৰ্ধক্যই ক্ৰমাৎ মৃত্যুৰ দুৱাৰদলিলৈ টানি নিছে! হাত থমকি গৈছে, মগজুৰ ভাগৰ লাগিছে! চাহ-কাপ পৰম তৃপ্তিৰে খাই চিগাৰেটটো হাতত ল'লে। বেজবৰুৱাই জলাই দিলে। দহ-পোনৰ মিনিট কাৰো মাত-বোল নাই। মই নিস্তব্ধতা ভঙ্গ কৰি তেখেতক শুধিলোঁ, "এতিয়া ক'লৈ যাব?" দুৰ্বল মাতটোৰে ক'লে, "বিহাবাৰীৰ সুৱাগপুৰলৈ...।" বেজবৰুৱা, দাস, বৰা প্ৰভৃতি কৰ্মচাৰীসকলৰ প্ৰত্যেকৰে বংশপৰিচয়, পিতৃপৰিচয় ল'লে। সকলোৰে আঁতিগুৰি তেখেতৰ জনা আছে। প্ৰত্যেকজনৰে ককাক আইতাক তেখেতৰ যেন বহুদিনৰ চিনাকি।

বিক্সা এখন মাতি আনি বেণুধৰ শৰ্মাক ধৰি-মেলি আমি বহুৱাই দিলোঁ। বিক্সাচালকক শৰ্মাদেৱক বিহাবাৰীৰ ঘৰত থৈ আহিবলৈ বুজাই মেলি দিওঁতে বিক্সাচালকে ক'লে যে সি বুঢ়াবাবুক বঢ়িয়াকৈ চিনি পায়। তাৰ বিক্সাত তেখেত

কেইবাবাৰো উঠিছে। এদিন কথাবত তাৰ বিয়াখন বথাই মৃত্যাবাবু কৰলৈ গৈছে, তাতো একোবাৰ ঠাইত ছুটকা দিছে।

অসুখত পৰি থাকোঁতে বেণুধৰ শৰ্মাই মোলৈ মাজে সময়ে খবৰ পঠাইছিল। কঁপা হাতেৰে চিঠিও লিখিছিল। এবাৰ মই চৰকাৰী বিষয় এটাৰ সংক্রান্ত তেখেতলৈ চিঠি এখন দিছিলোঁ ডাকযোগে। দুৰ্ভাগ্যবশতঃ তেখেতৰ ঠিকনাটোত 'সুৱাগপুৰ' নামটো ভুলকৈ লিখা হ'ল। তেখেতে চিঠিখন নাৰাখি বানানটো অশুদ্ধ বুলি ওভটাই পঠালে। এসপ্তাহৰ মূৰত এখন পোষ্টকাৰ্ড চিঠি আহিল। বেণুধৰ শৰ্মাৰ হাতৰ আখৰ দেখিয়েই ধৰিব পাৰিলোঁ। লেখিছিল, 'মোলৈ চিঠি দিলে বানান ভুলকৈ নেলেখিবা। ইংৰাজী ভাষাত মোলৈ চিঠি লেখা ঠিক নহয়। শুদ্ধকৈ ঠিক কথাটো নেলেখাৰ বাবে ডাকযোগে অহা চিঠিখন নললোঁ। বেয়া নাপাবা, চিঠিত কি বতৰা আছিল, নাজানো।" এবাৰ এখন চিঠিত তেখেতে লেখিছিল, "বাই শাক মৰলীয়া, মই শুধৰাই থোৱা প্রেছকপি 'চটাই চ'ৰাৰ কথা' কিতাপটো ( একেটা কপি মাথোন ) নতুন পাতনিৰে সৈতে থৈছিলোঁ, তাকো কোনোবাই লৈ গ'ল। সেইদেখি তোমাৰ লাইব্রেৰীত থকা কিতাপ এখন এই পত্ৰবাহকৰ হাতত দি পঠাবা। মই নকল কৰাই বা প্রেছত দি, আকৌ ঘূৰাই দিম। যদি মোৰ বাহিৰে কাৰো হাতত দিব নোখোজা, তেন্তে মযে় চলিয়াই-কলিয়াই সেইখিনি ওলাম গৈ।" আৰু এখন চিঠিত আছিল এনেদৰে,…"আজিকালি মোৰ প্ৰায় মৃতাবস্থা। কিতাপ-পত্ৰ যি আছিল লুলুংকৃত্য কৰিলে। যিখিনি আছে, তোমাৰ তালৈকে পঠিয়াই দিম বুলি ভাবিছোঁ…। ওপৰলৈ উঠিব পৰা হ'লে মযে় তোমাৰ তালৈ গলোঁহেঁতেন"…ইত্যাদি। অৱশ্যে কিতাপ-পত্ৰ অনা নহ'ল। এটা পুৰণি চিঠিৰ টোপোলা, আৰু কেইখনমান বাতৰি কাকতৰ দুবা এটা মানুহ এজনে আনি মোৰ হাতত দিলেহি। শৰ্মাদেৱে মানুহজনৰ যোগেদি বহুতো কথা মোক জনাইছিল। সেইবোৰ আছিল তেখেতৰ অভিমান মিশ্রিত দুখৰ কাহিনী। পুৰণি কাগজ-পত্ৰ, প্রবন্ধ-নিবন্ধ, আনকি আগৰদিনৰ বৰ বৰ লোকৰ ফটো পৰ্যন্ত তেখেতে বহু কষ্টৰে গোটাই থুৱিছিল। তেখেতৰ বাবে পঢ়াশুনা কৰা কোঠাটো আছিল প্ৰাণসৰ্বস্ব। ইয়াৰপৰা কুটা-এগছো হেৰফেৰ হোৱাটো তেখেতে ভাল নাপাইছিল। মৃত্যুৰ কিছুদিনৰ পূৰ্বে আমেৰিকাত থকা অসমীয়া ডেকা এজনৰ যোগেদি শৰ্মাদেৱে বেপ্টিষ্ট মিছনেৰি ডক্টৰ নেথান ব্রাউন আৰু মাইলছ ব্ৰনছনৰ পুৰণি ফটো দুখন সংগ্ৰহ কৰিছিল।

এই দুখন জনগণ-হিতৈষী চাহাবৰ প্ৰতি তেখেতৰ গভীৰ শ্ৰদ্ধা প্ৰকাশ পাইছিল। বেজবৰুৱাৰ পৰ্যাই তেখেতৰ পুৰণি কাগজ-পত্ৰ, ফটো, বাতৰি-কাকত, প্ৰবন্ধ, অভিনন্দন-পত্ৰ আদি সকলোতে ৰবাৰ ষ্টাম্প কৰাই লোৱা তেখেতৰ নামটোৰ ছাপ মাৰি থৈছিল। শেষৰকালে তেখেতৰ মনত মানসিক আৰু আত্মিক বিক্ষোভে দেখা দিছিল। এই বিক্ষোভ আছিল তেখেতৰ সাহিত্য চিন্তা আৰু সাহিত্য কৰ্মৰ প্ৰতি থকা অতিমাত্ৰা আকৰ্ষণ আৰু মমতা। অফুৰন্ত অনুসন্ধিৎসাই তেখেতৰ মন-প্ৰাণ বৈচিত্ৰ্যময় কৰি তুলিছিল।

# বেণুধৰ শৰ্মা ৰজা, সেনাপতি নে বিপ্লৱী ?

শ্ৰীপদ্ম বৰকটকী

"শ্ৰী"ও নালাগে "দেৱ"ও নালাগে
বিশেষণো একো নাই … …
চাৰিং ৰজাৰ ৰাজদূত হৈ… …
খুটি যেন দেহা হাঁহি ভৰা মুখ
বহল বুকুত উৰ… … …
উঠোতে সাহিত্য বহোতে সাহিত্য
বেণুধৰ আশুতোষ ( আনন্দচন্দ্ৰ বৰুৱা )

পূৰা ১২৩ বছৰ ব্যৱধানত, একে ২৭ ফেব্ৰুৱাৰী তাৰিখে, পূৰা প্ৰায় একে সময়তে, চাৰিঙে অসমক দিয়া দুজন অদ্বিতীয় অসম-সিংহ স্বৰ্গগামী হ'ল : মণিৰাম দেৱান আৰু বেণুধৰ শৰ্মা। উভয়ৰে কিছুমান বিষয়ত আচৰিত সাদৃশ্য প্ৰণিধানযোগ্য। মণিৰাম দেৱানৰ নামত আগে-পিছে "শ্ৰী" "দেৱ" অমুক-তমুক আদি লিং-নেজ নি জাহিৰ কৰাৰ প্ৰয়োজন নাই, অকল মণিৰাম বুলিলেই যথেষ্ট। সেইদৰে বেণুধৰ শৰ্মাৰো নামৰ আগে-পিছে একো লগোৱাৰ প্ৰয়োজন নাই। "শ্ৰী" লিখা হয় মানুহজন জীৱিত আছে বুলি জনাবলৈ, বেণুধৰ শৰ্মাই জীৱিত কালত শেষলৈকে এনেকৈ গোজৰণী দি আছিল, যে তেওঁ জীৱিত বুলি প্ৰমাণ দিবলৈ 'শ্ৰী'ৰ সংযোগ কেৱল অবান্তৰেই নহয়, অৰ্থহীনো।

বেণুধৰ শৰ্মাৰ শ্ৰদ্ধাৰ চৰিত্ৰ আছিল মণিৰাম দেৱান, লাচিত বৰফুকন, মোমাই তামুলী, তুলাৰাম সেনাপতি, যুৱৰাজ টিকেন্দ্ৰজিৎ। এইসকলক নিজ নিজ ক্ষেত্ৰত "পৰম পুৰুষ" স্তৰত স্থাপন কৰিলে বেণুধৰ শৰ্মাই অকলে। সিমানকে কৰিও ক্ষান্ত হৈ নাথাকিল; প্ৰতিজনৰ মনৰ নোকোৱা কথাখিনি কি আছিল, তাকো বেণুধৰ শৰ্মাই সৰৱজানৰ দৰে বিশ্বাসযোগ্যকৈ লিখি থৈ গ'ল। যিসকলে বেণুধৰ শৰ্মাক বুৰঞ্জীবিদ্ বোলে, তেওঁলোকে তেখেতক বুজিব নোৱৰাৰ কাৰণেই সেইদৰে কয়। তাৰ ভিতৰতে অৱশ্যে এনেকুৱা দগাবাজও আছে যে বুৰঞ্জীবিদ্ বুলি শৰ্মাক কৈ থলে আচল সাহিত্যিক নহয় বুলি কোৱাৰ সুযোগ থাকিব। যিবিলাকে বেণুধৰ শৰ্মাক সাংবাদিক, বুৰঞ্জী-সাহিত্যিক, ভাষাৰ ওজা আদি বুলি কয় তেওঁবিলাকে অন্ধৰ হাতী দৰ্শনৰ দৰে শৰ্মাদেৱৰ লিখাৰ একোটা দিশৰ

কথাহে কয়। প্ৰকৃততে মনে-প্ৰাণে, আদৰ্শ ই, আন্তৰিকতাই বেণুধৰ শৰ্মা কিমান বিৰাট, সেই মূল্যায়ন ক'তো পঢ়া মোৰ মনত নপৰে।

এইখিনিতে এটা সঁচা কথাৰ প্ৰসংগ তোলোঁ। সিদিনালৈকে হুবহু ধৰি অসম বিদ্যুৎ পৰিষদৰ চেয়াৰমেন হৈ থকা শ্ৰীউমা শৰ্মা চেয়াৰমেন হৈয়েই শিৱসাগৰত থকা ভনীয়েক এজনীৰ ঘৰলৈ গৈছিল। লিখা-পঢ়া নকৰা ভনীয়েক, বুঢ়ী হৈছে। বহুত দিনৰ মূৰত লগ পাই সুধিলে ভনীয়েকে : তই পিছে এতিয়া কি হৈ আছিলি ?

উমা শৰ্মা : এইটোৰে যে লাইট জ্বলাৱ, সেইটোৰ একেবাৰে ওপৰৰ অফিচাৰটো মই।

ভনীয়েক : ভালেই হ'ল তেন্তে, আমাৰ লাইটৰ মিটাৰটোত বোলে বহুত পইচা উঠে ; তই চাহটোপা খাই মিটাৰটো ঠিক কৰি দি যাবিচোন।

বিদ্যুৎ পৰিষদৰ চেয়াৰমেনক লাইটৰ মিটাৰ ভাল কৰিবলৈ কোৱাদি বেণুধৰ শৰ্মাকো বহু তেনেকুৱা কাম কৰা বুলি প্ৰশংসা কৰে। বেণুধৰ শৰ্মাই লিখে ভাল, তেওঁ বুৰঞ্জীৰ বহু কথা জানে, তেওঁ সাংবাদিক, তেওঁ নিভাজ অসমীয়া, আদি। ওপৰত উল্লেখ কৰা সত্য ঘটনাটি পুনৰ উত্থাপন কৰোঁ— ভনীয়েকে মিটাৰ ভাল কৰিবলৈ কওঁতে উমা শৰ্মাই গহীনাই উত্তৰ দিলে : "ৰবিচোন, চাকৰিত সোমাইছোঁহে, ইমান দিন বেয়া হৈ থকা মিটাৰটো এতিয়াই তোক কেনেকৈ ভাল কৰি দিম।" বেণুধৰ শৰ্মায়ো আশুতোষ গুণেৰে যেয়ে যিহকে কয় তাকে "ওঁ" বুলি কয়। কাৰণ তেওঁ নিজে জানিছিল যে প্ৰশংসা বুটলি ফুৰাটো তেওঁৰ কাম নহয়। তেওঁৰ কাম হৈছে, বুৰঞ্জীৰ বুকুৰপৰা সাহসী, প্ৰতাপী, সৎ, ক্ষমতাশালী চৰিত্ৰ উলিয়াই আনি, সেইবোৰক জনমানসত প্ৰতিষ্ঠা কৰি জাতীয় চৰিত্ৰ গঢ়া, অসম গঢ়া, ভাৰতত অসমক অদ্বিতীয় কৰা। জাতীয় চেতনা জগোৱাত, জাতীয় জীৱনত মৃতসঞ্জীৱনী ঢলাত বেণুধৰ শৰ্মা একক আৰু অনন্য। বুৰঞ্জীৰ বিবিলাক চৰিত্ৰ জাতীয় জীৱনৰ কাৰণে মৃতসঞ্জীৱনী স্বৰূপ, সেইবিলাক চৰিত্ৰক code hero কৰি বেণুধৰ শৰ্মাই সাহিত্যত হাজিৰ কৰিলে বুলিব পাৰি। আৰু সেইবোৰ নায়কৰ যোগেদি বেণুধৰ শৰ্মাই নিজৰ মনৰ কথা খোলাখুলিকৈ কৈ গ'ল। 'পোন প্ৰথম স্বাধীনতাৰ যুদ্ধ'ত বেণুধৰ শৰ্মাই মোখনি মাৰিলে এই বুলি : বৃটিছৰ দমনচক্ৰই আগৰণুৱা কেইজনমানৰ আগ-চেষ্টা ফাঁচি-কাঠত পিহি পেলালে। নল মৰি ওলোৱা গজালিলৈ সেই অসম্পূৰ্ণ

কাম (অৰ্থাৎ মণিৰাম দেৱানইতৰ অসম্পূৰ্ণ কাম) সম্পূৰ্ণ কৰিবলৈ থাকি গ'ল। পূৰ্ণ স্বাধীনতাৰ অতৃপ্ত বাসনাত ডেইপুৰি মৰা আমাৰ ডেকা-শক্তিয়ে সেই সম্পদৰ সঁজাল ধৰাবই ধৰাব। "১৮৫৭ চনৰপৰা জগতত হেজাৰ-বিজাৰ বৃন্দাবন পুৰি ছাই হ'ল, অৱশেষত পাপৰ প্ৰায়শ্চিত্ত ৰূপে জাতিৰ হৈ লৰ্ড মাউণ্টবেটেনে কাতুৰ্বাদে মিনতি কৰিলেহি—অতীতক পাহৰি পেলোৱা। অত্যাচাৰ পাহৰিব পাৰি। কিন্তু সন্তাপ ক'লৈ যায়? যি মণিৰামে স্বাধীনতাৰ পৰিকল্পনাটি প্ৰথমে আউটি লয়, সেই মণিৰামৰ কাৰ্য-কল্পনাবোৰক নো অসমীয়াই কোন সতে পাহৰে?"—এয়া বুৰঞ্জী নে কি? কেতিয়াও নহয়। এইয়া সাহিত্য নে কি? কেতিয়াও নহয়। বৰঞ্চ বুৰঞ্জী, সাহিত্য, সন্ধানী, সাংবাদিক, আদি সকলোবে ওপৰলৈ গৈ জনতাৰ আন্তৰিক আহ্বানকে বেণুধৰ শৰ্মাই মণিৰাম দেৱান আদিৰ নামত অসমৰ, ভাৰতৰ জনগণৰ প্ৰতি কৰিছে। ইয়াত মণিৰাম দেৱানৰ নামত বেণুধৰ শৰ্মাই নিজৰ মনৰ কথা কৈছে। সেয়া সাহিত্য হৈছে নে বুৰঞ্জী হৈছে নে কি হৈছে, তালৈ তেওঁ ভ্ৰূক্ষেপ কৰা নাই। তেওঁৰ উদ্দেশ্য জাতীয় চেতনা জাগ্ৰত হ'ব লাগে, সদায়, আজিও, আগলৈকো।

সেই কাৰণে কওঁ, বেণুধৰ শৰ্মাই অকলে মণিৰাম দেৱান হৈ বিদ্ৰোহৰ অগ্নি আছিল, লাচিত হৈ অসমৰ সেনাপতিৰ ভূমিকা লৈছিল, মোমাই তামুলী হৈ প্ৰমাণ কৰিছিল যে পৰিশ্ৰম, অধ্যৱসায় আৰু একাগ্ৰতায় সংযোজিত প্ৰতিভাৰ আগত মানুহে পাতি লোৱা বংশগত বাহ্যিক মৰ্যাদা অতি তুচ্ছ আৰু প্ৰজাই ৰজাৰ শক্তি। মোমাই তামুলীৰ নিজৰ মনৰ কথা বেণুধৰ শৰ্মাই এইদৰে কৈছে: "চাওঁতা হলেই মোমাই তামুলী ন ৰূপত আকৌ ওলাবহি।"—এইবাৰেই আচল কথা—বেণুধৰ শৰ্মা মোমাই তামুলীও আছিল। তেওঁ আৰু আছিল কছাৰী বীৰ ভুলাৰাম সেনাপতি, মণিপুৰৰ যুবৰাজ টিকেন্দ্ৰজিৎ।

বেণুধৰ শৰ্মাৰ কাম কৰাৰ আদৰ্শ আছিল মিছনাৰি সদৃশ। খৃষ্টান মিছনাৰিসকলে 'অৰুনোদই' উলিওৱা, অসমীয়াত ব্যাকৰণ আৰু অভিধান লিখা, তেতিয়াৰ চৰকাৰক মতামতৰ বিৰুদ্ধে থিয় হৈ অসমীয়া স্বতন্ত্ৰ ভাষা বুলি প্ৰতিষ্ঠা কৰা আদি প্ৰসংগত বেণুধৰ শৰ্মাই লিখিলে: "গুংটো যেনেকৈ ৰৰলৰ, হাণ্ডোৰা কিটা যেনেকৈ বাঘৰ, শিংযোৰ যেনেকৈ মহৰ আক্ৰমণ আৰু আত্মৰক্ষাৰ বাবে অৱলম্বন, তোৰামোদ, শিয়ালবাগী দিয়া আৰু টাংটিঙালী কথা কোৱা তেনেকৈ যি মানুহৰ আত্মৰক্ষী স্বভাৱ; সেই মানুহবে ভুৰা আৰু চক্ৰান্তৰ

কলত যেতিয়া অসমীয়া ভাষাটো অসমবপৰা উঠি যোৱাৰ উপক্ৰম হৈছিল, তেতিয়া অসম-প্ৰবাসী আমেৰিকাৰ পাদ্ৰীসকলে হে তন্ময়া বণ কৰি বাকলী প্ৰাণবপৰা তাক ৰক্ষা কৰিলে।" এয়া সাহিত্য নে যুবকী? আৰে মূৰ্খক, সেই-বোৰ সাহিত্য বা যুবকী নহয়—বেণুধৰ শৰ্মাৰ আহ্বানহে। এই আহ্বানত বেণুধৰ শৰ্মাই কৈছে, তন্ময়া বণ কৰি দেশক, ভাষাক, জাতিক বাখিব লাগিব, ভুৱা চক্ৰান্তৰ বিৰুদ্ধে আমেৰিকান পাদ্ৰিৰ দৰে যুঁজি জিকিব লাগিব।

বেণুধৰ শৰ্মাই 'অৰুনোদই' প্ৰবন্ধৰ সামৰণিত অসমীয়া জাতিৰ একমাত্ৰ প্ৰতিনিধি হৈ উদাৰ কৃতজ্ঞভাৱে কৈছে: "অসমীয়া ভাষা যিমান দিন ব্ৰহ্মপুত্ৰৰ সোঁতৰ দৰে বৈ থাকিব, সিমান দিন অসমীয়া জাতিয়ে 'অৰুনোদই'ৰ কথা পাহৰিব নোৱাৰে আৰু সিমান দিনলৈকে আমেৰিকান বেপ্টিষ্ট অৰুণোদয়া পাদ্ৰীসকললৈ কৃতজ্ঞতাৰ শৰাই আগবঢ়াই থাকিব।" কৃতজ্ঞতা প্ৰকাশৰ এই মহত্ব বেণুধৰ শৰ্মাই নগৰ সাহিত্যিকসকলৰপৰা পালে নে? পাইছে নে? নাই পোৱা। কিন্তু এই কথা ঠিক যে অসমীয়া ভাষাই, অসমীয়াই, অসমে বেণুধৰ শৰ্মাক পাহৰি জীৱন ৰক্ষা কেতিয়াও কৰিব নোৱাৰিব। কাৰণ অসমৰ ৰজা-ঘৰৰ স্বাধীনতাৰ গৰ্ব, লাচিতৰ সাহস, মণিৰামৰ বিদ্ৰোহ আদি অসমীয়াৰ সকলো ভাল-খিনি তিলতিলকৈ একেলগ কৰি বেণুধৰ শৰ্মা মৃত্যুৰ পাছতো অসমৰ প্ৰতীক।

ইমানখিনি মহৎ গুণক প্ৰতিনিধিত্ব কৰিবলৈ যোৱা কাৰণেই বেণুধৰ শৰ্মা আচাৰ-ব্যৱহাৰ কথা-বাৰ্তাতো অদ্বিতীয় আছিল। বেণুধৰ শৰ্মা কোনোবা এখৰৰ চ'ৰা-ঘৰত বহি থাওক। তেওঁৰ প্ৰাণখোলা হাঁহি আৰু গৰ্গৰীয়া মাতে, চুবুৰীটোৰ সকলোকে বজাৰ ওচৰলৈ অনাদি আকৰ্ষণ কৰি আনিব। মেল-মিটিঙত বেণুধৰ শৰ্মা থাওক; বাকীবোৰ বক্তাৰ বক্তৃতা তেনেই তল পৰি যাব। বেণুধৰ শৰ্মা বজাৰ কৰিবলৈ যাওক, ভালবো ভাল বস্তুটো কিনিব। মই কলিকতাত থাকোঁতে বেণুধৰ শৰ্মাক আলহী হিচাবে পোৱাৰ সৌভাগ্য হৈছিল। সৰু ঘৰটোত তেখেতৰ কথা আৰু প্ৰাণখোলা হাঁহিয়ে ওচৰৰ এটাই কিঘৰৰ মানুহ টানি আনিলে। তেখেত গুচি অহাৰ পাছত এজন চুবুৰীয়া শিক্ষকে মন্তব্য কৰিছিল 'ৰাজপুৰুষ'। নিউ মাৰ্কেটত এদিন বজাৰ কৰিবলৈ যাওঁতে এজন আমেৰিকানলৈ আঙুলিয়াই কৈছিল: "চোৱা, সেইটো মানুহে দুফালে দুবোজা বস্ত লৈছে; কিন্তু এনেকৈ কাবলতিৰ তলত লৈছে যে মানুহ-জনৰ শক্তি বুজিব পৰা হৈছে। আমাৰ মানুহৰ দৰে টোপোলাকিটা হাতত ওলোমাই কেলেং-মেলেংকৈ যোৱা নাই। বুজিছা, সকলোৱে ভালটো লব লাগে।"

# ভাষা-বিশ্বকৰ্মা বেণুধৰ শৰ্মা

শ্ৰীহেম বুঢ়াগোঁহাঞি

আধুনিক অসমীয়া ভাষা-সাহিত্যৰ নিপুণ কাৰিকৰ, কথাশিল্পী, ভাষা-বিশ্বকৰ্মা বেণুধৰ শৰ্মা দেউতাৰ লেখনিয়ে মোক ছাত্ৰ অৱস্থাৰপৰাই আকৰ্ষণ কৰিছিল। মোৰ দৃষ্টিত তেখেতৰদৰে নিভাঁজ অতুৰা ঠাঁচ, জনজীৱনৰ মাজত সততে প্ৰচলিত ট-ট-কৈ জিলিকি থকা শব্দৰ সম্ভাৰেৰে বাখৰুৱা বাক্যৰ কণ্ঠহাৰ তৈয়াৰ কৰিব-পৰা অসমীয়া লেখক ওলোৱা নাই। সেয়ে তেখেতৰ লেখনিত মুগ্ধ হৈ মই মানুহজনক এবাৰ চাবলৈ আৰু কথা পাতিবলৈ আশা কৰিছিলোঁ। অসমৰ বিভিন্ন ঠাইত অনুষ্ঠিত সাহিত্য সভাৰ মহাতীৰ্থতে তেখেতক খন্তেকৰ কাৰণে লগ পাইছিলোঁ যদিও কেইবা ঘণ্টা দীঘলীয়াকৈ লগপোৱাৰ সুযোগ এটি এদিন আহিছিল।

১৯৬৫ চন। ৩ এপ্ৰিল।

শিৱসাগৰ উন্নয়ন-খণ্ডৰ সৌজন্যত খিতাইপুখুৰী হাইস্কুল প্ৰাঙ্গনত অনুষ্ঠিত যুৱ-উৎসৱলৈ তেখেত আহিছিল। আগদিনাই তেখেঁত আহি সাহিত্যিক বন্ধু ভবক কাকতিৰ ঘৰতে আলহী হৈ আছিছিলহি। সেইদিনা মই গৈছিলোঁ। সন্ধ্যা ঘৰলৈ ঘুৰিবৰ সময়ত গম পালোঁ শৰ্মাদেৱৰ অহাৰ কথা। সেইদিনা মই দেখা-নকৰাকৈ পিছদিনা পুৱাই তেখেতক লগ ধৰাৰ কথা ভাবি ঘৰমুৱা হলোঁ।

পিছদিনা পুৱা ৭ মান বজাতে গৈ কাকতিৰ ঘৰত মই উপস্থিত হলোঁগৈ। পদূলি-মুখতে কাকতিয়ে মোক দেখি ৰংমনে আগবাঢ়ি আহি ক'লে, "মই এইবাৰ শৰ্মা দেউতাৰ লগত আপোনাক এৰি সভাৰ কাম কৰিবলৈ আজৰি পাইছোঁ।" শৰ্মাদেৱৰ মলা ধপাতৰ চিলিমটো বাতে অলপো খালী নহয় তাৰ বাবে সঘনে চকু দিবলৈ কাকতিয়ে মোক দায়িত্ব দিলে।

শৰ্মাদেৱে ইতিমধ্যে পুৱাৰ চাহ-জলপান খাই বাতৰি কাকত চোৱাত ব্যস্ত। শৰ্মা দেউতাক নমস্কাৰ জনাই তেখেতৰ নিৰ্দেশত সন্মুখৰ চকীখনতে মই বহিলোঁ। তেখেত মোলৈ চাই ক'লে, "তোমাক আজি নেৰিছোঁ, তুমি আহোম নে বুৰঞ্জ ক'ব লাগিব।"

"মই মোৰ কথা নকওঁ। আপুনিয়েই ক'ব লাগিব।" মই কলোঁ।

তেখেতে হোঁকা টানি টানি বাতৰিখিন থৈ কৈ গ'ল—সাতঘৰীয়া আহোমৰ বংশ পৰিচয়ৰ কথা। মই শুনি থাকোঁতে কাকতিয়ে দিয়া দাৰিদ্ৰৰ প্ৰতি লক্ষ্য ৰাখি চিলিমটো সুধাই নেৰাখলৈ ভনীজনীক মাতিলোঁ। ভনীজনীয়ে এমোকোৰা হাঁহি লৈ চিলিমটো পুনৰ কাৰ্যক্ষম কৰি আঁতৰি গ'ল।

শৰ্মা দেউতাৰ মলা ধপাতৰ গোন্ধ লৈ মই কথাবোৰ শুনি গ'লোঁ। মই জানো, তেখেতক প্ৰশ্ন কৰিলেই প্ৰশ্নকৰ্তাজনে কেৱল শুনিবহে লাগে; উত্তৰ দিবহ-নিপানীকৈ তেখেতে তজৰজীয়া মাতেৰে দি যায়। কথাৰ মাজত জতুৱা ঠাঁচ, শুদ্ধ উচ্চাৰণ, আধুনিক মানুহৰ মুখত নুকুটা শব্দবোৰ সংযোজন কৰি কোৱা কথাবোৰ শুনি গ'লোঁ। শৰ্মাদেৱে যিটো উচিত বুলি ভাবে, সেই ঠাঁচতে কথা কয়, সেই ঠাঁচতে লিখে।

আহোম বুৰঞ্জীৰ বহুত কথা কোৱাৰ পিছত পুনৰ তেখেতে মোক প্ৰশ্ন কৰিলে: "তোমাৰ বংশৰ কথা কলোঁ, তুমি নোসোধা নে মই কি? মই বামুন নে, গণক নে, নে টিলিঙা বজোৱা লোক?"

মই হাঁহি মাৰি ক'লোঁ, "আপুনি মোৰখিনি ক'লে, এতিয়া আপোনাৰখিনি নক'লে বিষয়বস্তু আধকৰা হৈ ৰব। মই কেৱল শুনিমহে।"

শৰ্মাদেৱে নিজ বংশৰ ইতিবৃত্ত কৈ গ'ল। শেষত কেনেকৈ সত্ৰাধিকাৰে তেখেতক সত্ৰৰ সংৰক্ষণ কৰা সাঁচিপতীয়া পুথিপাজিসমূহ দেখুৱালে তাকো ক'লে। কিন্তু তেখেতক বোলে গতানুগতিক শিষ্যক শৰণ দিয়াৰ দৰে গুৰুৱে শৰণ নিদিলে। তেখেতক গুৰুৱে বোলে কৈছিল, "শৰ্মা সত্ৰলৈ মৰম নেৰিব"।

তেখেত এজন সুদক্ষ পুৰানচিবিদ্ আৰু এজন সজাগ বুৰান্‌চিবিদ্। বহু গোষ্ঠীৰ তেখেতে ইতিবৃত্তি জানিছিল। এইখিনি হয়তো তেখেতে যৌৱনকালত বিভিন্ন গাঁৱে-ভূঁয়ে ভ্ৰমি ফুৰাৰ বাস্তব অভিজ্ঞতাৰ ফল।

যৌৱনকালত শৰ্মাদেৱে সাহিত্য বুৰঞ্জী বিচাৰি উজনিখন্দ চলাথ কৰা কথা তেখেতৰ কথাৰপৰাই গম পালো। জেঠ মাহৰ টিকা ফটা ৰ'দ নেওচা দি পাট-সাৰেঁ। ডাক বঙলাৰপৰা চুৰিয়া কোঁচাই দ' নাঙলধোৱা পথাৰৰ মাজে মাজে আহি বকতাৰ মাহখোৱা বাৰীৰ গৰিয়া হুৰৰীৰপৰা চিকন সৰিয়হৰ গীত উদ্ধাৰৰ চেষ্টা কৰিছিল যদিও বিফল হৈছিল। কেনেকৈ বিভিন্ন গাঁৱৰ বৃদ্ধ-বৃদ্ধাৰ মুখৰপৰা ফকৰা-যোজনা আপুৰুগীয়া শব্দ সংগ্ৰহৰ আপ্ৰাণ চেষ্টা কৰিছিল তাকো মোৰ

আগত দিবৰিলে। মোক পুনৰ পুৰণি গীত-মাত উদ্ধাৰ কৰিবলৈ প্ৰেৰণা দিছিল। চিকনৰ গীত উদ্ধাৰৰ বাবে সন্ধান লবলৈয়ো ক'লে। শৰ্মাদেৱে বঢ়িয়াকৈ বুজিছিল, জন-জীৱনতেই মহান সাহিত্যৰ উৎস থাকে। জন-জীৱনৰ আপুকণীয়া সম্পদ, কৃষ্টি সংস্কৃতি উদ্ধাৰ কৰিবলৈ জন-জীৱনৰ লগত নিবিড়ভাৱে জড়িত হ'ব নোৱাৰিলে, হিয়াৰ কুন্ধীলৈ প্ৰবেশ নকৰিলে জাতিৰ মহান সাহিত্য সৃষ্টি নহয় বাবেই আজিৰ ডেকাচামক এনে মহান কামত ব্ৰতী হ'বলৈ আহ্বান কৰিছিল।

মোৰ জন-সাহিত্য, বুৰঞ্জী বিষয়ৰ দুটি এটি প্ৰবন্ধ অ'ত ত'ত পঢ়িবলৈ পোৱা কথা উল্লেখ কৰি তেখেতে মোক যিখিনি কৈছিল সেয়া চিৰদিন চিৰকাল মোৰ মনত থাকিব।

আমাৰ কথা প্ৰায় তিনি ঘণ্টা চলিল। ৫।৬ বাৰমান মই চিলিমটোৰ প্ৰতি লক্ষ্য কৰি ভনীজনীক মাতিছিলোঁ। শেষত তেখেতে মোক সুধিছিল, "থাক হেম! মই যে ইমান মলা হুপি থাকোঁ তুমি কেনেকৈ জানিলা?"

"আপোনাৰ এই অভ্যাসৰ কথা মই আগৰেপৰাই জানো।" মই হাঁহি কলোঁ।

বাস্তবিকতে শৰ্মাদেউতাক ধপাত হুপি থাকোঁতে মোৰ ইমান ভাল লাগিছিল সেই কথা মনত পৰিলে আজিও স্মৃতি সজীৱ হয়। মোক কোৱা কথাবোৰ ইমান আন্তৰিকতাপূৰ্ণ আছিল, সেইবোৰ মই যেন প্ৰকাশ কৰিব নোৱাৰো এনে ভাব হয়।

কাকতিৰ ঘৰৰ সন্মুখত এখন মোটৰ বৈ গ'ল। সাহিত্য সভাৰ সম্পাদক হৰিপ্ৰসাদ নেওগ আহিছে। মই নেওগ অহাৰ কথা তেখেতক কলোঁ। তেখেতে হাঁহি মাৰি ক'লে, "ভাল কথা, অথনিৰেপৰা দুজনে কথাৰ সাগৰ মথিছিলোঁ; এইবাৰ ত্ৰিবেণী সঙ্গম হ'ব।"

মুখত এমোকোৰা হাঁহি লৈ নেওগ সোমাই আহি সম্ভাষণ জনালেহি।

এই সময়কণতে মই শৰ্মাদেৱক সুযোগ পাই প্ৰশ্ন কৰিলোঁ, "দেউতা, আপুনি বুৰঞ্জীৰ বহু কথাই লেখিলে, কিন্তু জয়মতী বুৰঞ্জী লেখা নাই কিয়?"

"লেখিম নে কি? সঁচাকৈ?" তেখেতে কথাষাৰ কৈ মোৰ চকুলৈ এবাৰ চাই ৰ'ল।

ময়ো তেখেতলৈ চালোঁ।

"লেখিব তেন্তে" তেখেতে ক'লে।

কিছুদিনৰ পিছত 'মণিদীপ'ত জয়মতীৰ প্ৰবন্ধ ওলাল। তিনিটা সংখ্যাত প্ৰকাশ পোৱা"এই প্ৰবন্ধই মোক হতাশ কৰিলে। কাৰণ শৰ্মা দেউতাক এই প্ৰবন্ধ লেখিবলৈ হয়তো মৰেই প্ৰস্তাৱ আগবঢ়াইছিলোঁ। কিন্তু জয়মতীক যে তেখেতে এনেকৈ মৰণোত্তৰ পৰীক্ষা কৰিব ভবা নাছিলোঁ। মূঠতে তেখেতে জয়মতী বুৰঞ্জীক হত্যা কৰিলে। কিয় ?

জয়মতী জানো সাধুকথাৰ পৰী ?

শৰ্মাদেৱে জয়মতীৰ মৰণোত্তৰ পৰীক্ষা কৰোঁতে বুৰঞ্জীৰ চিকিৎসক হিচাবে অক্ষম চিকিৎসক হৈ গ'ল। ভৱিষ্যৎ বুৰঞ্জীৰ চিকিৎসকে শৰ্মাক এই পৰীক্ষাত শূন্য নম্বৰ দিব।

এই কথা মই তেখেতক কৈছিলোঁ।

জয়মতী লাইথেপেনা বৰগোঁহাঞিৰ জীয়েক, গোবৰ বজাৰ বোৱাৰী ; লাঙি গদাপাণিৰ পত্নী। তেওঁ আহোম বা অসমীয়া গাভৰুৱেই নহয়, এগৰাকী মহীয়সী সতী, সত্যাগ্ৰহী,পতিপ্ৰাণা নাৰী ; তেওঁৰ আদৰ্শ মানুহৰ আদৰ্শ, জগতৰ আদৰ্শ। জয়মতী অসমীয়াৰ, ভাৰতীয়ৰ আৰু পৃথিবীৰ মানুহৰ আদৰ্শ। জোৱান অব আৰ্কৰ আদৰ্শ জানো কোনো এক গোষ্ঠী, কোনো এক দেশৰ বা কোনো এক সময়ৰ ? আদৰ্শণীয়া এগৰাকী নাৰী সৰ্বকালৰ বাবেই সকলো মানুহৰ আহিঁ স্বৰূপ।

জয়মতীৰ বুৰঞ্জীৰ প্ৰতি মই সৰুৰেপৰা আকৰ্ষিত। দেউতাই এই প্ৰেৰণা মোৰ অন্তৰত সৰুকালতেই জগাইছিল। শৰ্মাদেৱৰ প্ৰবন্ধই মোৰ চিন্তাত জুই জ্বলাই দিলে। জয়মতী কেতিয়াও সাধুকথাৰ পৰী হ'ব নোৱাৰে। জয়মতীক বিচাৰি উলিয়াব লাগিবই। শেষত জয়মতীক বিচাৰি পালোগৈ টাই ভাষাৰ এখনি বুৰঞ্জীত। ইতিমধ্যে শ্ৰীলীলা গগৈ, শ্ৰীমানিক বৰগোঁহাঞি আদিয়ে বেলেগ বেলেগ বুৰঞ্জীত জয়মতীক বিচাৰি পালেই। জয়মতীৰ সম্পূৰ্ণ বুৰঞ্জীৰ বাবে বৰ্তমানলৈকে প্ৰকাশিত বুৰঞ্জীবোৰেই যথেষ্ট নহয়।

জয়মতীক সাধুকথাৰ পৰী সাজি বেণুধৰ শৰ্মাই বৈৰীভাৱে বুৰঞ্জী উদ্ধাৰৰ প্ৰেৰণাহে যোগাইছে এনে লাগিলে। তেখেতে যিখিনি বুৰঞ্জী হাতত পালে তাকে চালি-জাৰি চাই মন্তব্য কৰিলে। তদুপৰি উজনি অসমত অনেক ব্যক্তিগত লোকৰ ঘৰত থকা জাপ-জাপ বুৰঞ্জীৰ তথ্যসমূহে যে এদিন বুৰঞ্জীৰ চিকিৎসকৰ মৰণোত্তৰ পৰীক্ষাটো নাকচ কৰিব সেই কথালৈ পাহৰি গ'ল।

প্ৰায় ১০ বছৰমানৰ পিছত এদিন গুৱাহাটীলৈ যাবলৈ ওলাওঁতে শিৱসাগৰ বাছ ষ্টেচনতে তেখেতক লগ পালোঁ। তেখেতো ঘৰমুৱা হৈ বাছলৈ আহিছে। মোৰ 'লেছেৰি ঘোটলা বুৰঞ্জী'খনৰ কথা কৈ মোক তেখেতে শলাগি বহিলে। পিছত মন্তব্য এটাও দি পঠালে।

গুৱাগপুৰ
গুৱাহাটী-৮
৩।৪।৭৬

মৰমৰ বুঢ়াগোঁহাঞি,

তোমাৰ 'লেছেৰি ঘোটলা বুৰঞ্জী' পঢ়ি নতুন জ্ঞানৰ ৰাজ্যত সোমালোঁ। ভালেমান নজনা কথা জানিলোঁ। এৰা, এনেকুৱা বুৰঞ্জী কথাহে আচল বুৰঞ্জী। এনেকৈ গোটাই গোটাই পাছত সঙ্কলিতকৈ বাহুল্য বুৰঞ্জী লেখিব পাৰি। সঁচাকৈয়ে হেম, মই বিচাৰি ফুৰা বস্তুকে তোমাৰ কিতাপখনত পালোঁ।

তোমাৰ লেখা ঠাঁচটো মই ভাল পোৱাটোৱেই। মৰম লবা। ইতি—

শ্ৰীবেণুধৰ শৰ্মা

গুৱাহাটীৰপৰা ঘৰমুৱা হ'বলৈ টিকট কিনিলোঁ। আকৌ হঠাৎ বাছ ষ্টেচনতে তেখেতক পালোঁ। তেখেতে মোক ঘৰলৈ যাবলৈ লগ ধৰিলে। কিন্তু ইতিমধ্যে মই টিকট লোৱা কথা কোৱাত একো নেমাতি ক'লে, "গুৱাহাটীলৈ আহিলে আমাৰ ঘৰলৈ তুমি আহিবা।" মই কথা দিলেঁা; কিন্তু কেইবাবাৰ গলেঁা যদিও মোৰ তেখেতৰ ঘৰলৈ যোৱা নহ'ল—সময়ৰ অভাবত।

দুয়ো একাষৰীয়া হৈ কথা পাতি থাকোঁতে মই কলেঁা, "দেউতা আপুনি জয়মতী মৰণোত্তৰ প্ৰবন্ধটি তাহানি খিতাইপুখুৰী হাইস্কুলৰ সভালৈ যাওঁতে ডম্বৰু কাকতিৰ ঘৰতে মোৰ শ্ৰদ্ধাৰ দাবীত লেখিবলৈ কৈছিলেঁা যাবেই লেখিলে; কিন্তু জয়মতীক এনে ৰূপত সজাব বুলি ভবা নাছিলেঁা। আপুনি জয়মতীৰ বুৰঞ্জীক হত্যা কৰিলে। কিয় এনে কৰিলে?"

শৰ্মাই ক'লে, "মই পোৱা বুৰঞ্জীখিনিকে চালি-জাৰি চাই এনে কৰিলেঁা। কিন্তু অন্তৰ্নিহিত কথাটো হ'ল জয়মতী বুৰঞ্জী যদি ক'ৰবাত আছে ওলাওক, এনে ভাবিয়েই লেখিলেঁা।"

"আপোনাৰ এই পৰীক্ষা এদিন মিছা বুলি প্ৰমাণিত হ'ব দেউতা।" মই কলোঁ।

"খৰ ভাল পাম। তেতিয়া শুধৰণী দিম। আছে বুলি জুনাই কোৱাৰ প্ৰয়োজন নাই কিন্তু নাই, বুলি ক'লেহে থকাটোৰ আচল ৰূপ প্ৰকাশ পায়।" তেখেতে ক'লে।

ইতিমধ্যে বাছৰ সময় হোৱাত তেখেতৰপৰা বিদায় লৈ উজনি-মুৱা হলোঁ।

এৰা, শৰ্মা ডাঙৰীয়াৰ ওলোটা প্ৰশ্ন বহুবাৰ পাইছোঁ। জয়মতী গ্ৰন্থৰ বাবে তেখেতৰ মৰণোত্তৰ পৰীক্ষা প্ৰবন্ধটি প্ৰকাশৰ বাবে অনুমতি বিচাৰোঁতেও তেখেতে এখন চিঠিত লেখিছিল, "জয়মতী কুঁৱৰী কাহানি হ'ল ?" জয়মতী কুঁৱৰী হোৱা কথাটোৰ ব্যাখ্যা মই নিদিলেও হ'ব। আমাৰখন দেশত পুৰুষৰ উপাধিয়েই বিয়াৰ পিছত নাৰীৰ উপাধিত উন্নীত হয়। তুংখুঙীয়া কোঁৱৰ গদাপাণিয়ে বিয়া কৰালে জানো লাইথেপেনাৰ জীয়েক জয়মতীৰ বৰগোঁহাঞি হে উপাধি থাকিব ?"

জয়মতী কুঁৱৰী গ্ৰন্থ সম্পাদনাৰ কথা শুনি তেখেতে মোলৈ ২৫।১১।৭৯ তাৰিখে চিঠিত লেখিছিলে।

মৰমৰ হেম,

তোমাৰ উদ্যমটো শলাগিছোঁ। মোৰ হাতত 'জয়মতী—মৰণোত্তৰ পৰীক্ষা' প্ৰবন্ধটো নাই। তুমি ব্যৱহাৰ কৰিব পাৰাঁ। কিন্তু হাত ফুৰাই চুটি কৰিবা। ইতি—

শ্ৰীবেণুধৰ শৰ্মা
সুৰাগপুৰ, গুৱাহাটী
২৫।১১।৭৯

আৰু এখন চিঠিত তেখেতে প্ৰবন্ধটিৰ শুধৰণী দিবলৈ আছে বুলি লেখিছিলে। কিন্তু শুধৰণী দিবলৈ হয়তো তেখেতৰ সময় নহ'ল। এতিয়া আমি এই প্ৰবন্ধটি পুনৰ প্ৰকাশৰ বেলিকা কিনো শুধৰণী আছিল তাকে ভাবি উৰাদিহ হেৰুৱাইছোঁ। কাৰণ ইতিমধ্যে জয়মতী—সাধুকথাৰ পৰী নহয়, সম্পূৰ্ণ মানবীৰূপে জয়মতীয়ে আমাৰ আগত দেখা দিছে। জয়মতী বুৰঞ্জী উদ্ধাৰৰ আশা কৰি জয়মতীক সাধুকথাৰ পৰী বোলা মানুহজনৰ এই শুধৰণীটো নথকাও হয়তো এনে এজন মহান অসমীয়া ভাষা-সাহিত্যপ্ৰেমী, বুৰানচিবিদ, পুৰানচিবিদ্‌ক অনাগত বুৰঞ্জীবিদে উৎখাত কৰাৰ সমল হব।

শৰ্মা দেউতাৰ আত্মাই প্ৰেৰণা দিয়ক, শুধৰণী দিয়ক, সাধুকথাৰ পৰী জয়মতী নহয়, তেজ-মঙহৰ এগৰাকী অসমীয়া জীয়ৰী।

# বেণুধৰ শৰ্মাৰ ব্যক্তিত্ব

শ্ৰীযুগল দাস

মানুহৰ ব্যক্তিত্ব অনেক উপকৰণৰ এক ৰাসায়নিক সংমিশ্ৰণৰ যৌগিক পৰিণতি। ব্যক্তিত্বনো আচলতে কি? ক'ত থাকে, কেনেকৈ থাকে, ভাবিলে বিমোৰতহে পৰিব লাগে। মানুহৰ গঢ়-পিত, খোজ-কাটল, কথা-বতৰা-জ্ঞান-বিদ্যা—এইবোৰে ব্যক্তিত্বৰ গঢ় দিবও পাৰে, নিদিবও পাৰে। মানুহৰ শাৰীৰিক, মানসিক, নৈতিক আৰু আধ্যাত্মিক,—সকলো গুণৰ মথনৰ পিছতহে ব্যক্তিত্ব বোধ হয় বিৰিঙি ওলায়। মোৰ বোধেৰে বেণুধৰ শৰ্মাদেৱ, সকলো উপকৰণেৰে সমৃদ্ধ হৈ নিটোল ব্যক্তিত্বৰ অধিকাৰী হৈছিল। শৰ্মাদেৱ অসমীয়া পকা থেকেৰা, জ্ঞানে গৰকা, আৰু খোজত মেদিনী কঁপোৱা লোক আছিল। পকা থাহী ছাগলী খোজ কাঢ়িলেই তাৰ ভৰিৰ মেটেক্-মাটাক্ শব্দই থাহীটো যে পুৰঠ, তাৰ ইংগিত দিয়ে। সেইদৰে ব্যক্তিত্ব-সম্পন্ন মানুহ এগৰাকীয়ে বাটে-পথে, মেলে-মিটিঙে ভুমুকি মাৰিলেই যেন তেওঁৰ ব্যক্তিত্বই শব্দ কৰে, মানুহক তেওঁ আকৰ্ষণ কৰে। শৰ্মাদেৱ দেখনে-শুৱনে আছিল এজন গাথলু পুৰুষ, নাক-মুখ কুন্দত কটা নাছিল। কিন্তু গাত চেলেংখন লৈ, হাতত টোকোন ডালেৰে দপ্‌দপাই যিটো খোজ লয়, সেই খোজত মেদিনী কঁপি উঠে—বলিষ্ঠ খোজ। মোৰ বোধেৰে শৰ্মাদেৱ আছিল নিৰ্ভাজ খাচ অসমীয়াৰ মূৰ্ত প্ৰতিনিধি। শৰ্মাদেৱক একোটা মুহূৰ্তত চক্ৰেটিছ যেনো লাগিছিল।

তেখেতৰ সান্নিধ্যলৈ আহিবলৈ পাই নিজকে পৰম ভাগ্যবান বুলি গণ্য কৰিছিলোঁ। ভয়ে ভয়ে কাষ চাপি অভয় মন্ত্ৰৰ কবচ বান্ধি আহিলোঁ। তেখেতৰ অভ্যৰ্থনাতো অসমীয়াৰ আচল ৰূপটো ওলাই পৰিছিল। তেখেতৰ সম্ভাষণত অতিচাৰ নাই আৰু কৃত্ৰিমালিও নাই,—অভ্যাগত তেহেলেই নতুনেই হক বা পৰিচিতই হক। সকলো কথাতে শৰ্মাদেৱক পোনপটীয়া পাইছিলোঁ।

মই 'অসম-বাণী' কাকতখনত, শিল্পাচাৰ্য্য ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱৰ চমু জীৱনী এটা প্ৰকাশ কৰিছিলোঁ—নামকৰণ কৰা হৈছিল 'প্ৰতিমা ধনিকৰ

ইন্দ্ৰেশ্বৰ বৰঠাকুৰ'। এইটোৱেই বোধ হয় ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱৰ বিষয়ে প্ৰথম প্ৰকাশিত জীৱনালেখ্য। ইয়াৰ পিছত অৱশ্যে আৰু এটি নাতিদীৰ্ঘ জীৱনী অসম সাহিত্য সভা পত্ৰিকাত প্ৰকাশিত হৈছিল। অসম বাণীৰ প্ৰবন্ধটিত বৰঠাকুৰদেৱৰ ধনিকৰী প্ৰতিভাৰ উপৰিও অসমত প্ৰতিমা নিৰ্মাণৰ যুৱজীৱ খুলযুল এটা আভাস দিবলৈ চেষ্টা কৰা হৈছিল। শৰ্মাদেৱ বৰঠাকুৰৰ গুণগ্ৰাহী আছিল, তাত সন্দেহ নাই। কিন্তু প্ৰবন্ধত যুৱজীৱ গোন্ধ থকাত-তেখেতৰ বাবে মনঃপুত হৈছিল হবলা। মই বিল্লা এথনত উঠি পাণবজাৰৰপৰা বেলৰ দলঙেৰে পল্টনবজাৰৰ ফালে গৈ আছিলোঁ। শৰ্মাদেৱৰ আনটো যুৱৰপৰা সেই চিৰপৰিচিত টোকোনডাল হাতত লৈ গপ্‌গপাই আহি আছিল। ভেটাভেটি হোৱাৰ লগে লগে মোক নমস্কাৰ এটি দিবলৈ সুযোগ অকণ নিদিয়াকৈ শৰ্মা-দেৱে মাত দিলে, "দাস নামাচোন"। মই নমস্কাৰ জনাই নমাৰ লগে লগে হৰিৰ মনেৰে কথলৈ ধৰিলে, "এৰা, জীৱনী লিখিলে, এইদৰে লিখিব লাগে। তোমাৰ ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱৰ বিষয়ে লিখা চমু জীৱনীটো ভাল হৈছে।" মই শৰ্মাদেৱৰ এই আশীৰ্বাদীয়া নিৰ্মালি লভি পৰম কৃতাৰ্থ মানিলোঁ। কৃতজ্ঞতাৰে ধন্যবাদ জনালোঁ। পেটে পেটে অনুমান কৰিলোঁ, বৰঠাকুৰদেৱৰ জীৱনীৰ সমলতকৈ শৰ্মাদেৱে যুৱজীৱ সম্ভাৱৰ গোন্ধ পাইহে পৰিতৃপ্ত হৈছিল নিশ্চয়।

শৰ্মাদেৱ কথা-বতৰা, চিন্তা-চৰ্চা আৰু লিখনিত নিভাঁজ অসমীয়া আছিল; জিভাৰ জুতিও আছিল খাৰ-খৰিচাত, কাহুদি-খাৰলিত। এদিন শৰ্মাদেৱক বজাৰত লগ পালোঁ। শৰ্মাদেৱে সেই বয়সত নিজে বজাৰ বেহাবলৈ অহা কথাত অলপ আচৰিতেই হৈছিলোঁ। কিন্তু উৰহী গছৰ ওৰ ক'ৰবাত। মোক শৰ্মাদেৱে ক'লে, "দাস, আহাচোন এপদ বস্তু বেহাওঁ।" মই তেখেতক অনুসৰণ কৰিলোঁ। বজাৰৰ এচুকত বহা এজন বুঢ়া অসমীয়া দোকানীৰ দোকানৰ আগত থিয় হ'ল আৰু গছৰ শিপা কিছুমানৰ দৰ-দাম সুধিলে। মই কি গছৰ শিপা অনুমান কৰিব পৰা নাছিলোঁ। সুধিলেও লাজ পোৱাৰ ভয়ত নিমাতে থ'লোঁ। তেখেতে মূল্য দি ডাবে ছভালমানৰ এটা পোলা বন্ধাই ল'লে আৰু মোৰ হাতত ছভাল দিলে; লগে লগে ক'লে, "এইবোৰ কিহৰ শিপা তু পোৱা নে? নোপোৱাটো স্বাভাৱিক। এইবোৰ শিমলু পুলিৰ শিপা। এই-বোৰৰ টোচ গুছাই গাখীৰত সিজাই খাবা। পায়স যেন লাগিব। ই খাবলৈকো

ভাল আৰু শক্তিবৰ্দ্ধক। ইয়াক মাজে-মধ্যে খাই থাকিব পাৰিলে তোমাৰ গাত ডেকা মানুহৰ বল সদায় পাবা।"

মই ঘৰত শৰ্মাদেৱে কোৱামতে প্ৰস্তুত কৰি লোৱাৰ লগোঁ। ভাল জলপান। ই যে শক্তিবৰ্দ্ধক সেই কথা শৰ্মাদেৱৰ চাৰিকুৰি বছৰীয়া তজবজীয়া জীৱনেই জ্বলন্ত প্ৰমাণ আছিল।

# বেণুধৰ শৰ্মালৈ তৰ্পণ

**শ্ৰীতৰুণচন্দ্ৰ পামেগাম**

মৰমৰ বৰকটকী,

স্বৰ্গীয় বেণুধৰ শৰ্মাৰ সোঁৱৰণী গ্ৰন্থ এখনি আপোনালোকে উলিয়াব বুলি শুনি অতিশয় আনন্দ পাইছোঁ। তেখেতৰ পৰিচয় সম্পৰ্কত মোৰপৰা কিবা এটা বিচাৰিছে। মইনো কি লিখিম! তেখেতে তেখেতৰ পৰিচয় নিজেই দি গৈছে। তথাপি তেখেতৰ সম্পৰ্কত কিবা এটা লিখিব পৰাটো মোৰ কাৰণেই এটা সৌভাগ্যৰ বিষয় হ'লহেঁতেন। কিন্তু সীমিত জ্ঞানৰ বাহিৰেও পুথি-পাজি মেলি এটা গধুৰ প্ৰবন্ধ যুগুত কৰাৰ শাৰীৰিক অক্ষমতা হেতু মনৰপৰা মচ নোখোৱা দুই এটা সোঁৱৰণিৰ লিপিকাকে শ্ৰদ্ধাৰে আগবঢ়ালোঁ।

স্বৰ্গীয় বেণুধৰ শৰ্মাৰ সুযোগ্য পুত্ৰ শ্ৰীঅজিতকুমাৰ শৰ্মা একালৰ যোৰহাট চৰকাৰী উচ্চ বিদ্যালয়ৰ একেসময়ৰ বিদ্যাৰ্থী আছিল। অধ্যাপক শৰ্মাই আৱশ্যক-বোধে মাজে সময়ে চিঠিপত্ৰ দিয়ে। কৃতী শিক্ষক হিচাপে ৰাজ্যিক পুৰস্কাৰ-প্ৰাপ্ত লোকসকলৰ তালিকাত বাতৰি কাকতত মোৰ নামটো পাই তেখেতে আনকি ৰাজনৈতিক বন্দীহিচাপে থাকিও ১৯৭৬ চনত কাৰাগাৰৰপৰাও অভিনন্দন জনাই চিঠি দিছিল। স্বৰ্গগত শৰ্মাদেৱৰ আদ্য-শ্ৰাদ্ধৰ চিঠিও পাইছিলোঁ। সেইকালৰপৰাও স্বৰ্গীয় শৰ্মাদেৱ মোৰ অতি নমস্য আছিল। একে শাৰীৰিক অসুস্থতাৰ কাৰণেই এখনি অশ্ৰুসিক্ত পত্ৰেৰে শ্ৰদ্ধাঞ্জলি তৰ্পণ কৰাৰ বাহিৰে মোৰ আন উপায় নাছিল; যি কি নহওক, স্বৰ্গীয় শৰ্মাদেৱৰ প্ৰতি মোৰ অবৰ্ণনীয় শ্ৰদ্ধা সদাই আছিল আৰু এতিয়াও আছে।

স্বৰ্গীয় বেণুধৰ শৰ্মাদেৱৰ সম্পাদনাত ডিব্ৰুগড়ৰপৰা ওলোৱা একালৰ 'তৰুণ অসমত' পঞ্চম-ষষ্ঠমানত থাকোঁতে সৰু সৰু পদ্য লিখিছিলোঁ। তেতিয়াৰ বাতৰি-কাকত বা আলোচনীবিলাকত শিশুৰ শিতান বা চেমনীয়াৰ চ'ৰা আদিৰ ব্যৱস্থা নথকা সত্ত্বেও তেখেতে সেই কাকতত মোৰ পদ্যবোৰ ছপাইছিল। পদ্যৰ নমুনা এনেধৰণৰ আছিল

উঠা এতিক্ষণ মিৰি ছাত্ৰগণ
কৰোঁ আহাঁ পণ নহৰা বিমন।

দেৱ নীলমণি প্ৰভু গড়মূৰী
আৰু কতজন মিৰি হিতকাৰী
পিছলৈ চাই মাতিছে চিঞৰি
ব'লা মিলি সবে যাওঁ আগবাঢ়ি। ইত্যাদি।

সেইবোৰৰ দুই একাকি মনতহে আছে, হাতত নাই। কাকতখনলৈ দুই-এটা সক-সুৰা বাতৰিও যোগাইছিলোঁ। সেইবোৰো ছপা হৈছিল। বোধহয় সেয়ে আছিল মোৰ সাহিত্যত হাত দিয়াৰ প্ৰথম আৰু প্ৰধান উৎস আৰু অনুপ্ৰেৰণা। তেখেতৰ সেই অনুপ্ৰেৰণাই পিছলৈ যোৰহাট উচ্চ বিদ্যালয়ৰ আলোচনী 'জেউতি' আৰু ক্ৰমে 'জয়ন্তী', আৱাহন' আদিত লিখাৰ সাহস যোগালে।

ভাষাৰ বিকৃত অৱস্থা আৰু সামাজিক বিসঙ্গতি তেখেতৰ সমুলি সহ্য নহৈছিল। এবাৰ তেখেত মাজুলী ছাত্ৰ সম্মিলনলৈ বিশিষ্ট অতিথি হিচাপে আহিছিল। বক্তৃতা দিয়াৰ সময়ত তেখেতে সেই সময়ত বৰ্তমানত চলা অসমীয়া পাঠ্যপুথিখনৰ এটা কবিতা মেলি লৈ উৰাই-ঘূৰাই সমালোচনা কৰিছিল। কবিতাত থকা ভাষা আৰু শব্দৰ প্ৰয়োগ যে সেই শ্ৰেণীৰ ছাত্ৰৰ উপযোগী নাছিল আৰু তাৰ দ্বাৰা যে ভাষাৰ পবিত্ৰতা হানি হৈছিল সেই কথা আমি বুজি পাইছিলোঁ। সেয়ে পৰীক্ষা পাছ কৰিবৰ কাৰণে তেখেতৰ "বঙাল বৈৰী লাচিত বৰফুকন" পঢ়ি পাঠটো দীঘলীয়া লাগিলেও তেখেতৰ জতুৱা ঠাঁচ আৰু সময়োপযোগী প্ৰকাশ-ভংগীয়ে বহু পৰিমাণে আমাৰ মন আকৰ্ষণ কৰিছিল। বৰং বহুতো কথা মনত ৰখাৰ সহায়কহে হৈছিল। অসমলৈ মান অনাৰ কাৰণে যিকোনো লোকে বদনক অগৰীয়া কৰাটো সাধাৰণ কথা। কিন্তু "দেশদ্ৰোহী কোন বদন নে পূৰ্ণানন্দ ?" নিচিনা চিন্তাশীল ৰচনাই আমাক গভীৰ যুক্তি আৰু বাস্তৱ বিচাৰৰ শিকনি দিব্ পাৰিছে।

'ভ্ৰমৰ'ত মোৰ 'নীলা খামৰ ফটো' নামৰ গল্পটো প্ৰকাশ পাওঁতে তেখেতে মোলৈ এখন চিঠি লিখিছিল। চিঠিৰ আটাইবিলাক কথা মনত নাই যদিও দুটা কথা মনত আছে। তাৰে এটা হ'ল 'ফটো'ৰ ঠাইত ফট' হব লাগে আৰু আনটো হ'ল অসমীয়া মানুহৰ ঘৰৰ আগত তালগছ নাথাকে—তামোল বা নাৰিকল গছহে থাকে। কথাটো সক যেন লাগিলেও মোৰ কাৰণে অতি মূল্যবান আছিল। মই বুজি পালোঁ যে কিবা এটা চিত্ৰ আঁকিবলৈ গলে সেয়া নিখুঁত আৰু পাৰিপাৰ্শ্বিকতাৰ লগত খাপ খোৱা হ'ব লাগে।

অকল সেয়ে জানো। শিক্ষা-দীক্ষাত পিছপৰা এখন সমাজৰ, মোৰ দৰে সাধাৰণ অখ্যাত ল'ৰা এটালৈ তেখেতৰ দৰে এজন লোকে লেখাটো সেই সময়ত মোৰ বাবে যে কিমান গৌৰৱৰ কথা আছিল সেয়া বুজাবলৈকে টান লাগে।

ভাষাৰ নামত আমি নিজৰ বাৰীত সুমথিৰা টেঙা থাকোঁতে সদাই 'কমলা' খাই আছোঁ, বাট থাকোঁতে 'বাট্টাই'দি গৈ আছোঁ, গৰমত চোলা নোসোলোকাই 'খুলি' পেলাইছোঁ। কোনোবাই 'খুলি' নিদিলে আমি দুৱাৰ মেলি নিজৰ ঘৰতো সোমাব নাজানো। বঙালী ছবি এখনত ছবিৰ নায়কজনক নায়িকাৰ দেউতাকে কৈছিল, "তুমি কথা কওঁতে মাজত ইংৰাজী শব্দ একেবাৰে ব্যৱহাৰ নকৰা কিয়?" নায়কজনে উত্তৰ দিছিল, "মই দুয়োটা ভাষাই জানোতো সেই কাৰণে।" যি ভাষা কোৱা যায় শুদ্ধকৈ কোৱা ভাল। ভাতৰ খিচিৰি খালে দাঁত নাভাগিব পাৰে; কিন্তু ভাষাৰ খিচিৰি চোবালে জাতিটোৰ দাঁত ভঙাৰ আশঙ্কা থাকে। সেই শিক্ষাও তেখেতৰপৰাই পাইছিলোঁ। সেয়ে সিজনাক আজি সন্তৰ্পণে সুঁৱৰিছো আৰু সুঁৱৰি থাকিম।*

---

* শ্ৰীতৰুণচন্দ্ৰ পামেগাম ডাঙৰীয়াই ৰোগ-শয্যাৰপৰা লিখি পঠিওৱা কথাখিনি আমি হুবহু প্ৰকাশ কৰিলোঁ। —সম্পাদক

# অসমপ্ৰাণ বেণুধৰ

শ্ৰীৰজনীকান্ত দেৱশৰ্মা

বেণুধৰ শৰ্মাৰ জীৱন-বৰ্ত্তি নিৰ্বাপিত হোৱাৰ লগে লগে অসমীয়া সাহিত্য-সংস্কৃতিৰ এটি যুগৰো অৱসান হ'ল। সুঠাম আটিল দেহৰ, কৰ্মচঞ্চল, বুদ্ধিদীপ্ত মনৰ অফুৰন্ত প্ৰাণ-স্পন্দনেৰে শক্তিমন্ত পিতামহপ্ৰতিম এই বীৰ পুৰুষজনে অৰ্ধ শতাব্দীৰো অধিক কাল জীৱনৰ নানা ঘাট-প্ৰতিঘাটৰ মাজতো ক্লান্তিহীন শ্ৰম কৰি অসমবাসীক দি গ'ল আপুৰুগীয়া দান। সেই দানৰ প্ৰতিদান আমি কোনো দিনেই দিব নোৱাৰিম।

বেণুধৰ শৰ্মা আছিল হাড়ে-হিমজুৱে অসমীয়া। এই দেশৰ প্ৰাচীন ঐতিহ্য কীৰ্তি-কলাপ উদ্‌ঘাটন কৰি অতীতৰ আদৰ্শেৰে অসমীয়া জাতিক ভাৰত-জননীৰ এটা বলিষ্ঠ অঙ্গৰূপে গঢ়ি তোলাই আছিল তেওঁৰ জীৱনৰ লক্ষ্য। যুৱজীৱ শিক্ষাই কিদৰে বৰ্তমানক গঢ় দিব পাৰে সেই সম্পৰ্কে তেওঁ এইদৰে ভাবিছিল —"আধুনিক যুগত জাতীয় ঐক্য আৰু সংহতি স্থাপনৰ নিমিত্তে গৌৰৱময় অতীতৰ ঘটনাৱাজি প্ৰয়োগ কৰা উচিত। যিবোৰ খণ্ডিত ঘটনা বা বিভেদ সৃষ্টিকাৰী মনোভাৱে আমাৰ পূৰ্বপুৰুষসকলৰ কৰ্মপন্থা নিয়ন্ত্ৰণ কৰিছিল, সেইবোৰ উকটি থাকিলে বা পুনঃ পুনঃ আলোচনা কৰি থাকিলে বিভেদৰ ফাট বহল হৈ যাব। গতিকে সুনীয়া সঁফুৰা অসম দেশৰ অভূতপূৰ্ব ইতিহাসৰ প্ৰত্যেকটো ঘটনাকে উদীয়মান ছাত্ৰ-ছাত্ৰীয়ে নতুন দৃষ্টিভঙ্গীৰে অধ্যয়ন আৰু গৱেষণা কৰিব লাগিব।" এইখিনি কথাৰ মাজতে আমি বেণুধৰ শৰ্মাৰ জীৱন-দৰ্শন কি আছিল সেই কথা স্পষ্টভাৱে জানিব পাৰোঁ। মৃত্যুৰ আগ মুহূৰ্ত্ত-লৈকে এয়ে আছিল তেওঁৰ সপোন। আজি দুবছৰ আগতে এদিন ৰাতিপুৱাতে অকলে বিয়াত উঠি এই লেখকৰ ঘৰলৈ আহিছিল এবাৰ কথা কবলৈ—"ৰাতি সপোনত দেখিলোঁ, এজন দিব্য পুৰুষে মোক কৈছে, 'অসমৰ প্ৰাতঃস্মৰণীয় সংস্কৃত পণ্ডিতসকলৰ কীৰ্তি-কলাপসমূহ পাহৰণিৰ বুকুত লীণ যাব, সেইবোৰ উদ্ধাৰ কৰি সংৰক্ষণ কৰা।' আপুনি কিবা এটা কৰক। কথাবাৰ ক'বলৈহে আহিছোঁ, বহি নবহোঁ, ওপৰলৈ উঠিবও নোৱাৰোঁ।" কথাষাৰ কৈয়ে সেইখন

বিস্মৃতে গুচি গ'ল। শ্ৰদ্ধেয় শৰ্মাৰ প্ৰতি শ্ৰদ্ধাত মোৰ শিৰ দোঁ খাই গ'ল। চিন্তা আৰু কামৰ মাজত কি অপূৰ্ব মিল, মৃত্যুৰ দুৱাৰ-ডলিত থিয় হৈয়ো আদৰ্শৰ প্ৰতি কেনে অকুণ্ঠ নিষ্ঠা!

প্ৰকৃত ঐতিহাসিক বস্তুনিষ্ঠ। আৱেগ বা ভাৱ-প্ৰৱণতাৰ স্থান ইতিহাস ৰচনাৰ ক্ষেত্ৰত নাই। বেণুধৰ শৰ্মায়ো ঐতিহাসিক দৃষ্টিকোণৰপৰাই অতীতক চালি-জাৰি চাইছিল। জনসাধাৰণৰ আৱেগত ৰূপ লোৱা বহু কথাৰ ঐতিহাসিক অসত্যতা উদঙাই দি মাজে সময়ে তেওঁলোকৰ অপ্ৰীতিভাজনো হৈছিল। কিন্তু তেওঁ আছিল নিৰ্ভীক, সত্যত খোপনি পুতি তেওঁ অচল অটল আছিল।

ড° সূৰ্যকুমাৰ ভূঞাদেৱে ডক্টৰেট ডিগ্ৰী পাওঁতে তেওঁক অভিনন্দন জনাবলৈ কটন কলেজত অনুষ্ঠিত এখন সভাত কৈছিল যে ইতিহাসৰ গৱেষণাত নলগা হ'লে ভূঞাদেৱ এজন আগশাৰীৰ কবি আৰু সাহিত্যিক হিচাপে যশস্বী হ'ব পাৰিলেহেঁতেন। উত্তৰত ভূঞাদেৱে কৈছিল—"মই বুৰঞ্জীৰ যোগেদিয়ে সাহিত্য সৃষ্টি কৰিছোঁ। কৌশল জানিলে বুৰঞ্জীকো সাহিত্যতে ৰূপান্তৰিত কৰিব পাৰি।" ভূঞাদেৱৰ এই উক্তিৰ সাৰ্থকতা বেণুধৰ শৰ্মাৰ ক্ষেত্ৰত বিশেষভাৱে প্ৰযোজ্য। এতিয়ালৈ প্ৰকাশ পোৱা তেওঁৰ বাইশখন গ্ৰন্থৰ অধিকাংশই বুৰঞ্জীৰ শুকান ভঁকাত তেজ-মঙহ দি প্ৰাণ সঞ্চাৰ কৰিছে। বুৰঞ্জীবিদ্বেষীৰো সেইবোৰ উপাদেয় পাঠ্য হৈছে।

অসমীয়া ভাষাক সুপ্ৰতিষ্ঠিত কৰিবলৈ ৰথী বেজবৰুৱাই সংগ্ৰাম চলালে। হেমচন্দ্ৰ গোস্বামী যে সাহিত্যৰ চানেকি সংকলন কৰি বেজবৰুৱাক অস্ত্ৰ দিলে, ড° বাণীকান্ত কাকতি, কালীৰাম মেধি, দেৱানন্দ ভৰালী প্ৰভৃতিয়ে অসমীয়া ভাষাৰ নিজস্ব বৈশিষ্ট্য খৰচি মাৰি দেখুৱালে। বেণুধৰ শৰ্মাই তেওঁৰ বিপুল ৰচনাৰাজিৰ মাজেদি অসমীয়া বিশুদ্ধ মাত-কথা, জতুৱা-ঠাঁচ, যোজনা-পটন্তৰ উজাৰি দি অসমী আইক নিজ ৰূপত প্ৰতিষ্ঠা কৰিলে। বেণুধৰৰ লগতে অস্তমিত হ'ল—"তোহে জনমি পুনঃ তোহে সমাপত সাগৰ লহৰি সমানা।"

অসহযোগ আন্দোলনে তেওঁৰ জন্মস্থান চাৰিং অঞ্চলৰ জনসাধাৰণৰ ভিতৰত কেনে জাগৰণ আনিছিল সেই কথাক অনমুকৰণীয় চিত্তাকৰ্ষক ৰূপ দি লেখা 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থই তেওঁলৈ আনিছিল সাহিত্য অকাডেমিৰ পুৰস্কাৰ। চাৰিঙৰ অন্যতম ঐতিহাসিক পুৰুষ মণিৰাম দেৱান সম্পৰ্কে থকা ভ্ৰান্ত ধাৰণা আঁতৰাই বুৰঞ্জীৰ প্ৰমাণৰ ওপৰত ভেটি কৰি 'মণিৰাম দেৱান' প্ৰকাশ কৰি

১৮৫৭ চনৰ বিপ্লৱত অসমৰ ভূমিকাৰ দিশটো প্ৰকৃত ৰূপত দেখুৱাই অসমবাসীৰ শ্ৰদ্ধাৰ পাত্ৰ হৈছিল।

বেণুধৰ শৰ্মাই বিশ্বাস কৰিছিল 'কৰ্মই ধৰ্মৰ প্ৰতিমূৰ্তি'। তেওঁৰ এই নামৰ প্ৰবন্ধ এটাও প্ৰকাশ পাইছিল। সভাই-সমিতিয়ে গ'লে তেওঁ সভাৰ অন্ততে গুচি নাহি দুই-এদিন সেই ঠাইতে থাকি তাৰ আলি-পুখুৰী, দ'ল-দেৱালয়, গাঁৱৰ নাম আদিৰ বৃত্তান্ত উদ্‌ঘাটন কৰাত লাগি গৈছিল। সাঁচিপতীয়া পুথি পালে তাৰ টোকা লৈ আহিছিল। মন্দিৰৰ গাত লিখা সংস্কৃত শ্লোক পালে লিখি লৈ অৰ্থ উদ্ধাৰৰ চেষ্টা কৰিছিল। এইদৰে তেওঁ প্ৰতিটো মুহূৰ্ত কৰ্মৰ মাজেৰে অতিবাহিত কৰিছিল। ইমান ডাঙৰ সাহিত্যিক এজনৰ ভেম বোলা বস্তুটো সমূলি নাছিল। কামৰূপ-মঙ্গলদৈ অঞ্চলৰ গাঁওবাসী ৰাইজৰ মাজত বেণুধৰ শৰ্মা অতি আপোনজন।

১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত বেণুধৰ শৰ্মা কলিকতাৰ বঙ্গবাসী কলেজৰ বি-এ শ্ৰেণীৰ ছাত্ৰ। মহাত্মা গান্ধীৰ সত্যাগ্ৰহৰ আহ্বানত দেশপ্ৰেমী শৰ্মাদেৱে স্থিৰেৰে ৰ'ব নোৱাৰিলে। তেওঁ আন্দোলনত জপিয়াই পৰিল। জন্মস্থান চাৰিং আৰু তাৰ আশ-পাশৰ অঞ্চলকে কৰ্মক্ষেত্ৰ কৰি ল'লে। বি-এ উপাধিৰ মমতা চিৰদিনৰ কাৰণে বিসৰ্জন দিলে। তিনি মাহ সশ্ৰম কাৰাদণ্ডও ভোগ কৰিলে। ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছত বেণুধৰ শৰ্মাই সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। ৰোহিণীকুমাৰ হাতীবৰুৱাৰ উদ্‌গণিত ইংৰাজীতে 'কংগ্ৰেছ গাইড' নামৰ পুস্তিকা এখনিও লিখি প্ৰকাশ কৰিছিল। কিন্তু পিছত ক্ষমতাৰ ৰাজনীতি অহাত তেওঁ ৰাজনৈতিক জীৱনৰপৰা অব্যাহতি লয়।

ৰাধাকান্ত সন্দিকৈদেৱৰ মতে 'বিষয়বাসনাবিহীন' বেণুধৰ শৰ্মাদেৱে সংবাদ-সেৱীৰূপেও নিজৰ প্ৰতিভাৰ চিন ৰাখি থৈছে। স্বৰ্গীয় শিৱপ্ৰসাদ বৰুৱাৰ 'দৈনিক বাতৰি'ত তিনি বছৰকাল সহকাৰী সম্পাদক আৰু ডিব্ৰুগড়ৰপৰা ওলোৱা সাপ্তাহিক 'তৰুণ অসম'ৰ সম্পাদকৰূপেও কিছুকাল কাম কৰে। এই কালছোৱাত বেণুধৰৰ হাতৰ পৰশত বাতৰি কাকত দুখনৰ ৰূপেই বদলি হৈ যায়। নিভাঁজ অসমীয়া বচনবিন্যাস, ইংৰাজী শব্দৰ স্বৰচিত অসমীয়া প্ৰতিশব্দৰে সুসজ্জিত প্ৰতিটো স্তম্ভই কায়কল্পবিদ শৰ্মাদেৱৰ চিকিৎসাৰ স্বাক্ষৰ বহন কৰে।

হাতীৰ লগত সম্পৰ্ক থকা সাহিত্যিক প্ৰধানতঃ অসমত দুজন, এজন হাতী-চিকাৰী, আনজন হাতী-ধৰোঁতা। দুয়োজনৰ কামেই ৰোমাঞ্চকৰ।

জীৱিকাৰ তাড়নাত বেণুধৰ শৰ্মাই হাতী ধৰা কামত নামিছিল। 'হাতী খেতৰ কথা'ৰ মাজেৰে তেওঁৰ অভিজ্ঞতাৰ সোৱাদ আমাক দি গৈছে।

ওৰে জীৱন তেওঁ অসমীয়া জাতিৰ হক ৰক্ষাৰ অৰ্থে অবিশ্ৰান্তভাৱে কাম কৰি গ'ল। অসমৰ সুখত সুখী দুখত দুখী হৈ হাতত কাপ তুলি ল'লে আৰু ত্ৰিশখনৰো অধিক গ্ৰন্থ ৰচনা কৰিলে। আলোচনী, বাতৰি-কাকত আদিত অলেখ মূল্যৱান প্ৰবন্ধ লিখিলে। অলেখ সভা-সমিতিত বক্তৃতা দি অসমীয়া ভাষা-সংস্কৃতিৰ গৌৰৱ-মহিমা প্ৰচাৰ কৰিলে। তেওঁ আছিল হেজাৰ-বছৰীয়া তৰুণ অসমৰ জঙ্গম ৰূপ। অসমৰ, অসমীয়া মানুহৰ সাধু কৈ আনন্দ দিওঁতা অদ্বিতীয় সাধক বীৰ বেণুধৰ চিৰনিদ্ৰাত নিদ্ৰিত।

অসমীয়া জাতিৰ সমুখত এটা মহৎ কৰ্তব্য উপস্থিত হৈছে। শৰ্মাদেৱৰ অপ্ৰকাশিত গ্ৰন্থসমূহ আৰু সিঁচৰতি হৈ থকা প্ৰবন্ধবোৰ সংগ্ৰহ কৰি অচিৰে প্ৰকাশ কৰিব লাগে। জীয়াই থকা কালতে এই কাম কৰিব পৰা হ'লে ভাল হ'লহেঁতেন। তেতিয়া বেণুত আৰু নতুন সুৰ বাজিলহেঁতেন। গতস্য শোচনা নাস্তি। অসম সাহিত্য সভা আৰু অসম প্ৰকাশন পৰিষদক এই কাম অচিৰে হাতত ল'বলৈ আমি অনুৰোধ কৰিব নোৱাৰোঁ নে? বিশেষকৈ তেওঁৰ আত্ম-জীৱনীমূলক 'মজিয়াৰপৰা মেজলৈ' গ্ৰন্থখনক অগ্ৰাধিকাৰ দি এই কাম হাতত ল'লে ভাল হ'ব, কিয়নো এই গ্ৰন্থৰ মাজত বিগত সত্তৰ বছৰৰ অসমীয়া সমাজ-খনৰ ইতিহাস লুকাই আছে।

# বেণুধৰ শৰ্মাৰে মুখামুখি

**শ্ৰীলক্ষ্যধৰ চৌধুৰী**

১৯৪৮ চন। গান্ধীজীৰ তিৰোধানৰ পিছৰ কথা। মাৰ্চ মাহ। আমাৰ দলৰ কাৰ্যালয়ত বহি দেশ-বিদেশৰ কথা পাতি আছোঁ। দল বোলোঁতে ছ'চিয়েলিষ্ট পাৰ্টি। শিলপুখুৰীৰ ঘাই অফিচত। মই তেতিয়া 'জনতা' সাপ্তাহিকৰ সম্পাদক। সহঃ সম্পাদক—প্ৰহ্লাদ বৰুৱা। লগত মহেশ্বৰ চুতীয়া আৰু হৰেন তালুকদাৰ। এই চাৰিজনাৰে ছ'চিয়েলিষ্ট পাৰ্টিৰ মুখপত্ৰ 'জনতা'ৰ এটি গোট। বাপুজীৰ মৃত্যুৰ পিছত শ্ৰদ্ধাঞ্জলি জনাই বিভিন্ন কাকতৰ বিশেষ সংখ্যা প্ৰকাশ হয়। আমিও বাপুজীৰ চৰণত শ্ৰদ্ধাঞ্জলি জনাই 'জনতা'ৰ এটি বিশেষ সংখ্যা প্ৰকাশ কৰিছিলোঁ। আমাৰ এই বিশেষ সংখ্যাটিয়ে পঢ়ুৱৈ সমাজৰ সমাদৰ পায়। বহুতে প্ৰশংসাপত্ৰও লিখে। ইয়াৰ পিছতো চাৰি পাঁচ সংখ্যা কাকত প্ৰকাশ হৈছে। গ্ৰাহকৰ চাহিদা বাঢ়িছে। আমি কাকত আৰু বেছিকৈ ছপোৱাৰ জল্পনা-কল্পনা কৰি আছোঁ। বাহিৰত গহীন মাতেকে মাত শুনিলোঁ—"সম্পাদক আছে নে?"

ওলাই চাওঁ যে শ্ৰদ্ধেয় শ্ৰীবেণুধৰ শৰ্মা ডাঙৰীয়া। তেতিয়া আমি তিনিজন আছিলোঁ। চুতীয়া, তালুকদাৰ আৰু মই। তিনিও শৰ্মাক আদৰিলোঁ। অহাৰ কাৰণ সুধিলোঁ। শৰ্মাই আমাৰ সাপ্তাহিকখনৰ বৰ প্ৰশংসা কৰিবলৈ ধৰিলে। বাপুজীৰ সংখ্যাটো জাকত-জিলিকা হৈছে বুলিও শলাগিলে। এনে এজন প্ৰবীন সাহিত্যিকৰ প্ৰশংসা বাণী শুনি আমি বৰ আপ্লুত হলোঁ। কিন্তু পিছ মুহূৰ্ত্ততে তেওঁ জেপৰপৰা আমাৰ সদ্য-প্ৰকাশিত সংখ্যাটো উলিয়াই মেজৰ ওপৰত ৰাখিলে। দেখিলোঁ কাকতখন ৰঙা চিয়াঁহীৰে আঁক-বাক দাগ দি আনিছে। কাগজখন লুটিয়াই বগৰাই তেওঁ ক'লে, "কিন্তু তোমালোকৰ কাকতত বৰ ভুল। বানান একেবাৰে ভুল। এইয়া ছোৱা একেটা শব্দকে দুবাৰ দুই ৰকমে লেখিছা। ইমান বৰ্ণাশুদ্ধি বৈ গ'লে তোমালোকৰ কাগজে দেশৰ ভাল কৰাৰ পৰিবৰ্ত্তে বেয়া হে কৰিব দেখোন।"

আমি তপৰাই উত্তৰ দিলোঁ—"আমাৰ এইখন ৰাতৰি-কাকত হে, ৰাতৰিহে

পৰিবেশন কৰোঁ। আপুনি ভুল দেখুওৱাক। আমি তাৰ শুধৰণি প্ৰকাশ কৰিম। আখৰ জোটনি শিকাবৰ কাৰণে তো এইখন উলিওৱা নাই।"

"ডেকা ল'ৰা! এনেদৰে দায়িত্ব এৰালে নহ'ব। মই কওঁ শুনা—পাঠ্য-পুথি আৰু বাতৰি-কাকতত আখৰ জোটনি নিখুঁত হ'ব লাগে।"

আমাৰ এজনে দোহাৰিলে "পাঠ্য-পুথিৰ কথা সুকীয়া। তাত আখৰ জোটনি নিখুঁত হব লাগিবই।"

"বাতৰি-কাকততো লাগিব। কিয় জানা? পাঠ্যপুথি ছাত্ৰ-ছাত্ৰীয়ে পঢ়ে। ঠিক সেইদৰে বাতৰি-কাকতো ল'ৰা বুঢ়া সকলোৱে পঢ়ে। আমাৰ পঢ়ুৱৈ বুলি বলে এই দুবিধেই। গধুৰ সাহিত্য কেইজনে পঢ়ে? সেয়ে বাতৰি-কাকতৰ দায়িত্ব আৰু বেছি। আখৰ জোটনি ঠিক হ'ব লাগিব। যাতে পঢ়ুৱৈ সমাজৰ মনত সঠিক জোটনিৰ প্ৰভাৱ পৰে।"

আমি পোনতেই পৰাজিত হৈছিলোঁ। আমাৰ ভুল স্বীকাৰ কৰি লোৱাটোৱেই কৰ্তব্য আছিল। তথাপি ডেকা বয়স, তাতে আকৌ চৰকাৰৰ লগত যুজিছোঁ; সম্পাদকৰূপে কাকতত নাম প্ৰকাশ হৈছে, সেয়ে একে আষাৰতে পৰাজয় স্বীকাৰ কৰিবলৈ টান পাইছিলোঁ। শৰ্মাও আকোঁৰগোজ—তেওঁ তাতে বহিয়েই আখৰ জোটনিৰ পাঠ আৰম্ভ কৰি দিলে। সুধিলে—"সম্পাদকৰ অফিচত কি অভিধান ৰাখিছা—হেমকোষ নে চন্দ্ৰকান্ত?"

আমি নিৰুত্তৰ হলোঁ।

"কি? অভিধান এখন নোহোৱাকৈ বাতৰি-কাকত চলাইছা? তোমালোকৰ আহিঁ কাকত চাই কোনে?"

মই চুতীয়াৰ ফালে আঙুলিয়াই দিলোঁ। এইবাৰ মোক এৰি চুতীয়াৰ মুৰা হ'ল। বিভিন্ন শব্দৰ জোটনিৰ বিষয়ে চুতীয়াক প্ৰশ্ন কৰিলে। চুতীয়াই কেইবাটিও প্ৰশ্নৰ সঠিক সমিধান দিলে—দুই এটা নোৱাৰি মূৰ খজুৱাই থাকিল।

তেওঁ কলে—"পাছ কৰিছা, কিন্তু প্ৰথম বিভাগ নাপালা। মোৰ কবলগীয়া হ'ল—অভিধান এখন আজিয়েই যুগুতাই লোৱা। সন্দেহ হলেই অভিধান চাই লবা। এখন ব্যাকৰণো অফিছত ৰাখিবা। বাতৰি প্ৰচাৰ কৰোঁতে অতুৰা ঠাঁচ ব্যৱহাৰ কৰি পঢ়িবলৈ সোৱাদ লগা কৰিবা।"

এনেদৰে বহু সময় বহুতো লাগতিয়াল উপদেশ দি শৰ্মা ডাঙৰীয়া গ'লগৈ। আমি তেওঁ দাগ দি থৈ যোৱা কাকতখন চাই নিজেই বৰ লাজ পালোঁ।

ছুদিনমান পিছতে চন্দ্ৰকান্ত অভিধান এখন কিনি অনা হ'ল। আৰু জোটনিত পাৰ্যমানে মনোযোগ দিয়া হ'ল। মোৰ নহলেও তৃতীয়াই এইক্ষেত্ৰত বহুখিনি অভিজ্ঞতা আৰ্জিলে।

ইয়াৰ পিছতো মাজে মাজে শৰ্মা আমাৰ অফিছলৈ আহি ইটো-সিটো উপদেশ দি গৈছিল। কাকতৰ 'জনতাৰ মেজমেল'ৰ শিতানত কেইবাটিও তেওঁ কোৱা ঘটনা হুবহু সন্নিবিষ্ট কৰাও হৈছিল।

* * * *

শৰ্মাৰ লিখনিৰে হে মোৰ চিনাকী। মানুহজনৰ লগত তেতিয়াও মুখামুখি হোৱা নাই। দূৰৰপৰা দেখিছোঁ—ওচৰৰপৰা নহয়। কিন্তু সিদিনা আকস্মিক আৰু অপ্ৰত্যাশিতভাৱে চিনাকী হলোঁ। উত্তৰ গুৱাহাটীৰ মধ্যমখণ্ডত। সাহিত্যিক বৰুৱাৰ ঘৰত, ১৯৪০ চনত। শাৰদীয় দুৰ্গাপূজাৰ সময়ত। পূজাত অভিনয়ৰ কাৰণে বিভিন্ন গোষ্ঠীৰ অভিনয়ৰ আখৰা চলিছে। এদিন শাৰদীয় দেওবাৰে আখৰাৰ কাৰণে পুৱাতে উত্তৰ গুৱাহাটীলৈ পাৰ হৈছোঁ। দুপৰীয়া প্ৰায় ১২ বাজি যোৱাত আখৰা সামৰি মোৰ জ্যেষ্ঠপ্ৰতিম ভগীৰাম বৰুৱাৰ ঘৰলৈ গলোঁ। দেখিলোঁ বৰুৱাই এজন লোকেৰে কিবা আলোচনা কৰি আছে। পিৰালি উঠিয়েই দেখিলোঁ—সাহিত্যিক ৰমেশচন্দ্ৰ বৰকাকতী। বৰকাকতীয়ে তেওঁৰ অন্তৰ-খোলা হাঁহিটি মাৰি ক'লে—"সেইয়া আমাৰ চৌধুৰী আহি পালে"। কোঠালীত সোমাই দেখিলোঁ সেইজন বেণুধৰ শৰ্মা ডাঙৰীয়া। বৰ মনযোগেৰে ভগীৰাম বৰুৱাই লিখা 'কাদম্বৰী'খন চাই আছে। কিতাপখন ছপা নহয়—হাতে লিখা। কিতাপখন ময়ো আগতে পঢ়িছোঁ। বৰুৱাই ছপাবলৈ বুলি ছেগ চাই আছে। কিন্তু কিতাপখন তেওঁ জীয়া কালত ছপাব নোৱাৰিলে। মই যোৱা দেখি বৰুৱাই ক'লে—"বোপা আহাঁ! আজি আমাৰ বৰ ভাগ্য, বুজিছা—এখেত শৰ্মাও আচম্বিতে ওলালহি। একেলগে সুদাই নিকাই এসাজ খাওঁ আহাঁ। ভোজন-সুখতকৈ সঙ্গ-সুখ মধুৰ হ'ব।" প্ৰায় লগে লগেই খাবলৈ উঠিলোঁ। বৰকাকতীয়ে ঘৰতে খাই আহিছে। বৰুৱাৰ 'কাদম্বৰী'খন তেওঁৰ হাতত দি আমি ভিতৰমুৱা হলোঁ। ৰান্ধনী-ঘৰ সোমায়ে দেখিলোঁ বান-কাঁহী, বান-বাতিত, সুন্দৰকৈ বিধে বিধে অন্ন ব্যঞ্জন সজোৱা আছে। সকলো শাক-পাচলিৰ আঞ্জা। নৰসিংহ, ভেদাই লতা, মানিমুনি আদিৰ বিভিন্ন ব্যঞ্জন। বৰুৱাৰ পৰিবাৰক মই 'বাইদেউ' বুলি মাতো। বাইদেউ বন-পাচলিৰে আঞ্জা

ৰন্ধাত বৰ পাকৈত। বাইদেউৰ খাবলি দেশ-বিখ্যাত। উত্তৰ গুৱাহাটীৰপৰা ডিব্ৰুগড়লৈকে ভাগে ভাগে চালান হয়—অৱশ্যে বিনামূলীয়াকৈ। সিদিনাৰ ব্যঞ্জনত বৰ মাছৰ প্ৰাদুৰ্ভাৱ নাই। সৰু সৰু মাছহে বন্ধা। খৰিয়লা, শিঙৰা, মাগুৰ আৰু পুঠি মাছ। মুখ কচিৰ আঞ্জা তৰকাৰী। শৰ্মাদেৱে বিধে বিধে ৰন্ধা আঞ্জাৰ সোৱাদ বখানিলে। পুৰণি খৰিচাৰে ৰন্ধা পুঠি মাছৰ টেঙাখন তেওঁ বৰকৈ বখানিলে। কি শাক কিদৰে ৰান্ধিব লাগে শৰ্মাদেৱে আউল লগাকৈ কৈ গ'ল। ইজনে এৰিলে সিজনে ধৰে। শ্ৰোতা অকল মই—অৱশ্যে সিটো কোঠালীৰপৰা বাইদেউৰ মুখ ঢাকি হাঁহাৰ মাজে মাজে ক্ষীণ উমান পাইছিলোঁ। কাহুদি খাৰলিৰপৰা কচু কোমোৰালৈকে বহুবিধ পাচলি কেনেকৈ ৰান্ধিব লাগে—দুয়ো কৈ গ'ল। কি শাকৰ কি গুণ তাকো দোহাৰিলে। মই বিশেষ ভাৱে উপকৃত হ'লোঁ। সিদিনা মই বন-পাচলি আৰু মন-পাচলি দুয়োবিধৰে সোৱাদ পালোঁ।

আজিও সেইবোৰ মাজে মাজে মনত পৰে। বিশেষকৈ মোৰ 'ঠিকনা' নাটখন লিখোঁতে এই দৃশ্যৰ কথা বৰকৈ মনত পৰিছিল।

১৯৫১ চন—ফাগুনৰ আগ পৰেক। এখন ছাত্ৰসভালৈ গৈছিলোঁ। বক্তাস্বৰূপে উত্তৰ পাৰৰ কৰৰা অঞ্চললৈ। লগত বন্ধুবৰ প্ৰমোদ বৰ্মণ আৰু কমল নাৰায়ণ চৌধুৰী। অভ্যৰ্থনা সমিতিৰ কোঠাত সোমাই দেখোঁ শৰ্মা ডাঙৰীয়া। কথা পাতি বহি আছে। অঞ্চলৰে থানেশ্বৰ শৰ্মা কবিৰাজৰ লগত। থানেশ্বৰ শৰ্মা এশাগুধীয়া কংগ্ৰেছ-কৰ্মী। বহুবাৰ জেল খাইছে আৰু জৰিমনা ভৰিছে। ৰাজদ্ৰোহত কংগ্ৰেছৰ কৰ্মীস্বৰূপে। কবিৰাজৰ বিশেষত্ব হৈছে হাঁহিটো। বৰ ভলভলীয়া মানুহ। হাঁহিলে গাঁওজুৰি ৰজনজনাই যায়। ভাল কবিৰাজো। সদালাপী। ইজন শৰ্মাৰ হাঁহিও কম বুলিব নোৱাৰি। এই দুজন শৰ্মাৰ হাঁহিত সমিতিৰ সৰু কোঠালীটো থকা-সৰকা হয়। কাৰ্যালয় মুখৰিত হৈ উঠে। আলোচনা হৈছে—ভেষজৰ, বনৌষধিৰ। কবিৰাজ শৰ্মাই ভেষজৰ পুথিৰ শ্লোক আওৰাই; আমাৰ সাহিত্যিক শৰ্মাই যোজনা ফকৰাৰে টিপ্পনি কাটে। হাঁহিৰ বহঘৰা বাগৰি পৰে। এই দুয়োজনা পুৰুষৰ ৰসিক কথোপকথন শুনি ছাত্ৰ-ছাত্ৰীসকল আনন্দতে বিহ্বল হয়।

সুধিলোঁ—"আপুনি কেতিয়াবা আহিল ?"

"ৰাতিপুৱাই পালোঁহি। আমাৰ ভাগ গাই বাই উঠিলোঁ। এতিয়া তোমালোক ডেকা বাহৰ পাল।"

"অ' আপুনি আগতীয়াকৈ আহি আগভাগ লৈছেহি?"

"নহয়—নহয়। মোকো নাই নিওঁতা, তোকো নাই দিওঁতা। আহিছিলোঁ হাবি ভুৰিবলৈ—পালোঁহি মিতিৰৰ পদূলি। বাটত পালে ক্ষমাৰ দা ধৰাই দে আমাৰ। ল'ৰাইতৰ মৰম নেওচা টান—তেওঁলোকে বিচাৰিলে—আমিও জোলোকা-ভুলুকি আশীৰ্বাদ যাচিলোঁ।"

শেষত সকলো বুজিলোঁ। শৰ্মা ডাঙৰীয়া উত্তৰ পাৰলৈ ভ্ৰমণৰ কাৰণে আহিছে। গাঁও-ভূঁই ফুৰি আলাক্ষু চাওত পৰি থকা পুথি-পাজি উদ্ধাৰৰ আশাৰে। এইবাৰ তেওঁ কবিৰাজ শৰ্মাক এৰি আমাৰ ফালে মুখ ঘুৰালে। কলে—'সাহিত্য-সংস্কৃতি-প্ৰেমীসকল গাঁও-ভূইলৈ আহিব লাগে। গঞা ৰাইজৰ মন বুজিবলৈ—মন লবলৈ। কত অমূল্য সম্পদ এই গাওঁ-ভূঁইসমূহত সিঁচৰতি হৈ আছে। সেইবোৰ বুটলিবলৈ। চহৰত বহি দুৰবীণেৰে গাঁৱৰ, সমাজৰ আচল ৰূপ কিদৰে ধৰিবা। সাহিত্যৰ ঘাই ভেটি আমাৰ এই গাঁৱৰ সমাজ। এইবোৰ চালি-জাৰি চাই লিখনি ধৰিলেহে সঠিক, সুৰলা আৰু সুৰগা সাহিত্য হ'ব। মাটিৰ গোন্ধ থকা সাহিত্য ৰচিবলৈ হ'লে গাৱঁলৈ আহিব লাগে। গাৱত থাকিব লাগে। আমগছৰ গুৰিলৈ গলেহে আমৰ সোৱাদ চুহিব পাৰি। তোমালোকে হোজা বুলি অৱহেলা কৰা লোকজনেই মহা মহা পণ্ডিততকৈও সঁচা সাহিত্যৰ ভু দিব পাৰে। চহৰৰপৰা সেইবোৰ মণিব নোৱাৰি।"

"আমি তো গাঁৱঁৰে ল'ৰা। চহৰত নো কেইদিন আছোঁ!"

"হলেও চহৰত থাকি থাকি তোমালোকৰ জিভাৰ চোক হৰিল। সেয়েহে ঘনাই গাঁৱলৈ আহিব লাগে। এওঁলোকৰ প্ৰাণৰ কথা শুনিবহি লাগে। তোমালোকৰ কবলগীয়াতকৈ এওঁলোকৰপৰা শুনিবলগীয়া বহুত আছে—"

কবিৰাজ শৰ্মা উঠিল। ক'লে—"বলক 'ভেষজ'ৰ পুথি কেইখন চাব বিচাৰিছিল নহয়—দিনে পোহৰে গৈ পালেহে চাওঁৰপৰা বাছি দেখুৱাব পাৰিম।"

হুয়ো উঠিল।

"আপুনি গুৱাহাটীলৈ ওভটে যদি আমাৰ গাড়ীতে যাব পাৰিব। ৫-৪৫ বজাৰ ফেৰী জাহাজ ধৰিব পৰাকৈ আমি যামগৈ।"

"নেবাওঁ—সাগৰ সিঁচি মাণিক বুটলিবলৈ বুলি আহিছোঁ।. আজি ইয়াতে কটাই কালিলৈ মুকুতা বিচাৰি মুক্তাপুৰলৈ যাম।"

এই বুলি দুয়োজন শৰ্মা উজনি-মুৱা হ'ল। আমিও সভা গাই পশ্চিমলৈ বুলি উভতিলোঁ।

শৰ্মাক পিছৰ ছোৱা জীৱনত বহুদিন বহুৰকমে পাইছোঁ। কিন্তু তেওঁৰ ব্যক্তিত্বই গাঁচ বহুৱাই যোৱা সেই তিনিটা দিনৰ কাহিনী আজিও মনত পৰে। শৰ্মাৰ মৃত্যুত অবস্থায় আমি এজন সুসাহিত্যিককে হেৰুৱা নাই—এটি অসমীয়া মনো হেৰুৱালোঁ।

# বুৰঞ্জীৰ বুকুত বুৰঞ্জী হৈ যোৱা বেণুধৰ

শ্ৰীমতী পুষ্পলতা দাস

—পুৰণি কথাৰ বৰ্ণনা বা বিৱৰণেই যদি বুৰঞ্জী হয় তেন্তে পুৰণি কথাক জীৱন দিওঁতাজন বুৰঞ্জীৰ এখিলা আপুকণীয়া পাত। বৰগছৰ এই পাতখিলাক বলিয়া বতাহে সৰাব পৰা নাছিল, কাৰণ পাতখিলাত বৰগছৰ গভীৰ তলিয়ে কঢ়িয়াই অনা ৰসখিনি জীৱন্ত হৈ আছিল—সেই ডালৰে বহু পাত হয়তো অকালতে সৰি পৰিছিল—কিন্তু সেই পাতখিলাই সূৰ্যমুখী ব্ৰত এটা লৈ থকাৰ কাৰণে কালক কিৰিলি মাৰি বৈ থাকিব পাৰিছিল। মহাকালৰ কোলাত যিদিনা সময়ে সৰালে, সেইদিনা সেই পাতখিলা ধূলিৰ বুকুত জহি পমি নগ'ল; সংস্কৃতিৰ কাৰেংঘৰ শুৱাই থাকিল চিত্ৰকৰৰ হাতৰ নতুন ৰহন লৈ। এই জীৱনটোৱেই বুৰঞ্জীয়ে গৰকা অসমৰ এটি মৃত্যুঞ্জয়ী জীৱন—বুৰঞ্জীৰ উৰঁলি যাব খোজা পাত কিখিলাক যিজনে সযতনে সজালে। বেণুধৰ শৰ্মাৰ জীৱন-বীণাত মাথোন এটি ৰাগিণীয়েই বাজিছিল—যি ৰাগিণীয়ে মৰহা গছক সজীৱ কৰে।

বিশ্ববিখ্যাত বুৰঞ্জীবিদ আৰনল্ড্ টইনবীয়ে বোলে তেওঁৰ অমৰ ইতিহাস-খনি ৰচনা কৰোঁতে পাঠাগাৰত বহি ৰচনা কৰা নাছিল, ৰচনা কৰিছিল গোটেই পৃথিবীখনৰ বুকুয়ে বুকুয়ে ভ্ৰমি। অসমৰ এই গৰাকী বুৰঞ্জীবিদেও 'মণিৰাম দেৱান' গ্ৰন্থখনি ৰচনা কৰিছিল একে সাধনাৰে অকল অসম নহয়—অসমৰ বাহিৰতো ভ্ৰমি।—এই গৰাকী সাধকক মই বহুদিনৰেপৰা জানিছিলোঁ, আনৰ চকুৰে দেখা এই মানুহ গৰাকীক মই সমীহ কৰিছিলোঁ। নেদেখাকৈয়ে—কাৰণ সকতে মাৰপৰা শুনিছিলোঁ যে লক্ষ্মীনাথ বেজবৰুৱাদেৱক আদৰ্শ হিচাবে লৈ যি কেইগৰাকী ডেকা লেখকে হাতত কাপ লৈছিল তাৰ ভিতৰত শৰ্মাদেৱো এগৰাকী। মই তেতিয়া এবাৰ গৰমৰ বন্ধত ঘৰলৈ আহি শুনিলোঁ যে শৰ্মাদেৱে ডাক্তৰ ভুবনেশ্বৰ মোমাইদেউক লগ পাবলৈ তেখেতৰ নৈৰ পাৰত থকা ঘৰলৈ আহিছিল। যাবৰ সময় হোৱাত ঘড়ীত কিমান বাজিছে জানিব খোজাত ঘৰৰে ছোৱালী এটিয়ে কলে "১১টা বাজিছে"। কথাষাৰ শৰ্মাদেৱৰ কাণত পৰাৰ লগে লগেই হেনো শুধৰাই দিলে—"এঘাৰটা নহয়, এঘাৰ বাজিছে।

তোমাৰ কোবাটো শুদ্ধ হোৱা নাই দেই আইদেউ।" এই কথাবাৰ শুনি ঘৰৰে এজন ল'ৰাই হেনো ক'লে, "তেখেতে জাহাজক জাহাজ নোবোলে, ভাপনাও হে বোলে"। এই সকলো কথা মই গল্পৰ দৰে শুনি মানুহ গৰাকীক কৰবাত লগ পাবলৈ বিচাৰি ফুৰিছিলোঁ আৰু সেই সুবিধা পালোঁ দিল্লীত। দিল্লীত 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' বোলা গ্ৰন্থখনিৰ কাৰণে যিদিনা সাহিত্য একাডেমীৰ পুৰস্কাৰ লবলৈ গ'ল আৰু তেওঁৰ লগত এগৰাকী এম-পিয়ে চিনাকি কৰি দিলে, তেতিয়া তেখেতে অলপ অপ্ৰতিভ হৈ সুধিলে, "এওঁৱেই পুষ্পলতা দাস নেকি?"— সেই সুৰেৰে তেওঁ কিয় সুধিছিলে বহুত ভাবি ভাবি মই উত্তৰ এটা পাইছিলোঁ —সেই উত্তৰটো মোৰ মনতে থলোঁ। মই তেখেতক আনৰ চকুৰে দেখাৰ দৰে তেখেতেও মোক চাগে আনৰ চকুৰেই দেখিছিল। পিছত যোৰহাটত যেতিয়া লগ পালোঁ তেতিয়া মই তেখেতক চিনি পোৱা নাছিলোঁ। ডাড়িয়ে-গোঁফে ভোবোকাৰ এখন মুখ—সেই মুখখন নো কাৰ বহুত পৰ ধৰিব নোৱাৰি ওচৰৰে এজনক সোধাত কলে, "তেখেত আমাৰ বেণুধৰ শৰ্মা"। বেণুধৰ শৰ্মা-দেৱক আন চাৰি গৰাকীৰ লগত আই, এন, টি, ইউ, চিয়ে সম্বৰ্দ্ধনা জনাইছিল। সেই সূত্ৰে তেখেত যোৰহাটলৈ গৈছিল। নগাঁৱৰপৰা উভটি আহোঁতে অমিয়কুমাৰ দাস, প্ৰতাপ কলিতা আৰু মই তেখেতৰ লগত একেলগে একেখন গাড়ীতে গুৱহাটীলৈ উভতিছিলোঁ। তেখেত নগাঁৱত জীয়েকৰ ঘৰত নামিল আৰু আমি গুৱাহাটীলৈ আহিলোঁ। যোৰহাটৰপৰা নগাঁৱলৈকে তেখেতে যিবোৰ কথা কৈ গৈছিল তাৰেই চমু আভাস স্মৃতিৰ টুকুৰা হিচাপে আজি গাঁথি 'যাবলৈ ওলালোঁ।

সেইদিনা গাড়ীত উঠিয়েই মই প্ৰথম প্ৰশ্ন কৰিলোঁ, "আপোনাক আমি চাগে গুৱাহাটীলৈকে পাম নহয় জানো?" তেখেতে কলে, "নোপোৱা। মই নগাঁৱত নামিম ছোৱালীজনীৰ ঘৰত।" মই কৌতূহল সনা সুৰেৰে সুধিলোঁ, "আপুনি বাৰু আগৰ চেহেৰাটো কিয় সলালে? ডাড়িয়ে-গোঁফে কালি আপোনাক মই চিনিবকে পৰা নাছিলোঁ। চিনাই দিয়াতহে চিনিলোঁ। আপুনি স্বাস্থ্যৰ কাৰণে এনে কৰিছে নেকি?" তেখেতে উত্তৰত কলে যে তেখেতক হেনো কোনোবাই চকুৰ অসুখত ডাড়ি মুখুৰোৱাটো ভাল বুলি কোৱাত তেনেদৰে ৰাখিছে। এনে কথা এবাৰ আগতে মই এগৰাকী ভদ্ৰলোকৰপৰা শুনিছিলোঁ, সেয়ে কথাটোৰ কিবা এটা সত্যতা আছে যেন লাগিল।

ইয়াৰ পিছত লাহে লাহে বুৰঞ্জীৰ পাত লুটিয়াই যাবলৈ ধৰিলোঁ, তেখেতে প্ৰথম প্ৰেৰণা কেনেকৈ পালে সুধিলোঁ। তেখেতে মুগ্ধ শ্ৰোতা এজন পাই উৎসাহেৰে কৈ গ'ল।

১৯০৫ চনত পদ্মনাথ গোহাঁঞিবৰুৱাদেৱেই যে তেখেতক আৰু তেখেতৰ বন্ধু নকুল ভূঞাক লিখাৰ প্ৰেৰণা যোগাইছিল বুজিব পাৰিলোঁ। কৈলাংঘুৰ আজি চাহাবৰ ৫০্ টকীয়া পুৰস্কাৰটিয়েও তেওঁক গবেষণা কৰাৰ কাৰণে যথেষ্ট উৎসাহ দিছিল—কিন্তু তেওঁৰ মনে-প্ৰাণে ভালপোৱা যি বিষয়—যি নীৰস অতীতক পাহৰণিৰ বুকুত হেৰাই যাব খোজা অতীতক বুৰঞ্জীৰ সূতাৰে গাঁথিছিল—প্ৰতিটো চৰিত্ৰৰ বুকুৰ কথাখিনিক ৰসেৰে অভিষিক্ত কৰিছিল—সেই ৰসখিনি সংগ্ৰহ কৰাৰ প্ৰেৰণা পাইছিল অসমীয়া কোনো সাধকৰপৰা নহয়,—এগৰাকী ইংৰাজৰপৰা। ড° জন পিটাৰ ৱেডৰ 'এন একাউণ্ট অব আসাম' কিতাপখনি বহু কষ্টেৰে তেওঁ বিচাৰি উলিয়ায় আৰু ১৯২৭ চনত তেওঁ যেতিয়া কিতাপখন ছপাই উলিয়ালে তেতিয়া মানুহে গেইটৰ বুৰঞ্জীৰ বাহিৰেও যে এনে এখন কিতাপ আছে বুজিব পাৰিলে। গেইটৰ বুৰঞ্জীত নথকা কথাৰ সন্ধান এই বুৰঞ্জীয়ে দিলে আৰু শৰ্মাদেৱক প্ৰেৰণা দিলে অসম বুৰঞ্জীৰ পম খেদিবলৈ, হেৰোৱা পাত-বোৰ বুটলিবলৈ। 'মণিৰাম দেৱান' সেয়ে তেওঁৰ অপূৰ্ব সৃষ্টি। বহুতৰে মতে শৰ্মাদেৱে 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত'কৈও 'মণিৰাম দেৱান'ৰ কাৰণেহে বঁটা পোৱা উচিত আছিল। কিন্তু গাঁৱৰ হোজা সৰল মানুহখিনিয়ে 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত'খন পঢ়িহে ভাল পাইছিল যেন লাগে। শৰ্মাদেৱে এবাৰ ৰগৰ কৰি কৈছিল, তেখেতে হেনো সাহিত্য একাডেমিৰ বঁটা পাওঁতে যি সকল শুভাকাঙ্ক্ষীয়ে অভিনন্দন জনাই চিঠি দিছিল তাৰ ভিতৰত এখন চিঠিৰ কথা তেখেতে কেতিয়াও নেপাহৰে—তাৰ ঘৰুৱা যোজনাটোৰ কাৰণে। সেই চিঠিত হেনো লিখিছিল, "আপোনাৰ কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত খন পঢ়ি খৰ খজুৱাই সুত পোৱাৰ দৰে সুত পালোঁ।" কিন্তু 'মণিৰাম দেৱান'ৰ সৃষ্টিৰ প্ৰেৰণা অকল ৱেডৰ কিতাপেই দিলে নে আৰু কোনোবাই দিছিল? তেওঁৰ মতে বঙ্গবাসী কলেজৰ অধ্যাপক এগৰাকীয়ে অসমৰ মানুহক জংলী অসমীয়া বুলি নোকোৱা হ'লে আৰু সেই অধ্যাপক গৰাকীক এদিন অসমীয়া যে জংলী নহয়, কালিকা-লগা ভাষা এটাৰে যে অসমীয়া এটি ঐতিহ্যময়ী জাতি তাক প্ৰমাণ কৰাৰ শপত নোখোৱা হ'লে, তেওঁ কিজানি ঘৰ-সংসাৰৰ কথালৈ পিঠি দি এইদৰে দিছিঙে-

দিপাঙে ঘূৰাৰ উপৰিও কলিকতাৰ বিখ্যাত ইম্পিৰিয়েল লাইব্ৰেৰীত বহি অক্লান্ত ভাৱে পুৰণি নথি-পত্ৰ খুচৰি খুচৰি উলিয়াই এই মহৎ গ্ৰন্থ ৰচনা কৰিব নোৱাৰিলে-হেঁতেন। ত্ৰিছ বছৰৰ সাধনাৰ যি ফল সেই ফলে অসমীয়া সাহিত্যৰ বহঘৰা শুৱনি কৰাৰ উপৰিও অসমীয়া জাতিটোক বিশ্বৰ দৰবাৰত মূৰ দাঙি থিয় হব পৰা কৰিলে। অসমীয়াৰ তেজ, দূৰদৰ্শিতাৰ পৰিচয় পৃথিৱীৰ জিজ্ঞাসুজনে পালে। তেওঁৰ কথাৰপৰা বুজিলোঁ তেওঁ অসমীয়া ভাষাটোক জতুৱা ঠাঁচ বা ফকৰা-যোজনাৰ উপৰিও শব্দবোৰ নিজ কমাৰশালত নিজৰ ঠাঁচেৰে গঢ়িছিল। তেওঁ কিছুদিন 'দৈনিক বাতৰি'ৰ সহকাৰী সম্পাদক আৰু পিছত 'তৰুণ অসম' সাপ্তাহিক কাকতৰ সম্পাদক হৈ থাকোঁতে কেবাটাও নতুন শব্দক নিজ ৰীতিৰে ৰূপ দিছিল—যি ৰূপ আজিও স্বীকৃত মৰ্যাদাৰে আছে। সংবাদদাতাৰ ঠাইত 'বাতৰি যোগনিয়াৰ', টাইম ব'মৰ ঠাইত খেন বোমা আজিও অচল নহয়। 'শিহু জাহাজ' ( ছাবমেৰিন ), 'ঘৰফলীয়া' ( বিবধাদী ), 'হাঁচতি খেল' ( ক্ৰছৱৰ্ড খেল ) ইত্যাদি শব্দই অৱশ্যে ব্যৱহাৰ হেৰুৱাইছে। তেওঁ এবাৰ আকাশ-বাণীত পুৰণি কঁথা সোঁৱৰণত ইংৰাজী জংশ্চন শব্দটোৰ এটি ধুনীয়া অসমীয়া প্ৰতিশব্দ দিছিলে ; মই বৰ্তমান সেই শব্দটো পাহৰিলোঁ কিন্তু, শব্দটো আছিল বৰ মিঠা, খুব সম্ভৱ শব্দটো আছিল টাই শব্দ। তেওঁ অসমীয়া ভাষাটোৰ গহীন প্ৰকাশভঙ্গী আৰু থলুৱা ভাষাটোৰ অসমীয়া আভিজাত্যৰ গোন্ধ সাহিত্যৰ সকলো দিশতে ৰাখিব খুজিছিল। মামা-ককা নীলমণি ফুকনদেৱৰ ভাষাত "বেণুধৰ শৰ্মা হাৰে-হিমজুৰে, খোজে-কাটলে, সাজে-পাৰে, খোৱাই-বোৱাই, ৰঙে-ৰহস্যই, কথোপকথনে, তালুৰপৰা তলুৱালৈকে অসমীয়া।" অসমীয়া সাহিত্যৰ বাবে কাপ ধৰোঁতে তেওঁ অসমৰ ডা-ডাঙৰীয়াসকলৰ ৰূপটো যেন চকুৰ আগত ৰাখি লিখিবলৈ বহিছিল। শব্দ আৰু ভাৱ-ভঙ্গীৰ থলুৱা গহীন গম্ভীৰ ৰূপটো যেন ম্লান নহয়। তেওঁক অসমৰ মানুহে অসমৰ থলুৱা ভাষাৰ শুদ্ধ প্ৰতীক বুলি ধৰি লৈছিল কাৰণেই তেনে সুৰত আনে কথা ক'লে, "আপুনি বেণুধৰ শৰ্মা হ'ল নেকি" বুলি যেন সুধি পেলাব খোজে। এবাৰ হাবাজানলৈ গৈ মই এই নামটোৰ অৰ্থ সোধাত এজনে কলে, "চাৰিও পিনৰপৰা বতাহ বলে কাৰণে হাবাজান বোলে।" স্বৰ্গীয় উমা বৰদলৈয়ে পিছে ক'লে যে ইয়াৰ জানটোৰ নাম 'হহৈয়াজান', সেই নামটোৰপৰাই মুখ বাগৰি বাগৰি—হাবাজান হৈছে। মই শেষৰ অৰ্থটোহে শুদ্ধ যেন লাগিছে বুলি কোৱাত বহুতে যোক

বেণুধৰ শৰ্মা হলোঁ বুলি জোকাব বুলি ভাবিছিলোঁ। দিয়াছোনৰ ঠাইত 'দিয়ানা', বন্ধা-বঢ়া, বস্ত্ৰ তৈয়াৰ কৰা, ঘৰ সজা আদিক 'বনোৱা' ইত্যাদি বিজতৰীয়া শব্দ কওঁতে কাবোবাক যেতিয়া মইও ডবিয়াওঁ, তেতিয়া নিজকে শৰ্মাদেৱেই হলোঁ যেন লাগে।

তেওঁক বঙ্গবাসী কলেজৰ অধ্যাপক এগৰাকীয়ে অসমীয়া ভাষাটো বঙলা ভাষাৰ এটি স্'তি বুলি ক'ব থোজোতে তেওঁ 'ৰংপতা' কিতাপখনৰে দুলাইন-মান পঢ়ি বুজাবলৈ কোৱাত বুজাব নোৱাৰিলত বুজাই দিলে যে অসমীয়া ভাষা কাৰো বহতীয়া নহয়। তেওঁ অসমীয়া ভাষাৰ ধ'তে অপমান তেতে ভাষাৰ হেংদান লৈ থিয় হৈছিলগৈ। —অকল ভাষা নহয়, খোৱা-লোৱাতো তেওঁ আছিল নিৰ্ভাজ অসমীয়া। শাক-পাত, কাহুদি-খাৰলি, পকা খৰিচাৰ কথা কওঁতে যেন তেওঁৰ জিভা ৰসাল হৈ পৰে। মই কথাই কথাই তেওঁক কৈছিলোঁ, "আপুনি বনৰীয়া শাক-পাত ভাল পায় যেতিয়া, ৰাতিপুৱাতে বৰ মানিমুনিৰ পাতৰ ৰস এচামুচ বা দুচামুচ মৌ পালে মৌ দি, নহলে এনেয়ে খাবচোন, চকুৰ কাৰণে ভাল বুলি নিদানত পাইছোঁ।" তেওঁ ক'লে, "তুমি নিদানৰ কিতাপ ক'ত পালা?" মই কলোঁ, "যোৰহাটৰ ৰবকটকী এজেঞ্চিত এখনেই আছিল, তাকে পঢ়ি কবিৰাজী কৰি ফুৰোঁ।" তেওঁক আকৌ কলোঁ, "আপোনাৰ দৰে ময়ো বুৰঞ্জীৰ বুকুৰ কথাবোৰ বিচাৰি ফুৰোঁ। সূৰ্যকুমাৰ ভূঞাদেৱৰ কিতাপবোৰ পঢ়ি তাৰে চৰিত্ৰ কিছুমান লৈ কিবাকিবি লিখি পেলাবৰ মন যায়; পিছে আজিলৈকে হৈ উঠা নাই।" তেওঁ কথাবাৰ শুনি ভাল পাইছিল যেন লাগিছিল। এইদৰে কথা পাতি পাতি আমি শিলঘাট পালোঁহি। শিলঘাটত শ্ৰীভবেশ হাজৰিকাৰ ঘৰত নামি চাহ-জলপান খোৱাৰ আগতে কোনোবাই দুটামান সুমথিৰা টেঙা-দিয়াত ভুলতে কমলা খাব নেকি—বুলি সুধিবলৈ লৈও নিজকে শুধৰাই সুমথিৰা খাব নেকি বুলিয়েই সুধিলোঁ। সকতে আমি সুমথিৰা টেঙা বুলিয়েই কৈছিলোঁ; পিছে ডাঙৰ হৈ বাহিৰলৈ গৈ বাহিৰৰ সুৰতে কমলা বুলি কবলৈ শিকিছিলোঁ কাৰণে সেই শব্দটোৱেই ওলাইছিল, পিছে অসমীয়া শব্দক নিখুঁতকৈ প্ৰকাশ কৰাৰ পিছতো নতুন শব্দশালত গঢ়ি-পিটি নতুন শব্দ সৃষ্টি কৰা অসমীয়া ভাষা-সাহিত্যৰ ওজাজনৰ আগত অসমীয়া মানুহ আপোনা-আপুনি সাৱধান হৈ যায়। ময়ো সাবধান হৈ গৈছিলোঁ। এইদৰে তেওঁক নগাঁৱৰ ঘৰত নমাই থৈ যেতিয়া গুৱাহাটী পালোঁহি—তাৰ দুদিনমান পিছত কৰাইদেউৰ

জগত শৰ্মাদেৱৰ বিষয়েই গল্প কৰাত ককাইদেৱে (শ্ৰীসুৰেন্দ্ৰনাথ শইকীয়া) ক'লে, "তোক আজুককাদেউতাৰ কথা কিবা কৈছিল নেকি?" মই কি কথানো বুলি সোধাত ককাইদেৱে ক'লে যে এদিন ককাইদেউক লগ পাওঁতে আৰু সকলো পৰিচয় লোৱাৰ পিছত হেনো সুধিলে, "তুমি জানানে অসমত তিনি-গৰাকী পিয়লিয়ে দেশৰ কাৰণে যুঁজিছিল। তাৰে এগৰাকী হ'ল, তোমাৰ আজুককাদেউতা পিয়লি শইকীয়া।" (এই আজুককাদেউতাৰ কথা অৱশ্যে মই সৰুতে মাৰপৰা শুনিছিলোঁ। খাজানা বন্ধ আন্দোলন চলোৱা কাৰণে হেনো যাবজ্জীৱন জেল হৈছিল আৰু মৃত্যুও হৈছিল যোৰহাট জেলতে।) ককাইদেৱে নেজানে বুলি কোৱাত তেখেতে কাশী দদাইদেউক গোটেইখিনি লিখি দিছিলে বুলিছিলে। সেই কাগজখিনি ক'ত হেৰাল নাজানি এদিন মই নিজেই তেখেতৰ সুৰাগপুৰৰ ঘৰলৈ গলোঁ সকলো কথা নিজৰ কাণেৰে শুনিবলৈ —কিন্তু তেতিয়া তেখেত অসুস্থ থকাত পিছত সেইবিলাক কাগজতে কৰবাত বিচাৰি পালে মোক দিব বুলি কৈ মোক লিখি থাকিবৰ কাৰণে খুব উৎসাহ দিলে। মই কলোঁ, "মোৰ লিখাত বহুত সংস্কৃত শব্দ সোমাই আছে নেকি জানো —আপুনি চাগৈ পঢ়ি বেয়া পায়।" তেখেতে ক'লে, "মুঠেই বেয়া নেপাওঁ— তুমি তো সিমান সংস্কৃত শব্দ ব্যৱহাৰ নকৰা। কিছুমানে গোটেইখিনি সংস্কৃতীয়া শব্দকেই ভৰাই দিয়ে। তুমি মাজে মাজে আহিবা"—বুলি কোৱাত আকৌ এদিন গৈছিলোঁ পুৰণি কথা সুধিবলৈকে। পিছে সেই সময়ত তেওঁৰ স্মৃতিশক্তিয়ে ফাঁকি দিছিলে, নিজৰ ওচৰৰ সকলোকে তেতিয়া চিনি নোপোৱা অৱস্থা; কেৱল কিবাকিবি কাগজপত্ৰ বিচাৰি উঠি যাবলৈ চেষ্টা কৰে আৰু কিছুমানৰ মতে তেখেতে হেনো চাৰিঙলৈ যাবলৈ গাড়ী আহিছে নে সোধে। যি হওক, সেই বয়সে নগৰকা অফুৰন্ত উৎসাহৰ জীৱনটোক বয়সে গৰকিবলৈ সাহ পালে যেন লাগি বেজাৰ লাগিল—বুৰঞ্জীৰ খাই সুঁতিটো কেনেকৈ শুকাই যাবলৈ ধৰে তাকে ভাবি ভাবি ঘৰলৈ উলটিলোঁ। দুদিন পিছত খবৰ পালোঁ তেখেতে কালৰ ওচৰত নতি স্বীকাৰ কৰিলে। বুৰঞ্জীৰ বুকুত বুৰঞ্জীৰ সোণালী পাতত আৰু এখনি পাত হৈ গ'ল'। এইখিলা পাতক পিছে জুয়ে নোপোৱে। জুয়ে নোপোৱা এই পাত খিলায়েই ভৱিষ্যতে সজাই থোৱা চাকি কিটাৰ শলিতা কিদালিক জ্যোতি শিখাৰে জলাই যাওক। তেওঁৰ ভাষাৰেই কওঁ—"তৰিলে দেশ মৰিলে স্বৰ্গ।"

# বেণুধৰ শৰ্মা ঃ গোটাদিয়েক স্মৃতিৰ চেঁকুৰা

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

ডেৰকুৰি বছৰৰো অধিক কাল পূৰ্বে ১৯৫১ চনৰ কোনোবা এদিন গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলত তজবজীয়া আদহীয়া লোক এগৰাকীক লগ পাইছিলোঁ— তেৰেঁই আছিল পাতাল-সন্ধানী বুৰঞ্জীবিদ বেণুধৰ শৰ্মা। লয়াৰ্ছৰ মালিক বিচিত্ৰনাৰায়ণ দত্তবৰুৱা মানুহৰ লগত চা-চিনাকি হোৱাত আৰু ইজনৰ লগত সিজনৰ বন্ধুত্ব স্থাপন কৰি দিয়াত নামে-কামে বিচিত্ৰ আছিল। তেৰেঁই সিদিনা আমাৰ দুয়োকো চিনাকি কৰি দিছিল। আজিও মনত পৰে—শৰ্মা ডাঙৰীয়াই পোনেই কৈছিল—'কাব্য-প্ৰভা'ৰ অতুল বৰুৱা নে? মই আপোনাক বয়সীয়া মানুহ বুলিহে ভাবিছিলোঁ। তেনেই ডেকা ল'ৰা দেখোন! ৰ'ব, পিছে মই হলে ভুটান পৰ্বতৰ নামনিত থকা আপোনাৰ নতুন গাওঁবোৰৰ এখন আনিম দেই! হৰিণচৰা, সুৰাগপুৰ, মৈৰাবাৰী, এনে ধুনীয়া ধুনীয়া নামবোৰ কোনে দিছিল বাৰু? আজিকালি আপুনি লেখামতে ঠাইবোৰ অটব্য অৰণ্য হেনো!' —এইদৰেই আৰম্ভ হৈছিল আমাৰ চিনাকি, সৌহাৰ্দ আৰু মধুৰ সম্পৰ্ক। তেওঁ মোক বন্ধুৱৎ ব্যৱহাৰ কৰিছিল যদিও মই তেওঁক গুৰুৱৎ জ্ঞান কৰিছিলোঁ। ষাঠিৰ দশকৰপৰা সেই বন্ধুত্বৰ আকৰ্ষণ ক্ৰমাৎ বাঢ়ি আহিছিল। মই তেখেতৰ সুৰাগপুৰৰ ঘৰলৈ সঘনে অহা-যোৱা কৰিছিলোঁ আৰু তেখেতেও আমাৰ বহাত মাজে-সময়ে পদধূলি দিবলৈ হেলা নকৰিছিল। বছেৰক হ'ল বেণুধৰ শৰ্মাই মৰদেহ এৰিলে, কিন্তু তেওঁৰ সান্নিধ্যৰ মধুৰ স্মৃতি মই পাহৰিব পৰা নাই, নোৱাৰিমও। তেখেতে অলেখ গল্প কৈছিল, জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰ কথা বহুত ওলাইছিল। তাৰে গোটাচেৰেক আজি সুঁৱৰিব খুজিছোঁ।

চাৰিং বুলিলেই বেণুধৰ শৰ্মালৈ আৰু বেণুধৰ শৰ্মা বুলিলেই চাৰিঙলৈ মনত পৰে। চাৰিঙৰ প্ৰতিটো ধূলিকণাই বেণুধৰক চিনিছিল আৰু বেণুধৰেও বুৰঞ্জীৰ পোহৰ পেলাই লোকদৃষ্টিত চাৰিঙক এক দিব্য উপবন কৰি তুলিবলৈ যত্নৰ ক্ৰটী কৰা নাছিল। পণ্ডিত তীৰ্থনাথ শৰ্মাদেৱে কোৱাৰ দৰে বেণুধৰ আছিল— চাৰিং দীপৰ ৰবিঞ্চন ক্ৰুচো। কামাখ্যা, উমানন্দ আদি পাঁচখন তীৰ্থৰ অৱস্থানে গুৱাহাটীক পঞ্চতীৰ্থ কৰি তোলাৰ দৰে পাঁচ গৰাকী মনীষীক জন্ম দি চাৰিঙো

আজি হৈ পৰিছে অন্য এক পঞ্চতীৰ্থ। বাগ্মীবৰ নীলমণি ফুকন, কবি যতীন্দ্ৰনাথ দুৱৰা, নাট্যকাৰ নকুলচন্দ্ৰ ভূঞা, সংবাদ-সাহিত্যিক পদ্মধৰ চলিহা আৰু বুৰঞ্জী-সূৰ্য বেণুধৰ শৰ্মাৰ জন্মস্থান চাৰিং। 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' হে যে চাৰিং জাকত-জিলিকা হৈ পৰিছে এনে নহয়—বীৰপুজাৰ স্বাক্ষৰবাহী শৰ্মাদেৱৰ 'মণিৰাম দেৱান'এও চাৰিঙক কম উজ্জল কৰি তোলা নাই। মণিৰাম দেৱানক তেওঁ চাৰিঙত জীয়াই তুলি পদে-প্ৰমাণে বীৰৰূপে দেখুৱালে।

কথাপ্ৰসঙ্গত উত্তৰ গুৱাহাটীৰ (আদিতে মঙ্গলদৈৰ, 'দৰং ৰাজবংশাৱলী' প্ৰণেতা সূৰ্য্যখড়ি দৈৱজ্ঞৰ বংশৰ) স্বৰ্গীয় ভগীৰাম বৰুৱাৰ কথাত শৰ্মাই এদিন মোৰ আগত এইদৰে কৈছিল যে জীৱনত তেওঁ হেনো এইগৰাকী লোকৰ দৰে অদ্ভুত গল্পৰসিক লোক দ্বিতীয় এজন পোৱা নাছিল। বৰুৱাৰ মুখত গল্পই হেনো নিতে নৱৰূপ গ্ৰহণ কৰিছিল। আগদিনাৰ গল্প বা কাহিনীটোৱে ফিৰিকা দিনা অন্য এটা ৰূপত সেই একে সমান ৰসাল আৰু মনোগ্ৰাহী হৈ ওলাইছিল!

ভগীৰাম বৰুৱা আৰু বেণুধৰ শৰ্মা কলিকতাত একেলগে পঢ়া বন্ধু আছিল। এবাৰ হেনো কলিকতাৰপৰা বৰুৱাই একমাত্ৰ মুখৰ বলতে, কথকতাৰ সহায়তে, ৰেলত বিনা টিকটে গুৱাহাটী পাইছিলহি। বঙালী টিকট-চে'কাৰে বৰুৱাৰ মুখেদি অনৰ্গল নাটকীয় ভঙ্গীত ওলোৱা ডি. এল. ৰায়ৰ 'চন্দ্ৰগুপ্ত' নাটকৰ বচন শুনি হাঁ-কৰি মুখ মেলি আছিল আৰু টিকট খুজিবলৈয়ে সাহ নকৰিছিল। শৰ্মা ডাঙৰীয়াই এই ঘটনাৰ বিতং বৰ্ণনা তেখেতৰ ৰসময় ভাষাত এবাৰ কোনোবা এখন আলোচনীত প্ৰকাশ কৰাৰ কথা মনত আছে; গতিকে তাক দোহাৰিব নুখুজিলোঁ। পিছে শৰ্মা ডাঙৰীয়াও কথকতাত কম নাছিল। তেখেত দ্বিতীয় ভগী বৰুৱা নহয় যদি নাম-নাচে ভগী বৰুৱা আছিল।

শৰ্মাদেৱে কিন্তু যাৰে-তাৰে লগত মন খুলি কথা নাপাতিছিল আৰু মনে-চিতে নিমিলা মানুহক তেওঁ দু'টা কথাৰে বিদায় দিছিল। এই প্ৰসঙ্গত ডেকা-বুঢ়া বহুত কৃতবিদ্য লোকৰ নাম তেওঁ নিজে কোৱা আজিও মনত পৰে। এই লেখকৰ কাৰণে হ'লে শৰ্মা ডাঙৰীয়া আছিল কানীয়াৰ কানি-খোলাৰ দৰে বৰ আকৰ্ষণৰ বস্তু। কেতিয়াবা তেখেতৰ কথা শুনি শুনি ভোল গৈ থাকি ৰাতি ভালেখিনি হোৱাত খৰলৈ ওভতোতে বাটত বৰষুণে পোৱাৰ কথাও মনত আছে। তেখেতে কোৱা দুই-এটা কাহিনী ইয়াত উল্লেখ কৰা ভাল হ'ব।

এবাৰ বিটচন বেল চাহাবে বোলে এখন-গাৱঁলৈ গৈ তেওঁক বেৰি ধৰা

অসমীয়া মানুহবোৰক সুধিলে—'ইয়াত বাক ইংৰাজী কথা ক'ব পৰা বা বুজিব পৰা কোনোবা লোক আছে নে?' —তাতে এজন ধূৰ্ত্ত লোকে ক'লে—'হজুৰ, এইবোৰ তেনেই আহম্মক লোক। ইংৰাজী নাজানে। এই অধমেই থোৰাথুৰি জানো।' চাহাবে ষপৰাই সুধিলে—'তুমি নো বাক কি থোৰাথুৰি জানা? জানা যদি বাক মোৰ নামটো অসমীয়াত কি হ'ব কোৱাচোন! মোৰ নাম হ'ল—N. N. D. Bitchon Bell.'

ধূৰ্ত্ত লোকটোৱে ভাবিলে—N. N. D. ন-ই ন-ই দই ল। পিছালে আছে 'বে'ল'—অৰ্থাৎ ঘণ্টা। গতিকে সি ক'লে—'নন্দদুলাল, ঘণ্টা কোবাও, ঘণ্টা কোবাও।' মানুহবোৰে খিক্‌খিকাই হাঁহিলে। চাহাবে তাৰ পিঠিত চপৰিয়াই 'চাবাচ, চাবাচ' বুলিলে।

ঠাইৰ নামৰ ইতিহাস আৰু প্ৰবাদ-প্ৰসিদ্ধি কোৱাত বেণুধৰ শৰ্মাৰ সমকক্ষ বীৰ নাছিল। এইবোৰৰ সন্ধানত তেওঁ গাঁও-ভূই পাত-পাত কৰি ফুৰিছিল। তেওঁ এদিন মোক কৈছিল—'আপোনাৰ মঙ্গলদৈৰ মাজবাট বোলা ঠাইডোখৰ জানেনে? মাজবাট নামটো কেনেকৈ হ'ল জানে? ই মহাৰাজ নৰনাৰায়ণৰ দান। নৰনাৰায়ণ ৰজাৰ ভায়েক গোঁহাইকমলাই কোচবিহাৰৰপৰা উত্তৰ লক্ষীমপুৰৰ নাৰায়ণপুৰলৈকে এটা আলি বন্ধাইছিল; আজিও তাক গোঁহাই-কমলা আলি নামে জনা যায়। আলিৰ কাম শেষ হোৱা বুলি জানিব পাৰি এদিন ৰজা নৰনাৰায়ণ কোচবিহাৰৰপৰা নাৰায়ণপুৰলৈকে সমদলে যাওক। গৈ থাকোঁতে থাকোঁতে এখন মুকলি ঠাইত ৰাতি হ'ল। তাতে সকলোৱে ছাউনী পাতি থাকিবলৈ ললে। ৰজাই সুধিলে—এইয়া কি ঠাই পালোঁহি? হঠাৎ কোনেও একো মাত নমতা দেখি ক'লে—মোৰ অনুমান এয়ে আমাৰ মাজবাট হব। তেতিয়াৰপৰাই সেই ঠাই মাজবাট বুলি জনাজাত হ'ল।'

সেইদৰে হাজোৰ পোৱামক্কা সম্পৰ্কে তেওঁ কৈছিল—তাত মক্কাৰ এক-চতুৰ্থাংশ বা এপোৱা থকা বোলা কথাৰ একো যুক্তি নাই। তেনে কথা বুৰঞ্জীয়েও সমৰ্থন নকৰে। তেওঁৰ মতে ঠাইডোখৰৰ ওচৰতে পাহাৰৰ দাঁতিত এটা সৰু নিজৰা আছে, নাম পোৱা জৰনা। এই নিজৰাৰ পাৰৰ পাহাৰৰ আশ্ৰয়ত নকৈ গাঁও বা মোকাম পাতি বাস কৰিবলৈ নবাগত মুছলমান-সকলে অভিলাষ কৰিছিল। পোৱা নিজৰাৰ পাছৰ মোকাম বা গাঁও বুলিয়ে হেনো মানুহৰ মুখত সি হৈ পৰিছিল—পোৱামকাম বা পোৱামক্কা।

শৰ্মা ডাঙৰীয়াৰ মুখে গুৱাহাটীৰ বামুনীমৈদাম ঠাইৰ বামুনী ইতিহাস বহুতে শুনিছে। খেনোৱে ইয়াক বামুনীময়দান বোলে। শৰ্মাৰ মতে কিন্তু ইয়াৰ আচল নাম বামুনীমৈদাম নহয়—বামুনীময়দানো নহয়—বাউনীমৈদাম হে। গদাপানি কোঁৱৰক ৰজা পতা বন্দৰ বৰফুকনৰ পত্নী বাউনী ফুকননীক হেনো এই ঠাইৰ কোনোবা এচুকত ৰাজকীয় সম্মানেৰে মৈদান বা কবৰ দিয়া হৈছিল। বাউনী ফুকননীৰ মৈদাম বা সমাধিস্থল বুলি বাউনীমৈদাম আছিল।

উত্তৰ লক্ষ্মীমপুৰৰ ঢকুৱাখনাক সাধাৰণতে ঢকুৱাখানা বোলা হয়। শৰ্মাই কিন্তু ঢকুৱাখানা বোলা শুনিলে অগ্নিশৰ্মা হৈ কৈছিল—ইয়াক ডাক্তৰখানা, উকীলখানা, মোচাফিৰখানা আদিৰ দৰে হোৱা যেন পাইছা নেকি? সেইটো নহয় দেই। তাৰ মানুহবোৰে প্ৰয়োজন হোৱাত সেই ঠাইত আন এটাৰ মাটি খানি ঢকুৱাৰে পেলাইছিল বাবে ঠাইডোখৰৰ নাম হৈ পৰিছিল ঢকুৱাখনা; ঢকুৱাখানা নহয়।

আৰকালি তেওঁ এদিন জুহাল কাষত বহুৱাই লৈ মোক সুধিছিল---বাৰু কওকচোন ৰাম আৰু হৰিৰ কোন বেছি পুৰণি?

মই অলপ আচৰিত হৈ খেমালিতে কলো—ৰাম!

—কেনেকৈ?

—কাৰণ ৰাম অৱতাৰ আগে, হৰি বা কৃষ্ণ অৱতাৰ পিছত।

তেওঁ কৈছিল—কথাটো কিছু হয়। আচল কথা হ'ল বৈষ্ণৱধৰ্ম প্ৰচাৰ হোৱাৰ আগলৈকে মানুহে বেছিকৈ ৰাম নাম লৈছিল। পিছত হৰিয়ে প্ৰাধান্য লভিলে। ৰাম হ'ল ঘাইকৈ আনন্দৰ, আশ্চৰ্যৰ ধ্বনি। ইস্ ৰাম, তাত যি উলাহ-উৎসৱ হৈছিল, কি ক'ম? হৰি সাধাৰণতে দুখৰ বন্ধু, দুখৰ ভাব প্ৰকাশ কৰা মাত।—হৰি হৰি! তোমাৰ নো এনেহে দশা হ'ল নে?—সেইদেখি বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ সময়ত দুয়োৰো নাম একেলগে লোৱাৰ ব্যৱস্থা কৰা হ'ল, আগে ৰাম, পিছত হৰি। যেনে, জয় ৰাম বোলা, জয় হৰি বোলা। জয় ৰাম কৃষ্ণ বুলি হৰি বোল, হৰি বোল, হৰি বোল।

খাঁটি অসমীয়া শব্দ ব্যৱহাৰ কৰি জতুৱা ঠাঁচৰ অসমীয়া লিখাত আৰু কোৱাত শৰ্মাই সদায় শেন-চকু আৰু শহা-কাণ ৰাখিছিল আৰু কাৰবাৰ ভুল হ'লে তাক তেতিয়াই তেতিয়াই শুধৰাই দিবলৈ ইতস্ততঃ নকৰিছিল। খোৱা-বোৱা, চাল-চলন, আচাৰ-ব্যৱহাৰ, কথা-বাৰ্তা, সকলো পিনেদি তেওঁ আছিল ৰাগ্মীবৰ নীলমণি

ফুকনৰ ভাষাত 'তালুৰপৰা অলুৰালৈকে' অসমীয়া। আনকি ব্যৱহাৰৰপৰা আঁতৰি যাবলৈ ধৰা শব্দবোৰো তেওঁ খঁহি-পিহি ব্যৱহাৰলৈ আনি চকচকীয়া কৰিবলৈ যত্নপৰ হৈছিল। চয়-নিচয় এটা প্ৰমাণ কৰা, উমান পোৱা, আন্দাজ কৰা, গমগতি লোৱা, চন্দুৰা পৰা, ছটফুটি, গেঙেৰি আদি শব্দৰ শুদ্ধ ব্যৱহাৰ বেণুধৰী গদ্যৰ এটা লক্ষণ। তেওঁ এথন সভাত কৈছিল—যেই-সেই শব্দ য'তে-ত'তে ব্যৱহাৰ নহয়। যেনে, বিয়াগোম মানে ডাঙৰ, সেইবুলি বিয়াগোম ঋষি নহয়। ক'বলৈ গ'লে অসমীয়া ভাষাৰ কালিকা শৰ্মাৰ হাতত স্পষ্টকৈ প্ৰকাশ পাইছিল। তেওঁ গঞা লোকৰ মুখৰ সাহিত্যত অপাংক্তেয় কথাবোৰ বুটলি আনি জাতত তুলিবলৈ লেখাত ব্যৱহাৰ কৰিছিল। অকল সিমানে নহয়, বুৰঞ্জীৰ পাতত মাৰ যাবলৈ ধৰা শব্দকো বাছি-বিচাৰি আনি পুনৰ্জীৱন দিছিল। কেতিয়াবা কেতিয়াবা, বিশেষকৈ সাংবাদিক হিচাপে লেখনী চলোৱা সময়ত তেওঁ অনেক নতুন শব্দ সাজি লৈছিল। তাৰে দুটা-এটা, যেনে, ঘূৰণীয়া মেজ-মেল (Round Table Conference), খেন-বোমা (time bomb), শিহু-জাহাজ (submarine), সোকাধৰা (whip), নৌ ফুকন (navy captain) ইত্যাদি। মুঠতে চাল-চলন, আদপ-কায়দাত ফুটি উঠাৰ দৰে শব্দ ব্যৱহাৰ আৰু প্ৰকাশ-ভঙ্গীত বেণুধৰী ৰীতি সততে দেখ-দেখ হৈ আছিল। বেণুধৰ ৰাজখোৱাৰ জন্ম-শতবাৰ্ষিকীত বক্তৃতা দি তেওঁ কৈছিল (৭।১২।৭২)—'হাতী মৰিলেহে দাঁতৰ প্ৰকৃত মাপ পোৱা যায়, কাৰণ তাৰ আধা ভিতৰতে থাকে। সেইদৰে মানুহ মৰিলেহে তেওঁৰ গুণবোৰ প্ৰকট হয়, অন্ততঃ অসমীয়া মানুহে তেতিয়াহে সেইবোৰ বিচাৰি পায়।'

এই প্ৰসঙ্গতে আৰু এটা কথা কওঁ। ১৯৭৭ চনৰ ৩ জুন শুকুৰবাৰে গুৱাহাটীৰ উলুবাৰী উচ্চ ইংৰাজী বিদ্যালয়ত জোনাকী সাহিত্য সভাৰ জৰিয়তে এবৈকেশটা প্ৰতিষ্ঠানে 'আৱাহন'ৰ সম্পাদক ডাঃ দীননাথ শৰ্মাক সম্বৰ্ধনা জনাইছিল। সেই অনুষ্ঠানত সভাপতিত্ব কৰিছিল বেণুধৰ শৰ্মাই। সভাপতিৰ ভাষণত তেওঁ উঠি পোনতে ফকৰা এটা মাতি কৈছিল—আমাৰ দেশত সম্বৰ্ধনা সম্পৰ্কে এটা বচন থাটে, বোলে, 'জীয়াই থাকোতে নিদিলে দাঁতনি-কাঠি, মৰিলে দি দিয়ে শ্ৰীআঙঠি'। অসমীয়া মানুহে মৰাৰ পাছতহে পাত ভৰাই ভৰাই লেখে। পিছে শলাগণি বা আদৰণি কিবা দিব খুজিলে জীয়াই থাকোতেই দিয়া ভাল তেতিয়াহলে মানুহজনে বুজে যে তেওঁ কৰা কামখিনি সাৰ্থক হৈছে। ছিৰী-আঙঠি মৰমৰ চিন। বিয়াতহে ইয়াক দিয়ে। ইও মৰমৰ চিন।

ডাঃ দীননাথ শৰ্মা সম্পৰ্কে তেওঁ নো সিদিনা কৈছিল কি ?—"ডাঃ দীননাথ শৰ্মা সাহিত্যিক নহয়, সাহিত্যৰ সেৱকহে : সম্পাদক, এজন প্ৰকৃত সম্পাদক, সাৰ্থক সম্পাদক—যাক আমি ভাল বান্ধনি বুলিব পাৰোঁ। জুতিলগা আঞ্জা বান্ধিব পৰা নিপুণ বান্ধনি। 'আৱাহন' সম্পৰ্কে তেওঁ কৈছিল—বৰ্ণাশুদ্ধিৰ বাৰবি ফুলেৰে ভৰা তেওঁৰ আৱাহন নাছিল। তেওঁ যদিও 'আৱাহন'ৰ সম্পাদক আছিল, তথাপি কিন্তু সম্পাদকে সম্পাদকে আছে দেই। বান্ধনি ভেদে জুতি বেলেগ। তেওঁৰ 'আৱাহন' আছিল আধুনিক পদ্ধতিত প্ৰকাশ কৰা প্ৰথম অসমীয়া আলোচনী, সেইকালৰ বাবু ৰামানন্দ চট্টোপাধ্যায়ৰ 'প্ৰবাসী'ৰ দৰে। বেজবৰুৱাৰ 'বাঁহী' আছিল প্ৰকৃততে ব্যক্তিগত আলোচনী, তেওঁৰ নিজৰ লেখাৰে ভৰা। হ'লেও পিছে পাঠকে তাক ভাল পাইছিল, খেদি-কুৰি পঢ়িছিল, কাৰণ তাৰ ভাষা আছিল প্ৰাণস্পৰ্শী খাঁটি অসমীয়া ভাষা।"

১৯৭৬ চনৰ ১২ ফেব্ৰুৱাৰীৰ কথা। বৃহস্পতিবাৰ। সাজ লাগো লাগো। গুৱাহাটী ক্লাবৰপৰা খোজকাঢ়ি বেণুধৰ শৰ্মাৰ ঘৰ পালোঁগৈ। ৰিহাবাৰীৰ সুৰাগপুৰতে তেওঁৰ ঘৰ। সুৰাগপুৰ মানে পুৰণি চলা-বিলৰ মাজৰ দ্বাৰকা। বুজাই বুজিব। শৰ্মা তেতিয়া লেপৰ তলত শুই আছিল। মই যোৱা বুলি শুনি ধহমহকৈ উঠি বহিল। ওচৰতে শেতেলিৰ দাঁতিত মজিয়াৰ ওপৰত কেৰাহি এটাত জুই ধৰা আছিল। মোক তেওঁ চকী এখনত বহিবলৈ দি ক'লে—'মাঘৰ জুয়ে বুঢ়াসকলক 'লংজিভিটি' দিয়ে, আয়ুসত চাউল বঢ়ায়।' আৰু ক'লে, 'আজি মোৰ মনটো বৰ প্ৰফুল্ল। মই এটা বহুদিনীয়া পুৰণি ঋণ শুজিছোঁ। নীলমণি ফুকনৰ ঋণ। তাহানি মই তেওঁক এটা বিহু-নীল দিছিলোঁ। তেওঁ হেৰুৱালে। তাকে মোক খুজি থাকে। মই দিওঁ দিওঁ বোলোঁ—কিন্তু দিয়া নহয়! আজি দি পঠালোঁ।' মই সুধিলোঁ—'বিহু-নীল নো কি ?' তেওঁ ক'লে, 'কওঁ শুনক। নীলমণি ফুকন মোতকৈ ডাঙৰ। তেওঁ বুঢ়িছৰ থাচ আমোলত উপজিছিল বুলি নাম পাইছিল নীল ( nil ) মানে শূন্য, মণি ( money ) মানে ধন : ধনৰ ঘৰত শূন্য। ধন নাই যাৰ তেওঁ ছালছিগা ভিকহু। সেই ভিকহুজন ভাৰতৰ বাক কোন ? তেওঁ হ'ল দিগবাস শিৱ-শঙ্কৰ—ভোলানাথ। তেওঁ দেৱাসুৰৰ যুদ্ধৰ সময়ত সাগৰ-মন্থনত ওলোৱা হলাহল পান কৰি নীলকণ্ঠ হৈছিল। অসমতো 'দৈনিক বাতৰি' ওলোৱা সময়ত দেৱাসুৰৰ যুদ্ধ হৈছিল। একালে কংগ্ৰেছ আৰু অন্যকালে সংৰক্ষিণী দল।

কংগ্ৰেছৰ মতে—আমি ভাৰতৰ মানুহ ; সংৰক্ষিণীয়ে কয়—আমি ভাৰতৰ হ'লেও পোনতে অসমৰহে। সেইসময়ৰ 'দৈনিক বাতৰি'ত তেওঁ অন্নমৰ বিৰুদ্ধে ওলোৱা হলাহল বিষবোৰ নিজে গ্ৰহণ কৰি নীলমণি গৈ নীলকণ্ঠ হৈছিল। শ্ৰীহট্ট বিচ্ছেদ তাৰে এটা বিষ-লাড়ু আছিল। ইংৰাজৰ আমোলত ওপজা চুট-নেক্‌টাই মাৰি বগা বিলাতী চাহাব বোলোৱা নীলমণিয়ে খদ্দৰ-পৰিহিত নীলমণি শঙ্কৰ হৈ ত্যাগী ভোলানাথ ৰূপ লৈছিল। আজি তাকে আকৌ লিখি পঠালোঁ।'

শৰ্মা ডাঙৰীয়াই কোৱা আৰু অনেক গল্প আৰু তেওঁ দিয়া ভালেকিথন ব্যক্তিগত চিঠি আছে। সেইবোৰৰ সম্যক উল্লেখ ইয়াত সমীচীন নহ'ব ; গতিকে এই প্ৰবন্ধত তেখেতৰ স্বাধীনচেতা প্ৰকৃতি আৰু মনৰ জেদ সম্পৰ্কে দুটা চুটি ঘটনাৰ কথা উল্লেখ কৰি বক্তব্য চমুৱা যাওক।

এটা ঘটনা অসম সাহিত্য সভাৰ বৰ্ডিয়া অধিবেশনত ঘটিছিল। অধিবেশনৰ কামৰ অন্তত শৰ্মা গৈ ভোজনশালাত দহজনৰ এজন হৈ পাত পাৰি বহিছে। বঁহি স্ফুৰ্তিৰে বেঞ্চত চপৰিয়াই ৰান্ধনিসকলক কৈছে—'দিয়া এতিয়া, কি আছে খাবলৈ দিয়া।'

ঠিক এনে সময়তে সেই ঠাইত কোনোবা প্ৰতিপত্তিশীল মন্ত্ৰীৰ প্ৰৱেশ ঘটিল। যোগনিয়াৰ, ভলণ্টিয়াৰসকল তেওঁক লৈ ব্যস্ত হৈ পৰিল। তেওঁক আদৰ-সাদৰকৈ বহিবলৈ দি আচুতীয়াকৈ এঠাইত খুৱাবলৈ ঠিকঠাক কৰা হ'ল। এনেতে কাৰোবাৰ চকু শৰ্মা ডাঙৰীয়াৰ ওপৰত পৰিল। স্থিৰ হ'ল যে মন্ত্ৰীৰ লগতে শৰ্মাকো দিয়া ভাল হ'ব। পিছে কথা হ'ল—মেকুৰীৰ ডিঙিত টিলিঙা পিন্ধায় কোনে ? তেওঁক মাতিবলৈ যায় কোন ? প্ৰাক্তন সভাপতি শৰ্মাৰ প্ৰকৃতি সকলোৱে জানে। শেষত বৰ্ডিয়া কলেজৰ অধ্যক্ষ বীৰেন বৰদলৈৰ ওপৰতে সেই দায়িত্ব পৰিল। বৰদলৈয়ে তেওঁৰ ওচৰলৈ গৈ ক'লে—'ছাইজে আপোনাক মিনিষ্টাৰৰ লগতে সৌ তাতে বহিবলৈ কৈছে।'

কথাষাৰে শৰ্মাৰ যেন জ্বলা জুইত ঘিউহে ঢালিলে ! তেওঁ ক'লে—'মিনিষ্টাৰ ? আজিৰ দিনত কিহৰ মিনিষ্টাৰ আছেহে ? আজি অসম সাহিত্য সভাৰ সভাপতিয়েই আটাইতকৈ ডাঙৰ মানুহ। মই নাযাওঁ, যোৱা।'—তেওঁ নগ'ল।

ইটো ঘটনা আছিল এটা পাঁচটকীয়া জেদ। ঘটিছিল কলিকতাত। তেতিয়া শৰ্মা চঞ্চল ডেকা। কলেজৰ ছাত্ৰ। মেছত থাকে। তেতিয়া

ইংৰাজৰ শাসনৰ পূৰ্ণ পয়োভৰ। এদিন কথা-বতৰাত কোনোবা এজনে ক'লে —গ্ৰেট ইষ্টাৰ্ণ হোটেলত ধুতি-চোলা পিন্ধা ইণ্ডিয়ানক সোমাবলৈকে নিদিয়ে— চাহ-জলপান খোৱা দূৰৰ কথা। শৰ্মাই ক'লে—'কি? ইমান নে? বাক বাজি মাৰা, মই খাই দেখুৱালে মোক পাঁচ টকা দিব লাগিব।' সেয়ে হ'ল।

শৰ্মাই পিছদিনা ধুতি-পাঞ্জাবী পিন্ধিয়ে চেগ চাই হোটেলত সোমাই এখন চকীত বহি ললে। দূৰৰপৰা চাহাব মেনেজাৰৰ তেওঁত চকু পৰিল। তেওঁ আহি কিবাকিবি কৈ অপমান কৰি শৰ্মাক হোটেলৰপৰা বাহিৰ কৰি দিলে। এতিয়া পিছে উপায়? চাহ খোৱাতো নহলেই, তাৰ উপৰি অপমান!

শৰ্মা বাহিৰে বাহিৰে কলিকতাৰ মেছুৱা বজাৰ পালেগৈ। তাতে ভাড়াত চুট পিন্ধিবলৈ দিয়ে। তাতে ডেৰ টকা দি তেওঁ এযোৰ চুট পিন্ধি ললে আৰু পোনছাটে গ্ৰেট ইষ্টাৰ্ণ হোটেল পালেগৈ। পোৱায়ে নহয়, তাত প্ৰৱেশ কৰি খাবলৈ বুলি চকীত বহিও ল'লে। ইফালে গাত ভাৰা কৰা চুট—কিমান দিনৰ পুৰণা আছিল ঠিক নাই, পেৰেট কৰি কঁকালতে এডোখৰ ফাটি গ'লেই। কোনোমতে ঢাকি-ঢুকি লৈ চাহ-জলপান অলপ খাই মেনেজাৰৰ কাউণ্টাৰতে পইচা দিবলৈ থিয় হ'লহি। পইচা লৈ মেনেজাৰে 'কেচ-মেমো' দিলে। 'কেচ-মেমো'খন হাতত লৈ তেওঁনো মেনেজাৰক কয় কি?—'হেলো, এম আই নাউ এ ডিফাৰেণ্ট মেন ডেট ইউ হেকন্ড্ জাষ্ট্ এন আৱাৰ এগো?'—তাকে কৈ তেওঁ ওলাই আহিল। চাহাবে হাঁ-কৰি চাই থাকিল।

এয়ে আছিল বেণুধৰ শৰ্মা!

# বেণুধৰ শৰ্মাৰ চিঠি

**শ্ৰীপৰনাথ শৰ্মা**

বুৰঞ্জীবিদ, প্ৰবীণ সাহিত্যিক ওজা বুলিয়েই নহয়—স্বৰ্গীয় বেণুধৰ শৰ্মা ডাঙৰীয়াক অন্য এটা কাৰণেও শ্ৰদ্ধা-ভক্তি কৰিছিলোঁ। তেখেত আছিল মোৰ স্কুলীয়া জীৱনৰ সহপাঠী, অন্তৰঙ্গ বন্ধু অধ্যাপক অজিত শৰ্মাৰ পিতৃ, সেই হিচাবে তেখেতে মোক পুত্ৰবৎ জ্ঞান কৰিছিল। গুৱাহাটীলৈ গ'লেই তেখেতক দেখা কৰি আহিছিলোঁ। যেতিয়াই যাওঁ দেখোঁ, তেখেতে হয় আলমাৰীবোৰত কিতাপ-ফাইলবোৰ যেহা লগাই থৈছে, নহয়, কিবা এটা পঢ়ি আছে বা লেখি আছে। লগ পালেই সেই সকলোবোৰ এৰি আমাৰ লগত অন্তৰখোলা কথাৰ সঁফুৰা খুলি দিয়ে; অসমীয়া মাত-কথাৰ ভুল পালে মুখতে ধৰে, অসমীয়া খৰুৱা ঠাচ বা ফকৰা-যোজনা এফাঁকি শুনিলে ভাল পাই শলাগে।

তেখেতৰ লগত মোৰ ঘনিষ্ঠতা বাঢ়ে ১৯৬৩ চনৰ পৰাহে। সেই বছৰৰ শেহত সোণাৰি ভগৱতীপ্ৰসাদ বৰুৱা সোঁৱৰণী উচ্চ মাধ্যমিক বিদ্যালয়লৈ প্ৰধান শিক্ষক হৈ যাওঁ। ১৯৬৪ চনৰ ৭ জুন তাৰিখে গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ দেহাৱসান ঘটে। জুলাই মাহৰ প্ৰথম সপ্তাহত হোৱা আদ্যশ্ৰাদ্ধত যোগদান কৰিবলৈ শৰ্মা ডাঙৰীয়া গুৱাহাটীৰপৰা আহে। ১৯৬৮ চনত তেখেতৰ বাল্যবন্ধু গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা সোঁৱৰণী গ্ৰন্থৰ উন্মোচনী সভাত বিশিষ্ট অতিথি স্বৰূপে যোগদান কৰিবলৈ আহিছিল। সোঁৱৰণী গ্ৰন্থত তেখেতে প্ৰবন্ধ এটিও দিছিল। এইবোৰ সাতে-সোতৰে তেখেতৰ লগত আমাৰ চিঠিৰ আদান-প্ৰদান হৈছিল। আমি চিঠি দিওঁ বা নিদিওঁ, সেই কথালৈ তেখেতৰ ভ্ৰূক্ষেপ নাই। কেতিয়াবা সোধা কথাৰ উত্তৰ লগে লগেই দিয়ে আৰু কেতিয়াবা মনত পৰিলে এনেয়ে দিয়ে। একেদিনাই আকৌ কেতিয়াবা দুখনো চিঠি দিয়ে। চিঠিবোৰ মই সাঁচি থৈছোঁ। তেখেতে চিঠিবোৰত দেশ আৰু সমাজৰ কথাই বিশেষকৈ লিখে আৰু সেইবোৰত নিজৰ মনৰ ভাব নিঃসঙ্কোচে প্ৰকাশ কৰিছিল। কিছুমান চিঠি লিখিছিল, কাকতে-পত্ৰে আমাৰ দুই-এটা বসাল প্ৰবন্ধ প্ৰকাশ হোৱা দেখিলে পঢ়ি ভুল-

চুকবোৰ আঙুলিয়াই দি আৰু ভাল পালে দুই-এটা শব্দত শলাগ লৈ লিখা। চিঠিবোৰত বেণুধৰ শৰ্মাৰ নিজস্ব প্ৰকাশ-ভঙ্গী, ভাষাৰ অতুৰা ঠাঁচ আৰু প্ৰয়োজনবোধে জোৰদাৰ চোকা বাক্যবাণ। বেণুধৰ শৰ্মাৰ ব্যক্তিত্বৰ অন্য এটা দিশৰ কথা ভালকৈ আলোচনা কৰা দেখা নাই। মানুহজন স্বভাৱতে আছিল ৰসিক, আৰু হাস্য-ব্যঙ্গ দুয়োবিধ ৰচনাই তেখেতৰ প্ৰিয় আছিল। ঘৰুৱা আলোচনাত ৰসাল কথা কৈ নিজেও আমোদ পাইছিল, আনকো ৰসত বুৰাব পাৰিছিল। চিঠিবোৰত এই দিশটোৰ কথা বঢ়িয়াকৈ প্ৰকাশ পাইছে। কবি-সাহিত্যিকসকলে নিজৰ ৰচনাত ব্যক্তিগত কথা বা মনৰ ভাব খোলাকৈ প্ৰকাশ কৰিব নোৱাৰে, তাত থলো কম; চিঠিপত্ৰত তেনে সুবিধা বিস্তৰ। বেণুধৰ শৰ্মাই জীৱিতকালত বহুজন ব্যক্তিলৈ চিঠিপত্ৰ দিছিল। যোগ্যজনে সেইবোৰ সংকলন কৰি প্ৰকাশ কৰিব পাৰিলে বেণুধৰ শৰ্মা মানুহজনক ভালকৈ বুজাত ভাগৰ সহায় হ'ব। আমাৰ সামান্য প্ৰবন্ধটিত কেইখনমান পত্ৰৰ কথাকে উল্লেখ কৰিব খুজিছোঁ। আশা কৰোঁ পাঠকসকলে আমাৰ ব্যক্তিগত কথালৈ লক্ষ্য নকৰি মানুহজনৰ উদাৰতা আৰু অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি থকা সজাগ দৃষ্টিলৈহে মন কৰিব।

( ১ )

২৪।১০।৭২

মৰমৰ···

যোৱা ৮ অক্টোবৰ তাৰিখৰ জনমভূমিখন আজিহে পাইছোঁ। তোমাৰ 'এ বুঢ়া ভাই' পঢ়ি বৰ সোৱাদ পালোঁ, অলপ বলও পালোঁ। তুমি যে ৰসাল কথা লেখাত ওজা, এই কথা আগেয়েও গম পাই থৈছোঁ। এতিয়া পাই ভাবিলোঁ 'শিশিৰে বসন্ত' ভালেমান কালৰ সোঁতত উটি গ'ল, তোমাৰ কিন্তু ৰসৰ ভাণ্ডাৰ একেদৰেই থাকিল, দেখি সন্তোষ পালোঁ। ঈশ্বৰে যেন তোমাৰ হতুৱাই আমাৰ সাহিত্যৰ পথাৰখন ৰসেৰে চোঁচোৱাই পঠিয়ায়। লেখি থাকা, নেৰিবা। এৰিলেই গ'ল।······তুমি লেখা গোটাদিয়েক শব্দ মই ভাল পোৱা নাই। বকুলৰ মালাও গুড়ি পকৰা থকাদি প্ৰবন্ধটোত থকা দুটামান গুড়ি-পকৰাই মোক বিজবিজাইছে; তুমি যদি মানা, শুধৰাবা। নোৱাৰিলেও একো কথা নাই, ডেকাৰ ডেকা-কথা বুলি চলাই দিবা; বেয়া নেপাওঁ। মাধৱদেৱৰ

আগত শ্ৰীমন্ত ব্যৱহাৰ কৰাটো মই ভাল নেপাওঁ। কাৰণ, শঙ্কৰদেৱক মাধৱদেৱেহে এই বিশেষণেৰেই ভক্তি জনাইছিল।

পুৰু চৌকলিয়া ডেকাটি হৈ পৰিল ···চৌকলীয়া ব'দহে। মাঁনুহৰ অন্তত নেথাটে। 'কইঁকইীয়া' হৈ পৰিল বুলি ক'লেহে বজিতা খাব। 'অপেশ্বৰী' নহয়, 'অপেশ্বৰীহে', ছপাৰ ভুলো হ'ব পাৰে······'দেওনা' কেইবা ঠাইতো লিখা হৈছে— 'ডেওনা'হে। বাৰে বাৰে ডেওনা নিলিখি জেওবা-জপনা, ছুৱাৰডলি লেখিলে ঘুৰণৰ দোষ নেথাকে। ডাটি-গোফহে শুদ্ধ, দাঢ়ি-গোফ নহয়। চাণক্য হে শুদ্ধ, চানক্য নহয় ( ছপাৰ ভুল হোৱাও সম্ভৱ )। সৰু হৰফত কিয় লিখিব লাগে? ডাঙৰ ডাঙৰ আখৰত কি হানি হয়?—বেয়া নেপাবা। ভুলবোৰ দেখিলে চকুৰে কটুকটাই থাকে—নেলেখি নোৱাৰিলোঁ······Dr. Wade's Account of Assam—1800 দ্বিতীয় তাঙৰণ ওলাইছে। তোমালোকৰ স্কুলত নাই যদি লেখিবা; দাম ২০ টকা, ডাক খৰছ বেলেগ।

তোমাৰ নতুন কিতাপ ওলাইছে যদি ভি, পি,কৈ পঠাবা। মৰম-চেনেহ— আশীৰ্বাদ সকলো পঠালোঁ।

ইতি তোমাৰ মঙ্গলাকাঙ্ক্ষী শ্ৰীবেণুধৰ।

এই চিঠিখন পোৱাৰপৰা ভাষা আৰু শব্দলৈ সাৱধান হ'লোঁ। এই চিঠিত আৰু দুটামান অতি মূল্যবান কথা পালো। আমাৰ কোনো সাহিত্যিক লেখকে কনিষ্ঠজনৰ লেখা পঢ়ি এনেকৈ ভুলবোৰ দেখুৱাই দি চিঠি নিদিয়ে। ভুলবোৰ দেখুৱাই দিয়াৰ লগতে বকুলফুলৰ মালাত গুড়ি পকৰা থকা কথাৰে জাতে-পাতে অসমীয়া যোজনা দি উৎসাহ যোগোৱাৰ লগতে, আকৌ আমাৰ কিবা কিতাপ প্ৰকাশ পালে এনেয়ে বিচৰা নাই, ভি, পি,ত পঠাবলৈহে কৈছে।

১৯৭৩ চনত জনমভূমিত 'অসমীয়া খানা' বুলি ৰসাল ৰচনা এখনত বেণুধৰ শৰ্মাৰ কথা উল্লেখ কৰি কৈছিলোঁ, তেখেতে বুৰঞ্জীৰপৰা আমাক ক'ব নোৱাৰেনে— আমাৰ অসমীয়া সেনাই কি খানা খাই মোগলক শৰাইঘাটত পৰাস্ত কৰিলে? দুটামান শব্দৰ এখন চিঠি পালোঁ—"তোমাৰ 'খানা' খাই বৰ তৃপ্তি পালেঁ।" ( ৩।২।৭৩ ) ঢেঁকীথোৱা পঢ়ি লেখিলে—"তোমাৰ ঢেঁকীথোৱাৰ কোব খাই ঘুৰি লাগিল—আৰু কোব খাবলৈ বাট চাই থাকিলোঁ।" আমাৰ শেহতীয়া ৰসাল ৰচনা সংকলন 'জেটুলিপকা' প্ৰকাশৰ খবৰ পাই ২৬।১০।৭৯ তাৰিখে লেখিলে

—শ্ৰীমানেষু, 'জেটুলিপকা' এনেটো নামে গুণে বজিতা খোৱা গুৱলা নাম কোনটো মগজুৰপৰা উলিয়ালা—তোমাৰ ডাক-পখিলীটো পায়েই গৌৰৱানন্দত ঢলকুচিয়াই গলোঁ। গৌৰৱ—আজিও যে আমাৰ ভাষা মৰা নাই। আনন্দ—মৰা শব্দ জীউৱা মায়ঙীয়া বেজ……পুনৰ জন্ম হৈছে সোণাৰিত—যাদুৰাম ডেকা বৰুৱাৰ বংশধৰসকলৰ উশাহ-নিশাহ বলা……ঠাইত 'জেটুলিপকাই' তাহানি-খনৰ 'মৌ' লৈ মনত পেলাই দিয়ে আৰু কত কথা—। মুঠতে তোমাৰ জেটুলিপকা পাকিলে এটা চুপি চুপি খাম—পঠিয়াই দিবা।"

অসমীয়া নজনা শব্দ আৰু ফকৰা যোজনা এটা পালে তেখেতে কিমান আগ্ৰহেৰে জানিবলৈ ইচ্ছা কৰে তাৰেই সাধাৰণ এটা উদাহৰণ দিওঁ। এদিন কথা-প্ৰসঙ্গত মই ক'লোঁ—'যাৰ নাই কেচুৱা, ঢেঁকী থোৰা নচুৱা'। বাক্যটো শুনিয়েই মোক ৰবলৈ কৈ ভিতৰলৈ গৈ বহী এখন আনিলে; আকৌ মোক কথাটো কোৱাই বহীখনত টুকি থৈ ক'লে—"গুৱাহাটীত থাকি জাতে-পাতে অসমীয়া মাতকথা শুনিবলৈ নোপোৱা হ'লোঁ।" এই বৃদ্ধ বয়সত—চকুৰেও ভালকৈ নমনা, হাতো কঁপে—তেনে অৱস্থাতো বহুত দিনৰ মূৰত ফকৰা-যোজনা-ফাঁকি শুনি বহীত টুকি ৰখা কাৰ্যই অসমীয়া শব্দৰ প্ৰতি তেখেতৰ প্ৰবল প্ৰীতিৰ কথা প্ৰমাণ দিয়ে। আৰু দুখনমান চিঠিৰ উদ্ধৃতি দিয়া হ'ল।

( ২ )

৪।৫।৭৬

স্নেহাস্পদেষু—

তোমাৰ চিঠি আৰু লগতে ওলগৰ সম্ভাষণ পাই বং পালোঁ। ওলগ—যি জনায় তেওঁতকৈ জনোৱাজন বয়সে ডাঙৰ হ'ব লাগে। সকলৈ মৰম-চেনেহ আশীৰ্বাদ। আজিকালি ওলগ সম্পূৰ্ণ democratic—ঢৰাতো শোৱে, সোণৰ পালেঙতো অৰ্থাৎ নিতাইপুখুৰীৰ দেউৰী গাঁৱতো চাঙত শোৱে—শ্বিলং বা দিল্লীৰ cosy air-conditioned সোণৰূপৰ পালেঙতো বিৰাজ কৰে। আজি-কালি আমাৰ প্ৰবন্ধ পাকবোৰ পথাৰৰ মূঢ়া হ'ল। সোধ-পোচ বা! সোধপোচ নোহোৱাকৈ যেয়ে মাথোন ঘূপুহ। মোৰ অনুমতি নোহোৱাকৈ বাতৰি-কাকতে বিহুৰ প্ৰবন্ধ এটা আৰু বিশ্ববিদ্যালয়ৰ বেজ এজনে প্ৰবন্ধ দুটামান চুৰকৈ বেচি ধন ঘটিছে। গোচৰলৈ থোৱা ভাল নহ'বনে? সকলোৰে নিমিত্তে Test case—ক্ষতিপূৰণ—২ টকা। ইতি তোমাৰ।……

( ৩ )

১৯।৪।৭৯

বিধিৰ নিৰ্বন্ধ—চকুৰ আহুকাল, বিহুৰ বাবে মৰম-চেনেহ···ডাক-পথিলীটি পঠালোঁ। ইয়াকে টোপোলা বুলি ভাবিবা।

শ্ৰীবেণুধৰ

( ৪ )

১৮।১১।৭৯

শ্ৰীমানেষু,

······তোমালৈ কথা এটি মনত পৰি লেখিলোঁ ; আশা কৰোঁ ভাল যেন দেখিলে আৰু টকা-শিকাই বল দিলে কামটো কৰিবা। কাম হৈছে এই— ভগৱতী বৰুৱাৰ সেই কলিজা কলা পেলোৱা সলিল-সমাধিৰ ঘটনাটো সোঁৱৰাই থাকিবলৈ তেওঁৰ সহধৰ্মিণী আৰু কেঁচুৱাটো আৰু তেওঁৰ ‘ফট’ এখন কলেজত আঁৰি থ’বা আৰু তেওঁৰ আত্মশ্ৰাদ্ধৰ দিনা যিথন বিৰাট সভা হৈছিল ( চাহাব-চুহুব কুলি-মালী আদি কৰি মৈদান ভৰি পৰিছিল ), গান্ধী আহোঁতেও সিমান হোৱা নাই। সেই সভাৰ ছবি এখনো কৰাই থৈছোঁ। বহুত দুখ-কষ্ট কৰি গোটাই থৈছিলোঁ। ডাঙৰ কৰিলে ৫০/৬০ টকা পৰিব। শ্ৰীমান কামাখ্যালৈ ( কামাখ্যাপ্ৰসাদ বৰুৱা—ভগৱতীপ্ৰসাদৰ ভ্ৰাতৃ ) ২খন চিঠি দিলোঁ—দেউতাক ৰাধিকাপ্ৰসাদ ডাঙৰীয়াৰ জীৱনী-টোকা এটা বিচাৰি। ল’গ পালে কবাচোন—

শ্ৰীবেণুধৰ।

কোৱা বাহুল্য, ৺ৰাধিকাপ্ৰসাদৰ পৰিয়ালৰ লগত বেণুধৰ শৰ্মাৰ শৈশৱকালৰ-পৰা ঘনিষ্ঠতা আছিল। ভগৱতীপ্ৰসাদ সহপাঠী আৰু ৺পাৰ্বতীপ্ৰসাদো কাণ সমনীয়া বন্ধু। “মজিয়াৰপৰা মেজলৈ” অপ্ৰকাশিত আত্মজীৱনীত পৰিয়ালটোৰ প্ৰায়বোৰ কথা বিতংকৈ প্ৰকাশ কৰিছে। সকলোটিয়ে বেণু শৰ্মাক পৰিয়ালৰ এজন বুলি ভাবিছিল। ৰাধিকাপ্ৰসাদৰ ডায়েৰীখনৰ কথা তাহানিৰ ৰামধেনুত প্ৰকাশ পাই গৈছে। শৰ্মাদেৱে জীৱনৰ শেষ বয়সতো ৰাধিকাপ্ৰসাদৰ জীৱনী এখন সংকলন কৰিবলৈ লৈ আৰুৱাকৈ এৰিবলগীয়া হ’ল। ৰাধিকাপ্ৰসাদ বৰুৱাই সংগ্ৰহ কৰা বিয়া-নামৰ পুথি এখন হাতে-লিখা অৱস্থাত আছে। ফাইলটোৰ

ওপৰত আমালৈ পঠাবলৈ বুলি তেখেতে কৈ গৈছে বুলি অজিত শৰ্মাৰপৰা জানিছোঁ। ১৯৭৮ চনৰ ৭ জুন তাৰিখে সোণাৰিত অলপ ডাঙৰকৈ গীতিকবি পাৰ্বতীপ্ৰসাদ বৰুৱাৰ সোঁৱৰণী তিথি পতা হৈছিল।

এইসময়ত শৰ্মা ডাঙৰীয়াৰ অসুখ। চিঠি এখনত লিখিছিল—

মৰমৰ পৰ,

আগেয়ে সোণাৰিত বাজহুৱাভাৱে কিবা এটা খিটিঙাই বাজিলেই বিশেষকৈ সোণাৰিৰ নিগাজী বাসিন্দা বৰুৱা পৰিয়ালৰ উঁকিটো আহি মোৰ ইয়াত খুন্দা মাৰেহি। এতিয়া একেবাৰেই মাটি-ফেঁটী হুসাহক। একো সাবসুৰ নাই কিয়?

সিদিনা পাৰ্বতিবৰুৱাৰ বছেৰকীয়া সোঁৱৰণী উৎসৱ হৈ গ'ল। বামুণীয়া ভাবাত কৰলৈ গ'লে একোদিষ্ট হৈ গ'ল। তালৈ তেওঁৰ পৰম বন্ধু নবীন শৰ্মা গৈছিল বুলি তেওঁৰ মৃত্যুৰ বাতৰি পাইহে গম পাইছোঁ। আমিনো কি অপৰাধ কৰিলোঁ জানিব পাৰোনে? জগৰ ভাঙিবলৈ কিবা শৰাই-সঁফুৰা আগ বঢ়াব লাগিবনেকি? ইতি—

তোমাৰ শুভাকাঙ্খী
শ্ৰীবেণুধৰ শৰ্মা

তেখেতৰপৰা পোৱা চিঠিবোৰ প্ৰায়েই চুম্বক। দীঘলীয়া চিঠি দুই-এখনহে পাইছিলোঁ।

২৩।৩।৮০

……আজিকালি শ্ৰীমান কামাখ্যা (সোণ) বৰুৱা সোণাৰিত নাইনেকি? তেওঁলৈ ৩ খন চিঠি দিও একো সমিধান নেপালোঁ। ডাক বিভাগেই নকটিয়ালে নে, তেওঁৰেই বা উত্তৰ-কুত্তৰ নিদিওঁ বুলি নিদিলে। যদিহে ঠেহ পাতিছে, জগৰ লগাইছোঁ—উহটো বিচাৰি মোলৈ খবৰ দিবাচোন …পানী-খোৱা পুখুৰীত মইনো কি বিহ ঢালিলোঁ? ৺ভগৱতীৰ সম্পৰ্কে এই ছবিখিনি ৰাখিবা। (১) ৰাহুৰাম বা জাহুৰাম বৰুৱা, (২) দুৰ্গাপ্ৰসাদ বৰুৱা, ৰাধিকা প্ৰসাদ বৰুৱা, (৩) ভগৱতীৰ ছবি, (৪) পাৰ্বতিৰ ছবি (৫) বাতৰিত প্ৰকাশিত শোকাবহ ঘটনা, (৬) আত্মশ্ৰাদ্ধৰ দিনা সোণাৰি ময়দানত হোৱা বিবাট সভা…

ইতি—
শ্ৰীবেণুধৰ শৰ্মা

অন্য দুখনমান চিঠিৰ উদ্ধৃতাংশ—

(ক) ……আজিকালি সেই আগৰ দৰে চকু ফুৰাই যাওঁতেই সমালোচনা (ভুলভ্ৰান্তিবোৰ) কৰি যোৱা শক্তি এতিয়া আৰু নাই। খোলা শুকান। "সন্দেহ খোৱা বালিও তল গ'ল।" তথাপি ইয়াৰ পাছতে আৰু যাব…… ইয়াৰ আগৰখনৰ উত্তৰ ক'তা? (৩।৩।৮০)

(খ) স্নেহাস্পদেষু,

কেদাৰ গোস্বামী পালোঁ। ধন্যবাদ। আজি ডেড়মাহমান মোৰ গা ভাল নহয়, উৎসাহ (উৎচাহ হে দেই, সাহ নহয়) কমি গৈছে।

দিখৌমুখৰ ভড়লুৱা গাঁৱতেই বোধকৰো গোস্বামীৰ শেষ বক্তৃতা। তেওঁৰ হিন্দী বক্তৃতা চমৎকাৰ। তেওঁৰ গুণ বখানি ঈশ্বৰপ্ৰসাদ বৰুৱাই তেখেতৰ জজমেণ্টত এবকলা লেখিছিল। এতিয়া আৰু সেইবোৰ ক'ত পাবা? আমাৰ মানুহে মাছ ভাজিবৰ সময়ত হে তেলৰ চুপিটো বটলটো বিচাৰে। কোনো এটা বস্তুৰ ভবিতব্যতা বিচাৰ কৰিব নজনা দোষতেই আমাৰ ভালেমান আপুৰুগীয়া বস্তু লুপ্ত হৈ গ'ল। ৺গোস্বামীৰ স্মৃতিগ্ৰন্থখন উলিওৱাত ভাল পালোঁ; কিন্তু তেওঁৰ গুণাৱলী ভালকৈ প্ৰকাশ নেপালে।

শ্ৰীবেণুধৰ শৰ্মা
২৩।৮।৭৬

( ৩ )

১৯৭৬ চনৰ জুন মাহত কলেজ শিক্ষকৰ আন্দোলনৰ সংক্ৰান্তত মাৰ্জনিশা বন্ধুবৰ শ্ৰীঅজিত শৰ্মাক পুলিচে গ্ৰেপ্তাৰ কৰাৰ কথা কাগজত পালোঁ। দুদিনমানৰ আগতে দেউতাকৰ হাত এখন ভগা খবৰো পালোঁ। শৰ্মা ডাঙৰীয়ালৈ সান্ত্বনা আৰু সমবেদনা জনাই লেখিছিলোঁ "বোলো এনেয়ে মৰে ঋষিৰ শাপত, তাতে দিয়ে ধানৰ ভাপত।" আমাৰ চিঠি পাই ওপৰা-উপৰিকৈ দু'খন চিঠি লেখিলে।

(ক) শ্ৰীমানেষু……তোমাৰ চিঠি পাই ভাল লাগিল। মোৰ হাতখনৰ হাড় এডালি ভিতৰতে পৰি ভাগিলত বিছনাত পৰি আছোঁ……উৎসৱে ব্যসনে চৈব ……যঃ তিষ্ঠতি সঃ বান্ধবঃ।

—শ্ৰীবেণুধৰ শৰ্মা
গুৱাহাটী-৮

(খ) স্নেহাস্পদেষু,

তোমাৰ চিঠি পাই বৰ বং পালো। অলপ ভালদৈ আছিছে। পিছুতহে দেখিম ঢেলীয়ে কি ল'বা পায়? এয়ে কিজানি বনি নৈ সিকলীয়া কৰে। মৰম-চেনেহৰে।

—শ্ৰীবেণুধৰ শৰ্মা

এই সময়ত দেশত জৰুৰীকালীন অৱস্থা চলি আছিল।

# বেণু ককাইদেউৰ সান্নিধ্যত

শ্ৰীকুমুদচন্দ্ৰ বৰুৱা

অকল অসমৰে নহয়, সমগ্ৰ ভাৰতৰে বিখ্যাত সাহিত্যিক, বুৰঞ্জীবিদ্‌, স্বাধীনতা সংগ্ৰামৰ যুজাৰু, সত্যৰ কাৰণে যুজ দিওঁতা, নিৰ্ভীক পৰম আৰাধ্য স্বৰ্গীয় বেণুধৰ শৰ্মা ককাইদেউৰ লগত কেনেকৈ চিনাকি হলোঁ, তাৰে এটি চমু আভাস ৰাইজৰ আগত দাঙি ধৰিলোঁ।

বহুতদিন আগৰেপৰা ককাইদেউৰ নাম শুনি আছিলোঁ। মই তেখেতক লগ ধৰি চিনাকি হম বুলি ভাবি থাকোঁতেই অকস্মাতে তেখেতৰ সৈতে চিনাকি হোৱাৰ সুযোগ মিলাত মই যে কিমান আনন্দ পাইছিলোঁ সেই কথা মোৰ আজিও মনত আছে।

১৯৩৭ কি '৩৮ চনৰ কথা, মোৰ দুখন ধেমেলীয়া নাটক 'গুড নাইট চাৰ', আৰু 'লিমিটেড কোম্পানী' যোৰহাট থিয়েটাৰত অভিনীত হৈছিল। তেখেতে সেই নাটক দুখন চাই আৰু সেই নাটক দুখনত অংশ গ্ৰহণ কৰা ভাৱৰীয়াসকলৰ ভাও দেখি ইমান সন্তোষ পাইছিল যে নাটক দুখনৰ লেখক কোন বুলি তেখেতৰ খুলশালিয়েক চাহ-খেতিয়ক মহেন্দ্ৰনাথ শৰ্মাক সোধাত শৰ্মাই ক'লে—"নাটক দুখনৰ লেখক হ'ল কুমুদ বৰুৱা, স্বৰ্গীয় কৃপালচন্দ্ৰ বৰুৱা উকীলৰ দ্বিতীয় পুত্ৰ।" পিছদিনা ৰাতিপুৱা তেখেতে শৰ্মাদেৱক লগত লৈ—'কুমুদ আছানে, কুমুদ আছানে ?' বুলি মাতি আমাৰ তৰাজানৰ ঘৰ ওলালেগৈ। মই ওলাই অহা মাত্ৰকে তেখেতে—'হেৰা, তোমাৰ পৰিচয় মই কালিয়েই পালোঁ। তুমি লিখা নাটক দুখন, তোমাৰ লগৰীয়াসকলৰ ভাও দেখি ইমান সন্তোষ পালো যে তোমালোক সকলোটিলৈকে মোৰ আন্তৰিক আশীৰ্বাদ দিবলৈ আহিলোঁ।

সেইদিনাই তেখেতৰ লগত মোৰ প্ৰথম চিনাকি। তেখেত যোৰহাটলৈ আহিলে, মাজে মাজে তৰাজানৰ ঘৰলৈ মোৰ খবৰ লবলৈ গৈছিল ; ময়ো তেখেতক মহেন্দ্ৰ শৰ্মাৰ ঘৰত নাইবা তেখেতৰ জোঁৱায়েক 'নেহেৰু পাৰ্ক'ত থকা শ্ৰীগোবিন্দ বৰুৱাৰ ঘৰত খবৰ কৰো আৰু শেষলৈ মাজে মাজে তেখেত মোৰ লৰাইবন্ধাৰ ঘৰলৈকো আহিছিল। এদিন তেখেতে মোক ক'লে—'ব'ল্যাচোন

পুৰণা পুথি কেইখনমান কাৰ ঘৰত আছে বিচাৰি যাওঁ।' এইদৰে তেখেতৰ লগত পুথি বিচাৰি বহুতৰ ঘৰলৈ গলোঁ আৰু পুথিও যথেষ্ট পোৱা হ'ল। স্বৰ্গীয় ককাইদেউ আছিল নিৰ্ভীক, স্পষ্টবাদী, কথা ক'বলৈ ভয় নকৰা মানুহ। সেইবিলাকৰে কেইটামান উদাহৰণ দিলোঁ।

এদিন তেখেতে মরে বজাৰৰ ফালে গৈ আছিলোঁ। বিপৰীত ফালৰপৰা চেলেংহাটৰ এজন অৱস্থাপন্ন মানুহ মটৰ চলাই আহে। তেখেতে গাড়ীখন হাত দাঙি ৰাখি খঙেৰে মানুহজনক ক'লে—'তুমি কেনেধৰণৰ মানুহ হে? ইমান মিছা কথা ক'বলৈ ক'ত 'ট্রেইনিং' ল'লা? তুমি উপযাচি লৈ যাম বুলিলতহে মই যাব খুজিছিলোঁ, কি মই মটৰত উঠিবলৈ পোৱা নাই? তোমাৰ নিচিনা দহজনে মোক লৈ যাব।" মানুহজনে ক'লে, 'নিম ককাইদেউ নিম'—'নালাগে তুমি মোক নিব। তোমাৰ নিচিনা মিছলীয়া এটাৰ লৈতে মই একমিনিটো কথা নাপাতো' বুলি 'আহা' বুলি মোক লৈ গ'ল। আমি গৈ আছোঁ। এনেতে গাত ফটা বনিয়ন এডোখৰ পিন্ধা আৰু কম্বল লৈ এজন মগনীয়া আমাৰ ওচৰলৈ আহিল। তাক দেখি ককাইদেউৰ বৰ দুখ লাগিল। আমাৰ লগতে তাক লৈ গৈ এখন কম্বল আৰু এটা বনিয়ন কিনি দিলে। মগনীয়াটো আচৰিত হৈ ককাইদেউৰ ভৰিত পৰি ক'লে—'দেউতা আপোনাৰ নিচিনা মৰমিয়াল মানুহ ক'ত পাম'—'যা বনিয়ন চোলা পিন্ধিবি, কম্বল গাত ল'বি।' ইয়াতে বুজিব পাৰি ককাইদেউৰ অন্তৰখন কিমান মৰমিয়াল আছিল। আৰু এদিন আমি দুয়ো ফুৰিবলৈ গৈ আছোঁ। তেওঁ এজন মানুহক দেখি ক'লে—'মই কাকো খাতিৰ নকৰা মানুহ! বিমলা চলিহাক কৈ তোমাৰ ল'ৰাক কাম দিয়ালোঁ। এইবিলাক সকলো পাহৰি গ'লা। ল'ৰাই কাম পোৱাৰ পিছত তুমিতো এদিন মোৰ ওচৰলৈ গৈ খবৰ দিব লাগিছিল।' এইবুলি কৈ ককাইদেৱে মানুহজনৰ কোনো কথা নুশুনি নিজৰ বাট ল'লে।

ককাইদেউৰ ফুটবল, ক্রিকেট খেলাটো বাপ আছিল। অসমৰ বিখ্যাত সাহিত্যিক পৰম শ্রদ্ধাস্পদ শ্রীশ্রীমিত্রদেৱ মহন্তই মোক কৈছিল; ককাইদেউ আৰু তেখেতে ৺কুলকমল বৰুৱাৰ (সৰ্বাইবৰুৱা) ঘৰৰ আগৰ পথাৰখনতে বল খেলিছিল।

মই সাহিত্যিক পেঞ্চন পোৱা দেখি ককাইদেউৱে বৰ সন্তোষ পাই কৈছিল, 'চৰকাৰৰ বাছনী সুন্দৰ হৈছে।' তেখেতৰ লৈতে মোৰ শেষ দেখা হৈছিল

ৰজাবাৰী চলচ্চিত্ৰঘৰৰ প্ৰথম প্ৰয়াস 'পোনাকণ'ৰ (প্ৰযোজিকা শ্ৰীপুতলা শৰ্মা, মুখ্য পৃষ্ঠপোষক শ্ৰীসুশীল শৰ্মা) আথবা চাবলৈ যাওঁতে।

ককাইদেউ গ'ল। তেখেতৰ স্থান পূৰাব কোনে? অসমীয়া সাহিত্যলৈ তেখেতৰ যি অবদান সেই অবদানে জাতিক জাগ্ৰত কৰি ৰাখিব।

বজালা মোহন বেণু, তুমি বেণুধৰ,
বেণুৰ সুৰত আনা, সুৰ সৰগৰ।
সুৰত সজীৱ হ'ল, প্ৰজাৰ মণ্ডলী,
আয়তী সকলে দিলে, মংগল উৰুলী।
বাজক বেণুৰ বেণু সহস্ৰ বছৰ,
জগাই তোলক সুৰে সহস্ৰ অন্তৰ।

তেখেতৰ আত্মাই চিৰ-শান্তি লাভ কৰক!

# বেণুধৰ শৰ্মাক যিদৰে জানো

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

পৃথিৱীত অনেক বিধৰ মানুহ আছে। তাৰে কিছুমানক দেখিলে আনন্দ লাগে, কিছুমানক দেখিলে ভদ্ৰতাৰ খাতিৰতহে কথা পতা হয়, আৰু কিছুমানক দেখিলে আঁতৰি যাবৰ মন যায়। এইসকলৰ ভিতৰত প্ৰবীণ সাহিত্যিক আৰু বুৰঞ্জীবিদ বেণুধৰ শৰ্মা প্ৰথম বিধৰ। তেওঁ 'অসম জ্যোতি'।

মই তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলত পঢ়ি থকা অৱস্থাতে পোনতে ডেকা বেণুধৰ শৰ্মাক লগ পাওঁ। ১৯৩৩ চনত তেওঁ ফুৰি ফুৰি তিনিচুকীয়া ওলায়হি; আৰু ৰাতি তাত থাকি পুৱা নাহৰকটীয়ালৈ যাব। এটা মোনা আৰু হাতত কিতাপৰ টোপোলা এটা। তিনিচুকীয়ালৈ সাহিত্যিক মানুহ কম আহে। গতিকে আমি ছাত্ৰসকলে তেওঁক স্কুললৈ মাতি আনি এখন সভা পাতিলোঁ। তেওঁৰ বক্তৃতাই এচাম ছাত্ৰক প্ৰেৰণা দিয়াৰ উপৰি, কথন-ভঙ্গী আৰু মলখুৰছা শব্দ আৰু জতুৱা ঠাঁচৰ ব্যৱহাৰে বহুতক আকৃষ্ট কৰে। বেণুধৰ শৰ্মাৰ হাতত দুখনমান কিতাপ, তাৰে এখন হল ড° ৱেডৰ 'এন একাউণ্ট অব্ আসাম'। এখন কিতাপ মোৰ বৰ মোমাইদেউ সোমেশ্বৰ বৰুৱাক বেচে।

বেণুধৰৰ 'বেণু'ৰ ধ্বনিত যেন বুৰঞ্জীৰ বীজমন্ত্ৰ নিহিত আছে আৰু সেয়েহে তেওঁৰ ৰচনাত বুৰঞ্জীও সাহিত্যৰ পৰ্যায়লৈ উন্নীত হয়। বি, এ, পঢ়ি থাকোঁতেই মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ প্ৰতি সঁহাৰি জনাই সংগ্ৰামত সক্ৰিয় ভূমিকা লয় আৰু জন-জীৱনৰ লগত তেওঁৰ প্ৰত্যক্ষ সংযোগ ঘটে। সেই সময়ৰেপৰা গাঁও-নগৰ, চাহ-বাগিচা আদি অসম বুৰঞ্জীৰ কথা, কিংবদন্তী, স্থান নামৰ তাৎপৰ্য আদি সংগ্ৰহ কৰোঁতে কিদৰে শ্ৰম কৰিলে, সেই কথা যেতিয়া আমাক কয় তেতিয়া শ্ৰদ্ধাত মূৰ দোঁ খায়। তেওঁ একালত কম কষ্ট কৰিলে নে? চফল ডেকা অৱস্থাত খোজ কাঢ়ি, চাইকেল চলাই বা ৰেলত উঠি বেণুধৰ শৰ্মাই নানা ঠাইত ফুৰি ফুৰিছিল। কিয়নো আঢৈকুৰি বছৰৰ আগেয়ে অসমৰ পৰিবহন ব্যৱস্থা উন্নত নাছিল আৰু ৰেলেই আই পৰিবহন আছিল।

শৰ্মাৰ ঘৰ চাৰিঙত আৰু মোৰ ঘৰ টীয়কত হ'লেও মই জীৱিকাৰ অৰ্থে শিলং,

তুৰা, ডিব্ৰুগড় আদি ঠাইত কালযাপন কৰিব লগা হোৱাৰ কাৰণে মাজতে আমাৰ যোগসূত্ৰ বিচ্ছিন্ন হৈছিল। অৱশ্যে ইয়াৰ মাজত ছেগা-চোৰোকাকৈ তেওঁক দুই এবাৰ লগ পাইছিলোঁ। পুনৰ সুবিধা হ'ল যেতিয়া মই যোৰহাটলৈ বদলি হৈ আহোঁ আৰু তেওঁ গুৱাহাটীত বসতি কৰিবলৈ লয়।

সাহসী, নিৰ্ভীক, দৃঢ়মনা, স্পষ্টবাদী আৰু দেশপ্ৰাণ বেণুধৰ শৰ্মাৰ ঘৰত বহি কথা-বাৰ্তা পাতিলে স্বাভাৱিকতে মোৰ সাহস আৰু প্ৰত্যয় জন্মে আৰু ন ন তথ্যপাতি আহৰণ কৰিব পাৰোঁ। এইজন স্বনামধন্য পুৰুষে যেতিয়া জীৱনৰ অভিজ্ঞতাৰ কথা কয়, তেতিয়া কলৰিজৰ 'এনচেণ্ট মেৰিনাৰ'ৰ দৰে ৰ লাগি কথা শুনি থাকিবৰ মন যায়। জীৱনৰ আগছোৱাৰ কথাও সৰস। মণিৰাম দেৱানৰ তিথি পাতিবৰ কাৰণে উঠি পৰি লগা, বেড চাহাবৰ বুৰঞ্জীখন প্ৰকাশৰ কাৰণে অৰ্থসাহায্য বিচাৰি ফুৰা আৰু সেই বুৰঞ্জীখন বেচি ফুৰোঁতে লাভ কৰা অভিজ্ঞতা, চাহ-বাগিচাৰ দুই-এজন মেনেজাৰৰ লগত ঠোৰ-মোজা লগা, দুই-এজন চাহাবৰ অসম-প্ৰীতিৰ কথা, মণিৰাম দেৱান পুথি প্ৰসঙ্গত উপেন্দ্ৰনাথ বৰুৱাৰ হাতত অপদস্থ হোৱা, ইত্যাদি অনেক কথা নাটকীয় ভঙ্গীত কৈ যায়। জোনাকী যুগৰ সাহিত্যিকসকলৰ কথা কওঁতে কেতিয়াবা নতুন কথাৰ সন্ধান পোৱা যায়। পদ্মনাথ গোহাঞিবৰুৱা, হেমচন্দ্ৰ গোস্বামী আদিৰ নাম ললেই তেওঁৰ মেটমৰা ভঁৰালৰ-পৰা মাণিকী-মধুৰি সদৃশ মূল্যবান তথ্য-পাতি ওলায়। জোনাকী বৃত্তৰ দুই এজনৰ জীৱনৰ পাৰ্শ্বজ্যোতি শুনিও নেহাঁহি নোৱাৰি। গুণাভিৰাম বৰুৱাৰ অসমীয়া প্ৰীতি তথা অসম-প্ৰীতিৰ কথা কৈ তেওঁ আনন্দ পায়। একালত শৰ্মা ডিব্ৰুগড়ৰ-পৰা প্ৰকাশিত সাপ্তাহিক কাকত 'তৰুণ অসম'ৰ সম্পাদক আছিল। তেতিয়া দ্বিতীয় মহাযুদ্ধৰ সময়। সম্পাদকসকলো বৰ সতৰ্ক হ'ব লাগিছিল। তৰুণ অসমৰ সংবাদৰ খাঁটি অসমীয়া শব্দাৱলীৰ ব্যৱহাৰৰ দ্বাৰা শিৰোনামা (কেপচন্) আকৰ্ষণীয় হৈ উঠিছিল। এটা সংখ্যাত ওলাল 'হিটলাৰে লেটা কুন্দাইছে'। বাতৰি কাকতখনৰ শিৰোনামা দেখি ডেপুটি কমিছনাৰ গানিং চাহাবৰ উঠিল খং। বিজন গানিং চাহাবে প্ৰাতঃভ্ৰমণ কৰিবলৈ আহি বেণুধৰ শৰ্মাৰ ঘৰৰ আগেদি যাওঁতে 'গুড্ মৰ্নিং বেণুধৰ' বুলি মাত দি যায়, সেইজন উপায়ুক্তই তেওঁক মতাই পঠিয়ালে। শৰ্মাই কাৰণটো বুজিব নোৱাৰি উপায়ুক্তৰ বাস ভৱনলৈ গ'ল। গানিং চাহাবে 'তৰুণ অসম'ত ৰঙা চিয়াহীৰে দাগ দি ৰখা শিৰোনামাটোলৈ আঙুলিয়াই ক'লে যে সম্পাদকে হিটলাৰকহে ভাল বুলিছে। শৰ্মাই 'লেটা

কুন্দা'ৰ অৰ্থ বুজাই দিলতহে উপাযুক্তৰ থং মাৰ গ'ল আৰু সম্পাদকক হাঁহি-মুখে বিদায় দিলে। গানিং সন্তুষ্ট হ'লত তেওঁ বাজবোৱৰ হাত সাৰিল।

শৰ্মা বগগছস্বৰূপ আৰু সেই গছৰ ছাঁত মই আশ্ৰয় লাভ কৰিছিলোঁ। সাহিত্যৰথী বেজবৰুৱাৰ জীৱনী লেখাৰ সময়ত দুই-এটা কথাৰ সন্দেহ বিচাৰি তেওঁৰ ওচৰ চাপিছিলোঁ, আৰু তেওঁ মোক এইবিষয়ে দিহা-পৰামৰ্শ দিছিল। জগন্নাথ বৰুৱাৰ জীৱনী ৰচনাৰ সময়তো তেওঁ মোক কিছুমান আপুৰুগীয়া বস্তু দি কৈছিল, "জগন্নাথ বৰুৱাৰ জীৱনী এখন লেখাৰ কথা মই চিন্তা কৰি আছিলোঁ। কিন্তু এতিয়া আৰু নহ'ব। তুমি কামটো হাতত লোৱাত ভাল পালোঁ। নলিনীক (চন্দ্ৰধৰ বৰুৱাৰ পুত্ৰ) কৰা যাতে হেমধৰ বৰুৱাই লেখা অভিধানখন প্ৰকাশ কৰে। সময়ত মই প্ৰতিলিপি কৰাই দিম।" জীৱনীখন প্ৰকাশ হলত তেওঁক এখন দিলোঁ। তাক আনন্দেৰে গ্ৰহণ কৰিলে। কিন্তু বেণুধৰ শৰ্মাই অভিধান-খনৰ প্ৰতিলিপি কৰাই দিব নোৱাৰিলে। মই ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ বিষয়ে দুই চাৰিটা কথা জানিবৰ কাৰণে আৰু সেইবিষয়ে তেওঁৰ হাতত থকা কাকতপত্ৰ পোৱাৰ উদ্দেশ্যে কাষ চাপিছিলোঁ। তেতিয়া তেওঁৰ জীৱনৰ বিয়লি বেলা। আগৰদৰে লৰচৰ কৰিব নোৱৰা অৱস্থা। মোক ক'লে, "মই এতিয়া তোমাক কাকত-পত্ৰ দি সহায় কৰিব নোৱাৰোঁ। চোৱাঁ, মোৰ কোঠা প্ৰায় উদং।" মই বিষাদ মনেৰে ঘোৰহাটলৈ ঘূৰি আহিলোঁ। কিছুদিনৰ মূৰত এখন চিঠি পালোঁ। সেই চিঠিৰ একাংশ তুলি দিলোঁ—

শ্ৰীশ্ৰীমাধৱো জয়তি

সুৰাগপুৰ, গুৱাহাটী-৭৮১০০৮

২।৫।৮০

সুহৃদবৰেষু,

মৰমৰ গোসাঁই,

ধাৰাসাৰ দুদিন মোৰ ফটা কাগজৰ (জাবৰ) দ'মবোৰ খুচৰি-খুচৰি হেমচন্দ্ৰ বৰুৱাই মাৰ্টিন চাহাবলৈ (তেতিয়াৰ D.P.I.) লেখা ফালি-চিৰি পেলোৱা চিঠিখন পঠালোঁ। মোৰ চকু গ'ল—জোৰা দি তাৰ পাঠ উদ্ধাৰ কৰিবলৈ।

এই চিৰাচিৰ খণ্ডবোৰৰপৰা কি বুজিলা?

মই যে ফটা-কাগজৰ পোক—নহয় নে বাৰু?

ইয়াক উদ্ধাৰ কৰোঁতে বগলীয়ে মাছ জোপা দি কিমান ধৈৰ্যৰে চুপি থাকিম, তুমিয়েই বাক এতিয়া চোৱাছোন।

বুৰঞ্জীৰ কথা এফাকি সত্যাসত্য নিৰ্ণয় কৰিবলৈ কিমান কঁহিয়াব লাগে (কপাহ চন্দিবাব দৰে) তাক তোমালোক কেতিয়াও নুবুজা।

বুৰঞ্জীক সাহিত্য নহয় বুলি, কোনোবা materialistic (বাস্তৱবাদী) চাহাবে লিখি থৈ গ'ল। তাকে আমি জয়ঢোল কোবাই সাহিত্যৰ বুকুৰপৰা কালি নিছোঁ। আনন্দৰাম ঢেঁকীয়াল ফুকনে বুৰঞ্জীকে অসমীয়া সাহিত্যৰ প্ৰধান বুলি কৈছিল। সঁচাকৈয়ে অসমীয়া বুৰঞ্জীবোৰত মাজে মাজে এনে একোটা বাক্য আছে যে বৃটিছ-ৰাজমন্ত্ৰী মিঃ চাৰ্চিলে সূত্ৰবদ্ধ সাহিত্যতকৈও সেইবোৰ ওপৰ-থাপৰ।

*　　*　　*

আজিলৈ থলোঁ। চকুৱে কটকটাইছে। মৰম লবা।

ফটা rubbish খিনি পেলাই নিদিবা। জোৰা দি চাবাচোন কি ওলায়।

শ্ৰীবেণুধৰ শৰ্মা

বেণুধৰ শৰ্মা অসম সাহিত্য সভাৰ এজন পুৰণি কৰ্মী। মই তেওঁক পোনতে অসম সাহিত্য সভাৰ মঞ্চত পাওঁ শিলং অধিবেশনত। তেওঁ দ্বাবিংশ (শিলং) অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতি আছিল। সেই অধিবেশনৰ বিষয়-বাছনি সভা গোটেই ৰাতি বহিছিল। শৰ্মাও তাত উপস্থিত আছিল। তেওঁ ধুবুৰী অধিবেশনত অসম সাহিত্য সভাৰ সভাপতি আছিল আৰু সেই সূত্ৰে তেওঁ কাৰ্য-নিৰ্বাহক সমিতিৰ সভাপতি হৈ অসমৰ বিভিন্ন জিলাত সংগঠনৰ কাম কৰিছিল।

পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা অপৰিসীম। হেমচন্দ্ৰ তেওঁৰ প্ৰেৰণাৰ উৎস স্বৰূপ। সেয়েহে হেমচন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে সভাৰ আঁচনি অনুসৰি তেওঁ পৰিণত বয়সতো হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী সংকলন কৰাৰ উপৰি হেমচন্দ্ৰ গোস্বামীৰ জীৱনী ৰচনাৰ গধুৰ দায়িত্ব লয়। কিন্তু বয়স অনুপাতে অত্যধিক পৰিশ্ৰম হোৱাত তেওঁৰ দৃষ্টিশক্তি কমে। তেওঁ ৰচনা কৰা জীৱনীখন গভীৰ শ্ৰদ্ধা আৰু নিষ্ঠাৰ জলন্ত নিদৰ্শন।

তেওঁ জীৱনত যথেষ্ট যশ-খ্যাতি অৰ্জন কৰিলে। তেওঁ এজন বিখ্যাত লোক। তেওঁ আত্ম-সন্মানৰ প্ৰতি সচেতন হোৱাটো স্বাভাৱিক কথা। সেয়েহে যদি কোনোবাই প্ৰশ্ন কৰে, 'আপোনাৰ ঘৰ শ্ৰীমহেন্দ্ৰ চৌধুৰীৰ ঘৰৰ ওচৰত নে?' তেওঁৰ খং উঠে, সন্মানত আঘাত লাগে। তেওঁ কয়, 'নহয়, মোৰ ঘৰৰ ওচৰতহে মহেন্দ্ৰ চৌধুৰীৰ ঘৰ।' সেয়েহে তেওঁৰ নাম ল'লেই মনলৈ আহে অসম মাতৃ আৰু চেনেহী মাতৃভাষাক মনে-চিতে নিবিড়ভাৱে ভালপোৱা; সাজে-পাৰে, খোজে-কাটলে, সাহে-পিতে এজন অসমীয়া ডাঙৰীয়ালৈ। ডিব্ৰুগড়ৰ নেওগে কমাৰকদীয়া গাঁৱক পৃথিৱীৰ ক্ষুদ্ৰ তাঙৰণ বুলি গৌৰৱ কৰাৰ দৰে তেওঁ চাৰিঙক কেন্দ্ৰ কৰি অসমৰ গৌৰৱোজ্জ্বল ইতিহাসলৈ ঘূৰি চায়।

বেণুধৰ শৰ্মা মোৰ আত্মীয় নহলেও পিতৃব্যস্বৰূপ। ঘৰলৈ গ'লে চাহ খাবই লাগিব, খুৱাব নোৱাৰিলে বেজাৰ পায়। ক'ৰবাৰপৰা কিবা এটা আনি থৈছে, তাকো খুৱাই আনন্দ পায়। ঘৰত বস্তু আছে নে নাই সেই খবৰ নাই, তথাপি তেওঁ অতিথিপৰায়ণ। কেতিয়াবা ঘৰুৱা জীৱনৰ দুই-এটা কথাও কয়। মোক বোধহয় আপোনজন বুলি ভাবে।

তেওঁৰ কোঠাটোৰপৰা ওলাই আহিলে ভাবোঁ—মোৰ সাহিত্য কৰ্মৰ বাবেহে শ্ৰদ্ধেয় শৰ্মাদেৱে মোক আদৰ কৰে। কেতিয়াবা নিজৰ প্ৰকাশিত গ্ৰন্থ এখন নাম লিখি দি ক'ব 'এইখন পঢ়ি চাবা. তোমাৰ হাতত থাকিব লাগে।'

অসমখনেই যাৰ ঘৰ, অসমৰ দুখীয়া-সুখীয়া, শিক্ষিত-চহা সকলোৰে যি দুখ-বেদনা হৃদয়ঙ্গম কৰে, যিজনে গৃহস্থী হৈয়ো গৃহ-সংসাৰ আওকাণ কৰি বুৰঞ্জীৰ পম খেদি কতজনৰ ধোঁৱা-চাঙৰ পুথি নমাই আনি পঢ়িলে বা পাঠোদ্ধাৰ কৰিলে, যিজনে মলখুৰচা শব্দ, জতুৱা ঠাঁচ আৰু ফকৰা-যোজনা ব্যৱহাৰ কৰি শক্তিশালী আৰু নিমজ অননুকৰণীয় গদ্য-ৰীতিৰ চানেকি দেখুৱাই গ'ল, যিজনে দিবা-ৰাত্ৰ ৰাইজ তথা দেশৰ কাৰণে চিন্তা কৰে অৰ্থাৎ অসম-প্ৰেম যাৰ মজ্জাগত—যিজনে জীৱনৰ নানা ঘাত-প্ৰতিঘাতৰ মাজতো মুকলি-মনেৰে ৰাইজ আৰু দেশৰ সেৱা কৰি মাতৃভাষাৰ বেদীত অৰ্ঘ্য নিবেদন কৰিলে, সেইজন অসম-জ্যোতি বেণুধৰ শৰ্মা নিজ মহিমাৰে দীপ্ত আৰু তেওঁ নিজেই এটা অনুষ্ঠানস্বৰূপ। তেওঁ আমাক সাহ আৰু প্ৰত্যয় দি আমাৰ জাতীয় জীৱন সমৃদ্ধ কৰি গৈছে।

# অমৰ বেণুধৰ

—শ্ৰীআব্দুছ ছাত্তাৰ

ব্যক্তিগতভাৱে বুৰঞ্জীবিদ-সাহিত্যিক বেণুধৰ শৰ্মাদেৱক মই কি ধৰণে জানিছিলোঁ, সেই সম্বন্ধে দুটামান কথা লিখিব লগা হোৱাত মোৰ মনত পৰিছে ৪৫/৪৬ চনৰ কথা। সম্ভৱ বেণুধৰ শৰ্মাদেৱক মই প্ৰথম যোৰহাটত দেখা পাওঁ—১৯৪৫ চনত। তাৰ পিছত তেখেতৰ 'সাতাৱন ছাল' নামৰ পুথিখনত বাহাদুৰ গাঁওবুঢ়াৰ সম্বন্ধে দুটামান শাৰী পঢ়ি মই তেখেতক লগ পোৱাৰ কথা ভাবি থাকোঁতে এদিন হঠাৎ যোৰহাটৰ এখন সভাৰ অন্তত বাহাদুৰ গাঁওবুঢ়াৰ পৰিয়ালৰ লোক বুলি নিজৰ চিনাকি দিলোঁ। তেখেতে আনন্দত মোক সাৱটি ধৰি ক'লে—বোপা, তুমি নামজাদা বংশৰ ল'ৰা—নাম ৰাখিব লাগিব। তেতিয়াই তেখেতে বাহাদুৰ গাঁওবুঢ়াৰ পৰিয়ালৰ কোন ক'ত আছে যোৰপৰা জানি লয়। যিমানদূৰ সম্ভৱ '৪৭ চনত যোৰহাট থিয়েটাৰ হলত 'মণিৰাম দেৱান' নামৰ এখন নাটকৰ অভিনয় হৈছিল। সেই নাটকখন চাওঁতে দেখোঁ যে আমাৰ আজু ককা বাহাদুৰ গাঁওবুঢ়াক এজন নেপালী বাহাদুৰ সজাই নাটকত উপস্থাপন কৰিছে। এই কথাটোত মই বৰ বেজাৰ পালোঁ আৰু বাহাদুৰ গাঁওবুঢ়াৰ এখন জীৱনী লিখাৰ কথা মই তেতিয়াই সংকল্প কৰিলোঁ। এই বিষয়ে মই শৰ্মাদেৱলৈ এখন চিঠি লিখিলোঁ আৰু কি প্ৰকাৰে তেখেতে মোক এই বিষয়ে সহায় কৰিব পাৰে তাকে সুধি পঠালোঁ। লগে লগে তেখেতৰপৰা এখন চিঠি পালোঁ—ঠিক এই ধৰণে যে অলপ যত্ন কৰি মই সেই অঞ্চলৰ বুঢ়া-বুঢ়ী, আপোন-পৰ হিন্দু-মুছলমানৰ লগ ধৰিলে হয়তো বহুত কথাই জানিম। প্ৰকৃততে ঠিক সেই ধৰণেই মই নানান ব্যক্তিক লগ পাই বাহাদুৰ গাঁওবুঢ়াৰ জীৱনৰ মূল কথা আৰু সাতাৱনৰ বিদ্ৰোহীৰূপে কি কৰিছিল সেই সম্বন্ধে মোৰ খুদমান পুথি 'বাহাদুৰ গাঁওবুঢ়া' প্ৰকাশ কৰিলোঁ—১৯৪৯ চনত। শৰ্মা ডাঙৰীয়ালৈ এটা কপি উপহাৰস্বৰূপে আগবঢ়ালোঁ। পিছৰ বছৰ ১৯৫০ চনত তেখেতৰ প্ৰসিদ্ধ গ্ৰন্থ 'মণিৰাম দেৱান' প্ৰকাশ পায়। তেতিয়া মই শিৱসাগৰত আছিলোঁ। বজাৰত ওলোৱাৰ লগে লগে তাৰ কপি এটা সাউৎ কৰে কিনি আনিলোঁ। অতি আগ্ৰহেৰে পঢ়ি

যাওঁতে ২২২ পৃষ্ঠাত বাহাদুৰ গাঁওবুঢ়া সম্বন্ধে অলপ কথা পঢ়িবলৈ পালোঁ। লগতে বন্ধনীৰ ভিতৰত লিখিছে—(মৌলবী আব্দুল ছাত্তাৰ এম. এ.-ৰ দ্বাৰাই লিখিত 'বাহাদুৰ গাঁওবুঢ়া' চাওক)। মই বৰ আচৰিত হলোঁ।—শৰ্মাৰ নিচিনা এগৰাকী প্ৰবীন সাহিত্যিক আৰু বুকঞ্জীবিদে মোৰ এই অকণমান পুথিখনৰ সম্বন্ধে উল্লেখ কৰাত। তাতকৈ আচৰিত কথা—মই তেখেতৰ ল'ৰাৰ বুবীয়া। অৰ্থাৎ, শ্ৰীঅজিত কুমাৰ শৰ্মাদেৱ আমাৰ সহপাঠী। তেনেস্থলত মোৰ নামৰ আগত মৌলবী লিখাত মোৰ কেনেবা কেনেবা লাগিল। ঠিক তাৰ কিছুদিন যোৱাৰ পিছত তেখেতক মই এদিন শিৱসাগৰৰ সৰস্বতী বুক ষ্টলত লগ পাই অভিযোগৰ সুৰতে ক'লোঁ।—চাৰ মোৰ কিতাপৰ নাম আপোনাৰ 'মণিৰাম দেৱান'ত উল্লেখ কৰিলে হয়, পিছে মোৰ নামৰ আগতচোন 'মৌলবী' উপাধি দিলে। হাঁহি এটা মাৰি মোক ক'লে—তোমাৰ বাহাদুৰ গাঁওবুঢ়াখন সৰু হ'লেও বহুত নজনা কথা সোমাই আছে। মোৰ 'মণিৰাম দেৱান'ত এই কাৰণেই উল্লেখ কৰিলোঁ।—যেন তোমাৰ কিতাপখন পঢ়ি বাহাদুৰ গাঁওবুঢ়াৰ সম্বন্ধে অসমৰ বাইজে জানক। সেইজনহে খাচ্ অসমীয়া মুছলমান। ভাল পাইছোঁ—তুমি সেই পৰিয়ালৰ মানুহ যেতিয়া নিশ্চয় বহুত কাম কৰিব পাৰিবা। 'মৌলবী' লিখাত নো তুমি কিহৰ ওফোন্দ পাতিছা!—এটা বয়সত বাপেক-পুতেকৰ সন্মান একে হয়। মই জানো—তুমি অজিতৰ লগৰ। সেইবুলি মই তোমাক 'মৌলবী' বোলাত কি হানি হ'ল? হিন্দু হোৱাহেঁতেন 'শ্ৰীযুত' বুলি লিখিলোঁহেঁতেন। তেখেতৰ এই কথাবোৰ শুনি মই তবধ মানিলোঁ। ভাল বুলি শলাগিলোঁ। সেই দিনাই মই শৰ্মা ডাঙৰীয়াৰ মহানুভৱতাৰ পৰিচয় পাওঁ।

শ্ৰদ্ধেয় শৰ্মা ডাঙৰীয়াৰপৰা বহুতো প্ৰকাৰে মই অনুপ্ৰেৰণা পাইছিলোঁ। ১৯৫৫/৫৬ চনত অসম বাণী আৰু সাপ্তাহিক জনমভূমিত মোৰ আফগানিস্তানৰ ভ্ৰমণ কাহিনী 'বিদেশত দুদিনমান' প্ৰকাশ পোৱাৰ পিছত এদিন শৰ্মাদেৱৰপৰা এখন চিঠি পালোঁ—তাত এটা শাৰী লিখিলে—ছাত্তাৰ! তোমাৰ ভাষাটোত অসমীয়া গোন্ধায়—সোনকালে 'বিদেশত দুদিনমান' ছপোৱা। প্ৰকৃততে তেখেতৰ শলাগ আৰু উদগণি পায়ে মই 'বিদেশত দুদিনমান' ছপাওঁ ১৯৫৮ চনত। এই সম্পৰ্কে মই উক্ত পুথিৰ পাতনিত উল্লেখ কৰিছিলোঁ।

আজি সেই কথাবোৰ ভাবি অস্থিৰ হওঁ—যিজনৰ অসমীয়া কথা-সাহিত্য-ৰচনাৰ শৈলী একক আৰু অদ্বিতীয়, জতুৱা ঠাঁচ আৰু থলুৱা নিভাঁজ শব্দ

প্ৰয়োগত বিজন সিদ্ধহস্ত, সেইজন পুৰুষে এই অভাজনৰ ভাষাত 'অসমীয়া গোন্ধ' পোৱাটো প্ৰকৃততে তেখেতৰ মহানুভৱতা বুলি মই আজি বিনা দ্বিধাই স্বীকাৰ কৰোঁ। এনে বিচক্ষণ ব্যক্তিৰ একো আষাৰ কথাই যে তেতিয়াৰ যুৱক এজনক উদগণি বা অনুপ্ৰেৰণা নিদিব, তাৰ কোনো কাৰণ থাকিব নোৱাৰে। গতিকে শৰ্মাদেৱৰ লগত ব্যক্তিগতভাৱে এনে সম্বন্ধ গঢ়ি উঠাত নিশ্চয় সাহিত্য চৰ্চা কৰাত মই অজানিতভাৱে হ'লে বিশেষ অনুপ্ৰেৰণা লাভ কৰিছিলোঁ বুলি মোৰ বিশ্বাস।

শৰ্মাদেৱৰপৰা মই কেতিয়াবা একোটা নিৰ্দেশ পাওঁ—কেতিয়াবা কিবা এটা সুধি পঠায়। গিৰিধৰ শৰ্মা ঢুকাবৰ দিনা মোলৈ কিবা এটা খবৰ দিবলৈ লৈছিল। চিঠি লিখি শেষ কৰোঁতেই তেখেতে শৰ্মাৰ বিয়োগ বাতৰি পালে। তেতিয়াই তাতে মোলৈ তেখেতৰ এই মৃত্যুৰ বাতৰি দিলে। পিছদিনা পুৱাতে চিঠিখন পাই মই বৰ আচৰিত হ'লোঁ। এবাৰ নিৰ্দেশ পালোঁ—'বেৰিষ্টাৰ মুজিদ চাহেবৰ ভাল ছবি এখন মোলৈ পঠাই দিবা।' মই বিচাৰি চলাথ কৰি মুজিদ চাহেবৰ ভায়েকৰ ঘৰত থকা ডাঙৰ ফটোখনৰপৰাই এখন ফ'টো লৈ পঠাই দিছিলোঁ। ফ'টো পায়ে বৰ মৰমেৰে এখন চিঠি লিখিলে—মূল কথাটো আছিল এনেধৰণৰ—মোৰ তৎপৰতাৰ তেখেতে শলাগ লৈছে আৰু দীৰ্ঘায়ু কামনা কৰি জনাইছে—মোৰ নিচিনা বুঢ়াক সহায় কৰিবলৈ ঈশ্বৰে তোমাক শক্তি দিয়ক!

মই সদায় লক্ষ্য কৰিছিলোঁ, শৰ্মা ডাঙৰীয়াই কিবা এটা খবৰ পালেই তৎক্ষণাত চিঠি এখন দিছিল। ইফালে মই কিবা কাৰণে চিঠি এখন দিলেই লগে লগে উত্তৰ এটা পাইছিলোঁ। এনেধৰণৰ তৎপৰতাত মই মুগ্ধ হৈছিলোঁ আৰু সম্ভৱ মোৰ ব্যক্তিগত জীৱনত ইয়াৰ কিবা নহয় কিবা প্ৰভাৱ পৰিছিল বুলি মোৰ বিশ্বাস।

এবাৰ হঠাৎ দেখিলোঁ—তেখেতে ডাঢ়ি ৰাখিছে। মই মুখলৈ চাই অবাক হৈছোঁ। হাঁহি এটা মাৰি তেখেতে মোক ক'লে—কি হে! তোমাৰ বাহাদুৰ গাঁওবুঢ়ালৈ মনত পৰিছে নে কি? তাৰ পিছত তেখেতে মোৰ হাতত ধৰি আৰৌ খোলা এটা হাঁহি মাৰি দিলে।

শ্ৰদ্ধেয় শৰ্মাদেৱে 'কৃষ্ণকান্ত সন্দিকৈ' গ্ৰন্থখনি পঢ়ি মোৰ শলাগ হৈ কৈছিল—সন্দিকৈ চাহাবৰ সম্বন্ধে বহুত নজনা কথা তুমি জনাই দিলত বৰ ভাল

পাইছোঁ। অতি চিনাকি মানুহজনৰ কথাবোৰ উপন্যাস পঢ়াৰ দৰে পঢ়িলোঁ। মোৰ সম্বন্ধে কিছু কথা কৈছে—কিন্তু আৰু কথা আছে। তোমাৰ কিতাপনখনতে মোৰ বুৰঞ্জীমূলক প্ৰবন্ধবোৰৰ সম্বন্ধে এটা মনত লগা দিহা দিছে। সেইবোৰ কিন্তু মোৰ কাম নহয়—পিছত, তোমালোকৰ যেয়ে যি কৰা কৰিবা।

প্ৰকৃততে সন্দিকৈ ডাঙৰীয়াই বেণুধৰ শৰ্মাৰ বিষয়ে এই বুলি মোক কৈছিল—শৰ্মাৰ বুৰঞ্জীমূলক প্ৰবন্ধবিলাক একেলগে গোটাই উলিয়ালে এটা বিতোপন সংগ্ৰহ হ'ব। সঁচাকৈয়ে এই সংগ্ৰহৰ আৱশ্যকতা আছে। অসম সাহিত্য সভাই বা অন্য প্ৰকাশন প্ৰতিষ্ঠানে এই সম্পৰ্কে চিন্তা কৰিলে অসমীয়া জাতিৰ কাৰণে এক বিশেষ উপকাৰ কৰা হ'ব।

শ্ৰদ্ধেয় সন্দিকৈ ডাঙৰীয়াক মই শৰ্মাদেৱৰ কথা উল্লেখ কৰি সুধিছিলোঁ—তেখেতৰ সম্বন্ধে প্ৰকৃততে আৰু কথা আছে নে কি? ইয়াৰ উত্তৰত সন্দিকৈ ডাঙৰীয়াই মোক জনালে যে তেখেতৰ লগত একেলগে থকা এবছৰৰ কথা বহুতেই আছে—মনতো পৰিছে, অন্যান্য কথাও আছে। অলপতে, নিজে লিখিব নে মোক ক'ব সিদ্ধান্ত ল'ব।

এনে এজন বুৰঞ্জীবিদৰ সাহিত্যিকৰ সোঁৱৰণি মোৰ কাৰণে বৰ গৌৰৱজনক। নিজৰ কীৰ্তিৰেই বেণুধৰ শৰ্মা ডাঙৰীয়া আমাৰ দেশত কীৰ্তিমান লোকৰূপে নিশ্চয় অমৰ হৈ থাকিব। অসমীয়া সাহিত্য সংস্কৃতি জগতত আৰু অসমীয়া জাতীয় জীৱনত শৰ্মাদেৱ অমৰ হৈ ৰ'ব।

# বেণুধৰ শৰ্মালৈ শ্ৰদ্ধাঞ্জলি

শ্ৰীউমাকান্ত শৰ্মা

শ্ৰদ্ধেয় বেণুধৰ শৰ্মা ডাঙৰীয়া অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ ক্ষেত্ৰত এগৰাকী উজ্জ্বল তোটাতৰা। তেখেতৰ বহুমুখী প্ৰতিভা আৰু ভাষা সংস্কৃতিৰ ক্ষেত্ৰত লেখত লবলগীয়া বৰঙণিৰ কথা অসমীয়া জাতিয়ে সদায়ে শ্ৰদ্ধাৰে সুঁৱৰিব।

এই গৰাকী বিশিষ্ট ব্যক্তিৰ লগত যদিও ১৯৪৮ চনৰ আগতো পৰিচয় আছিল, সেই পৰিচয় তেখেতৰ প্ৰচলিত কিতাপ আৰু প্ৰবন্ধ আদিৰ মাধ্যমেৰেহে হৈছিল। তেখেতৰ লগত মোৰ ব্যক্তিগত পৰিচয় আৰু সম্বন্ধ ঘটে ১৯৪৮ চনৰ পিছৰপৰা,—তেখেতৰ সুযোগ্য পুত্ৰ অধ্যাপক অজিত কুমাৰ শৰ্মাৰ যোগেদি। ১৯৪৭ চনৰ পিছত নতুনকৈ গঠিত হোৱা সমাজবাদী দলৰ বিভিন্ন সভাসমিতি গুৱাহাটী নগৰতে প্ৰায় হৈছিল। এই কাৰণত গুৱাহাটীলৈ গ'লে প্ৰায়ে মই শৰ্মা ডাঙৰীয়াৰ ঘৰত আলহী হৈছিলোঁ। সেই সময়ত তেখেতৰ লগত নানা বিষয়ৰ আলোচনা হৈছিল। তেখেতৰ ডাঙৰ ল'ৰাৰ বন্ধু হিচাপে মোকো তেখেতে নিজৰ ল'ৰাৰ দৰে ব্যৱহাৰ আৰু মৰম কৰিছিল। তেখেতে আৰু তেখেতৰ পৰ্য্যায়ৰ লোকসকলৰ মাজত মই এটা কথা দেখিছিলোঁ। সেইটো হৈছে—অসমৰ প্ৰতি প্ৰবল অনুৰাগ আৰু ৰাজ্যৰ উন্নতিৰ বিষয়ে উদ্বিগ্নতা। সদায়েই অসমৰ উন্নতিৰ বাবে কাম কৰিবলৈ তেখেতে উদগণি দিছিল।

১৯৫২-৫৩ চনত নলবাৰীত, সাহিত্যিক শ্ৰীযুত ত্ৰৈলোক্যনাথ গোস্বামীৰ নেতৃত্বত আমি এটা সাংস্কৃতিক প্ৰদৰ্শনী পাতিছিলোঁ। প্ৰদৰ্শনীত অসমত বাতৰি কাকতৰ বিবৰ্ধন লিপি আৰু ছপা-কিতাপৰ বিবৰ্ধন সম্পৰ্কেও দেখুৱা হৈছিল। এই সকলোখিনি বস্তুৰ বাবে মই শ্ৰদ্ধেয় শৰ্মা ডাঙৰীয়াৰ কাষ চাপিছিলোঁ। তেখেতে আমাৰ উদ্দেশ্যটো প্ৰশংসা কৰিলেই, লগতে তেখেতৰ আপুৰুগীয়া পুথি-ভঁৰালৰপৰা আৱশ্যকীয় সকলোখিনি বস্তুকে দিলে।

অতি নিখুঁত আৰু পৰিপাটীকৈ সজোৱা বিভিন্ন তথ্য সম্বলিত সকলোবোৰ আপুৰুগীয়া হাতে লিখা আৰু ছপা কিতাপবোৰ দেখি মই মুগ্ধ আৰু আচৰিত

হৈছিলোঁ। তেখেতৰ সংগৃহীত বস্তু ইমান আছিল যে সেইবোৰ ব্যৱহাৰ কৰি যিকোনো এজন লোকে ডক্তৰেট ডিগ্ৰী পাব পাৰে। তেখেতৰ অদম্য জ্ঞান-স্পৃহা, প্ৰত্নতাত্ত্বিক অনুসন্ধিৎসা আৰু পৰিপাট্য আদিৰ ই এটা বিশেষ উদাহৰণ বুলি কব পাৰি।

ৰাজ্যিক-ভাষা আন্দোলনৰ সময়ত দুবাৰ ৰাজহুৱা ক্ষেত্ৰত তেখেতৰ লগত মোৰ কথা-বতৰা হৈছিল। অসম সাহিত্য সভাৰ মীৰ্জা (পলাশবাৰী) অধি-বেশন এক অভূতপূৰ্ব উত্তেজনাৰ পটভূমিত বহিছিল। সাহিত্য সভাত কাৰ্য-নিৰ্বাহকৰ ফালৰপৰা ৰাজ্যিক ভাষাৰ ওপৰত এটা প্ৰস্তাৱ দাঙি ধৰা হৈছিল। প্ৰস্তাৱটো সংবিধানৰ অনুচ্ছেদৰ (২৯, ৩০) অসমত অসমীয়াক একমাত্ৰ ৰাজ্য ভাষাৰ মৰ্যাদা দিয়াৰ অসুবিধাৰ কথা দোহৰা হৈছিল। এই বিষয়ত মোৰ কেবাটাও প্ৰশ্নৰ যথাযথ উত্তৰ দিব পৰা নাছিল। শেষত প্ৰস্তাৱটো সংশোধন কৰিব লগা হৈছিল। শ্ৰদ্ধেয় বেণুধৰ শৰ্মা ডাঙৰীয়াই মোৰ মত সমৰ্থন কৰিছিল। সভাৰ পিছত তেখেতে মোক লগ পাই পিঠিত চপৰিয়াই প্ৰশংসা কৰিছিল।

সেই একে সময়তে বিহগী কবি ৰঘুনাথ চৌধাৰী, বেণুধৰ শৰ্মা ডাঙৰীয়া প্ৰমুখ্যে বৰেণ্য লোকসকলে অসমৰ স্বাৰ্থৰক্ষাৰ বাবে এটা নতুন অনুষ্ঠান (অসম সংৰক্ষণ সমিতি) গঢ়ি তুলিবলৈ এখন প্ৰতিনিধিমূলক সভা আহ্বান কৰিছিল। সভাখন কুমাৰ ভাস্কৰ নাট্য মন্দিৰত বহিছিল। এই অনুষ্ঠানটোৰ নিয়মাৱলীৰ খচৰাখন অনুমান ডঃ পদ্মেশ্বৰ গগৈয়ে কৰিছিল। তাত কেবাটাও বিসঙ্গতি আছিল। মই সেইবোৰ আঙুলিয়াই দিয়াত সংশোধন কৰা হৈছিল। সভাৰ শেষত দুয়োগৰাকী মনীষীয়ে মোক আকৌ প্ৰশংসা কৰিছিল। বিশেষকৈ শ্ৰদ্ধেয় শৰ্মা ডাঙৰীয়াৰ বহুদিন পিছলৈও এই কথা মনত আছিল আৰু তেখেতে উল্লেখো কৰিছিল।

ঐতিহাসিক আৰু প্ৰত্নতাত্ত্বিক অনুসন্ধানৰ বাবে আৰু ৰাজহুৱা অনুষ্ঠানত অংশ লোৱাৰ কাৰণে শ্ৰদ্ধেয় শৰ্মা ডাঙৰীয়াই অসমৰ বিভিন্ন ঠাই ভ্ৰমণ কৰিছিল। এনে এটা ভ্ৰমণতে তেখেতে নলবাৰী অঞ্চলৰ ওপৰ-বৰভাগ মৌজালৈ গৈছিল। তাত "বঙালমুৰ" নামেৰে এখন গাঁও আছে। গাঁওখনৰ নাম বঙালমুৰ কিয় হ'ল, কেতিয়াৰপৰা হ'ল ইত্যাদি বহু প্ৰশ্নই তেখেতৰ মনলৈ আহিল। গাঁৱৰ বয়সস্থ লোকসকলক সুধিলে। মোগলৰ লগত ক'ত ক'ত অসমীয়াৰ ৰণ

হৈছিল সেই সম্পৰ্কে তথ্য গোটালে। পিছত তেখেত সিদ্ধান্তলৈ আহিল। এই ঠাইত মোগলৰ লগত অসমীয়াৰ ৰণ হৈছিল। এই ৰণত ইমান বঙালৰ মূৰ কটা গ'ল যে ঠাইখন বঙালৰ মূৰেৰে ভৰি গ'ল। সেই বাবে পিছত এই ঠাইখন 'বঙালমূৰ' বুলিবলৈ আৰম্ভ কৰিলে।

জতুৱা আৰু গাঁৱত ব্যৱহৃত শব্দৰ প্ৰতি তেখেতৰ বিশেষ আকৰ্ষণ আছিল। তেখেতৰ লেখনিৰ এইটো এটা বৈশিষ্ট্য আছিল।

# বেণুধৰ শৰ্মা : চিনাকি মানুহজন

শ্ৰীনন্দ তালুকদাৰ

বেণুধৰ শৰ্মা, ডক্টৰ সূৰ্যকুমাৰ ভূঞা, ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা প্ৰভৃতি লোক একোজন ব্যক্তি হৈও একোটি অনুষ্ঠান স্বৰূপ হৈ পৰা কথা অস্বীকাৰ কৰিব নোৱাৰি। অনুষ্ঠান একোটিয়ে সমূহীয়াভাৱে কৰিব নোৱৰা কাম বা কৰিব লগা কাম উক্ত মনীষীসকলে ব্যক্তিগত প্ৰচেষ্টাৰে সম্পন্ন কৰিছিল। ই অসমীয়া জাতিৰ বাবে গৌৰৱৰ কথা।

বেণুধৰ শৰ্মা বা বেণু শৰ্মা হৈ পৰিছিল এটি অনুষ্ঠানৰ দৰে। কিবা কথাৰ ঐতিহ্য বিচাৰত খোকোজা লাগিলে, কিবা ঘটনাৰ পম খেদি ওৰ নাপালে সাধাৰণতে কোৱা শুনা গৈছিল 'বেণু শৰ্মাক সুধিছিলা নে'? বা বেণুধৰ শৰ্মাক সুধিবাচোন, ইত্যাদি। তেওঁৰ প্ৰতি প্ৰকাশ কৰা এনে আস্থাৰ কথা সৰ্বজনবিদিত। বেণুধৰ শৰ্মা যেনিবা এটি চলন্ত বিশ্বকোষহে আছিল।

'বুৰঞ্জীবিদ' বেণুধৰ শৰ্মাৰ পোছাকী সম্ভাষণ। 'মণিৰাম দেৱান', 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ'ত', 'সাতাৰন ছাল', 'বঙ্গমুৱা নৌযাত্ৰাৰ আপদীয়া কাহিনী', 'দক্ষিণপাট সত্ৰৰ বুৰঞ্জী' প্ৰভৃতি শৰ্মা ডাঙৰীয়া ৰচিত বুৰঞ্জী। মোৰ বোধেৰে তেওঁক বুৰঞ্জীবিদ বোলাতকৈ 'ঐতিহ্যবিদ', 'ঐতিহ্যপ্ৰেমী', 'ঐতিহ্য সুধাকৰ'ৰ নিচিনা আন কিবা এটা পোছাকী সম্ভাষণেৰে সম্মানিত কৰিলেহে অধিক ৰজিতা খালেহেঁতেন।

শৰ্মা ডাঙৰীয়া বুৰঞ্জীৰ ৰবপেৰা আছিল, সন্দেহ নাই। তেওঁৰ বুৰঞ্জী-প্ৰীতি অতুলনীয়। ডক্টৰ সূৰ্যকুমাৰ ভূঞা আৰু শৰ্মা ডাঙৰীয়াৰ প্ৰথম চিনাকিকে বংশ-পৰিচয়ৰ আঁতিগুৰি বিচাৰ কৰা, আৰু জন্মস্থানৰ ঐতিহ্য বিচাৰ কৰাটো আছিল চিৰাচৰিত ৰীতি। বহুজনে উত্তৰত একো ক'ব নোৱাৰি দ্বিতীয়বাৰ যাবলৈ সঙ্কোচ কৰা দেখা গৈছিল। শৰ্মাৰ আগত কোনো ঠাই বা শব্দৰ ভুল নাম কোৱা বা উচ্চাৰণ কৰাটো বিপদজনক। উভতি ধৰিব। বুৰঞ্জী-প্ৰীতিতকৈও শৰ্মা ডাঙৰীয়াৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য হ'ল সকলো বস্তুৰে ঐতিহ্য বিচাৰ কৰাটো। মলা-ধঁপাতৰপৰা শিৱদলৰ কলচীলৈকে ভাষা, সাহিত্য, সংস্কৃতি,

আচাৰ-ব্যৱহাৰ আদি সকলো দিশৰে ঐতিহ্য বিচাৰত শৰ্মা ডাঙৰীয়া পঞ্চমুখ। তেওঁৰ চিন্তা-চৰ্চা একমুখী নহৈ আছিল বহুমুখী। তেওঁৰ জ্ঞানো আছিল বিবিধ বিষয়ৰ।

অসমৰ শতকৰা ৯৫ ভাগতকৈ সৰহ বুদ্ধিজীৱী, সাহিত্যিক, শিক্ষাবিদ, ৰাজনীতিবিদ, চৰকাৰী বিষয়াৰ জন্মস্থান গাঁও। নগৰমুখী হৈ পৰাৰ লগে লগে গাঁৱৰ জীৱন-ধাৰাৰপৰা বিচ্ছিন্ন হৈ পৰা দেখা যায়। তাতকৈ দুখলগা কথা যে আমি আমাৰ পুৰণি ঐতিহ্য-সংস্কৃতিৰ কথা পাহৰি একো একোজন 'ভাৰণেকুলাৰ চাহাব' হৈ পৰোঁ। পাহৰি যাওঁ যে আমি 'বাঁহৰ তলৰ' 'চেনিটৰী লেট্রিন'ত শৌচ কৰি পিঠাগুৰিৰে 'ব্রেকফাষ্ট' খোৱা জাতৰ লোক আছিলোঁ। দিনে দিনে আমাৰ এই চাহাবীয়ানা বেছি হৈ আহিছে। মাঙ্গলিক কাৰ্যত পিন্ধিবলৈকো ঘৰত ধুতী এখন বিচাৰি পোৱা নাযায়। ১৯১৪ খৃঃতে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতা বঙ্গবাসী কলেজৰ বি. এ.লৈকে পঢ়ি শেষজীৱনত গুৱাহাটীত দুমহলীয়া ঘৰত বাস কৰিলেও জীৱনৰ শেষ দিনলৈকে বেণুধৰ শৰ্মা আছিল হাড়ে-হিমজুৰে নিভাঁজ অসমীয়া। তেনে নিভাঁজ অসমীয়া হৈ থাকি মৃত্যুবৰণ কৰিব পৰাটো সঁচাকৈয়ে সৌভাগ্যৰ কথা। শৰ্মা ডাঙৰীয়াৰ এই আদৰ্শ আজিৰ অসমীয়া উত্তৰ-সাধকসকলৰ নিশ্চয় অনুকৰণীয়।

আমাৰ সাহিত্য-সংস্কৃতিৰ বহু কথাই বেণুধৰ শৰ্মাই পোহৰলৈ আনিছে। বিশেষকৈ উনবিংশ শতিকাৰ বহু কথাই আছিল তেওঁৰ নখদৰ্পণত। উনবিংশ শতিকাৰ ভাষা-সাহিত্যৰ কৰ্ণধাৰসকলৰ বহুজনৰে লগত আছিল তেওঁৰ নিবিড় সম্বন্ধ। উনবিংশ শতিকাৰ সংবাদপত্র আৰু আন আন ৰচনাৰ প্ৰত্যক্ষ জ্ঞান লাভ কৰা অন্যতম ব্যক্তি বেণুধৰ শৰ্মা। উদাহৰণস্বৰূপে ক'ব পাৰি, ১৮৮২ খৃঃত প্ৰকাশিত আনন্দৰাম ঢেকিয়াল ফুকনৰ 'অসমীয়া ল'ৰাৰ মিত্ৰ' দেখা ব্যক্তি শৰ্মা ডাঙৰীয়াৰ বাহিৰে দ্বিতীয়জন পোৱা নাই। আনে দেখা বা পঢ়া আৰু বেণুধৰ শৰ্মাই দেখা বা পঢ়াৰ মাজতো পাৰ্থক্য আছে। সেয়েহে বেণুধৰ শৰ্মাৰ হতুৱাই উনবিংশ শতিকাৰ ইতিহাস এখন লিখাব পাৰিলে আমাৰ ভাষা-সাহিত্যৰ এক অমূল্য সম্পদ হ'লহেঁতেন।

উনবিংশ শতিকা সম্বন্ধে শৰ্মা ডাঙৰীয়াই লিখা সকলো প্ৰবন্ধ, আলোচনা একেবাৰে নিৰ্ভুল বুলি ক'ব নোৱাৰি। তাৰ কাৰণ বহু কথাকেই তেওঁৰ

স্মৃতিশক্তিৰপৰা লিপিবদ্ধ কৰা। স্মৃতিশক্তিৰপৰা লিখা কথা নির্ভুল নোহোৱাটো স্বাভাৱিক। কিন্তু তেনে ভুললৈ আঙুলিয়ালে তেওঁ সহজভাৱে মানি লৈছিল। নিজৰ মতত অবিচলিত হৈ থামোচ মাৰি ধৰি থকা প্রবৃত্তি তেওঁৰ নাছিল। ই তেওঁৰ চৰিত্রৰ মহৎ গুণ।

জীৱন নির্বাহৰ বাবে শর্মা ডাঙৰীয়াই বহুতো ব্যৱসায়তে হাত দিবলগীয়া হৈছিল। সেয়েহে বিচিত্র অভিজ্ঞতাৰে তেওঁৰ জীৱন আছিল সমৃদ্ধ। অভিজ্ঞতা আৰু জ্ঞানৰ পৰিধি আছিল ব্যাপক। সাহিত্য-সংস্কৃতি-ঐতিহ্যৰ সমল বিচাৰি ফুৰোঁতে তেওঁ সন্মান আৰু লাঞ্ছনা দুয়োটাৰে সোৱাদ পোৱা কথা নিজ মুখে ব্যক্ত কৰিছিল। কিন্তু লাঞ্ছনা অপমান সহজভাৱে হজম কৰিব পৰাটো তেওঁৰ চৰিত্রৰ মহৎ গুণ। জীৱনৰ অভাৱ-অনাটনৰ মাজতো শাসন-যন্ত্রৰ ওচৰত তেওঁ কোনো দিনে সেও মনা নাছিল।

শর্মা ডাঙৰীয়াৰ জীৱন-ধাৰণৰ প্রণালীও আছিল সহজ-সৰল বিধৰ। য'তে ৰাতি ত'তে কাতি বিধৰ। সাজ-পোছাকতো একো লাগ-বান্ধ নাই। এনে এজন ব্যক্তি যে ঐতিহ্য-সচেতন বুৰঞ্জীৰ ৰবপেৰা হ'ব পাৰে, প্রথম দৃষ্টিত থাৱৰ কৰা টান। প্রথম দর্শনত চম্ভালিব পাৰিলে বা তিষ্ঠিব পাৰিলে পিছৰ বেণুধৰ শর্মা মানুহজন আছিল, সঁচাকৈয়ে সহজ-সৰল, বোমভোলা হিতাকাঙ্ক্ষী লোক, ৰসাল লোক। সঁচাকৈয়ে 'ঐতিহ্যৰ টাব চিলিঙি'।

# সেই গোঁফকোচা

ড° হেমন্তকুমাৰ শৰ্মা

বুৰঞ্জীবিদ্ শ্ৰদ্ধেয় বেণুধৰ শৰ্মাদেৱৰ নামটো ওলালেই মনত পৰে—হাতত লাখুটিৰে সৈতে শুভ্ৰ-বস্ত্ৰ পৰিহিত আৰু নিভাঁজ অসমীয়া ভাষাত অনৰ্গল পুৰণি অসমৰ কথা পুৰণি মানুহৰ বিষয়ে নানা ভঙ্গিমাত কোৱা মানুহজনলৈ। পুৰণি নীৰস কথা হ'লেও শৰ্মাদেৱে ইমান ৰসাল কৰি ক'ব জানিছিল যে এবাৰ শুনিলে শ্ৰোতাই কথাষাৰি শেষ নোহোৱালৈকে নুশুনাকৈ থাকিব নোৱাৰিছিল।

'ৰাংপতা', 'লাতুমণি' আদি পুথি আৰু বিশেষকৈ 'বঙালবৈৰী লাচিত বৰফুকন' প্ৰবন্ধৰ যোগেদি শৰ্মাদেৱক প্ৰথমে জানিব পাৰিছিলোঁ। যদিও তেখেতৰ ব্যক্তিগত সান্নিধ্যলৈ অহাৰ আমাৰ সুযোগ ঘটে ১৯৫৬ চনত, যি বছৰত তেখেত ধুবুৰীত বহা অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী সন্মিলনত পৌৰোহিত্য কৰিছিল। তেখেতৰ সান্নিধ্যলৈ আহি আৰু সৰু-বৰ, গহীন-পাতল নানা কথা, নানা গল্প, নানা কাহিনী শুনি এই কেইটা ধাৰণাই মনলৈ আহিছিল. (১) সকলোৱে নিজৰ ভাষাটোক আগ-গুৰি জানি লৈ ভালদৰে শিকিব আৰু ব্যৱহাৰ কৰিব লাগে। সকলো ভাষাতে একোটা কালিকা আছে! ভুল ব্যৱহাৰে সেই কালিকা নষ্ট কৰি পেলায়। (২) ডাঙৰ ডাঙৰ মানুহৰ জীৱনী পঢ়িলে বা লিখিলেও তেনেবোৰ জীৱনৰ সৰু সৰু কথা বা কামলৈকো মন কৰা উচিত; কাৰণ তাৰ মাজতো মানুহজনৰ চৰিত্ৰৰ একো একোটা মূল্যবান দিশ লুকাই থাকিব পাৰে। (৩) টুকুৰা-টুকুৰ খবৰ বা ঘটনাৰ মাজতো দেশৰ ভালেমান ঐতিহাসিক তথ্য নিহিত হৈ থাকিব পাৰে; গতিকে প্ৰকৃত বুৰঞ্জীৰ ছাত্ৰই তেনেবোৰ কথালৈকো মন কৰা উচিত।

শৰ্মাদেৱে আমাক কোৱা এটি ব্যক্তিগত অভিজ্ঞতাৰ কথা এইখিনিতে দাঙি ধৰা হ'ল। এই কথাৰ মাজেদি অসমৰ স্বনামধন্য পুৰুষ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ ব্যক্তিত্ব আৰু শৰ্মাদেৱৰ সাহসৰ পৰিচয় পোৱা যাব।

১৯১৮ চন মানৰ কথা। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ গৈছে ডিব্ৰুগড়লৈ— কোনো এখন ছাত্ৰ সম্মিলনত যোগদান কৰিবলৈ। কৰ্মবীৰ বৰদলৈ তেতিয়া আদহীয়া ডেকা, মুখত মস্ত গোঁফ আৰু মূৰত পাগুৰি। কথা-বতৰাতো ওজস্বিতা বৰ্তমান। বেণুধৰ শৰ্মা তেতিয়া চঞ্চল ডেকা। এটি সাংবাদিকৰ মন লৈ শৰ্মাদেৱে বৰদলৈদেৱক সাক্ষাৎ কৰিলে। তেতিয়া বেণুধৰ শৰ্মাই গোঁফ ৰখা নাছিল। বৰদলৈয়ে বোধকৰোঁ তাৰে মন কৰি কথাৰ মাজতে ক'লে, "আজিকালিৰ অসমীয়া ডেকা-ল'ৰাবোৰক দেখিছোঁ, সকলোৱে দাড়ি-গোঁফ খুৰাই মাইকী-মুৰা হ'বলৈ ধৰিছে। আৰু তুমিও হ'লা তাৰে এজন। তোমালোকৰপৰা দেশে কি আশা কৰিব পাৰে?"

বৰদলৈৰ কথা শুনি শৰ্মাদেৱে কি উত্তৰ দিব ভাবি নাপালে। কেৱল বৰদলৈৰ মস্ত গোঁফকোঁচালৈ চাই তেওঁ ভাবিলে, ছাৰে ঠিকেই কৈছে। তেওঁ কথা আৰু কামৰ মানুহ। গোঁফকোচাই ছাৰক কৰ্মবীৰ হোৱাত সহায় কৰিছে। গোঁফ পৌৰুষৰ চিন।

বৰদলৈৰপৰা বিদায় লৈ শৰ্মাদেৱে ঠিক কৰিলে যে তেওঁ গোঁফ ৰাখিব। আৰু সঁচাকৈয়ে শৰ্মাদেৱে এদিন গোঁফ ৰাখিলে।

ডিব্ৰুগড়ত বৰদলৈক লগ পোৱাৰ বহুবছৰ পিছৰ কথা। তেতিয়া নবীন বৰদলৈৰ মুখত গোঁফ নাই—সুন্দৰভাৱে খুৰোৱা। গাল-মুখ নিমজ; কেৱল বাৰ্ধক্যৰ ছাপ পৰিছে। এদিন শৰ্মাদেৱে বৰদলৈক লগ পালে। লগ পোৱাৰ আগমুহূৰ্তলৈকে শৰ্মাদেৱে ভাবি আছিল যে বৰদলৈদেৱে আগৰদৰেই গোঁফকোঁচা ৰাখি থৈছে; বৰং তাৰ লগত হয়তো ডাড়িও যুক্ত হৈছে। পিছে বৰদলৈক তাৰ বিপৰীত দেখি তেওঁ আচৰিত হ'ল। শৰ্মাদেৱ কিন্তু সহজে এৰি দিয়া লোক নাছিল। ডাড়ি নৰখা কাৰণে বৰদলৈয়ে এদিন ডেকা ল'ৰাবোৰক ঠাট্টাৰ সুৰত কোৱা কথাষাৰি তেওঁ মনত ৰাখিছিল আৰু এতিয়া তাৰ উত্তৰ স্বৰূপে কথাৰ মাজতে সাহস কৰি বৰদলৈদেৱক সুধিলে, "ছাৰ, পুৰণি কথা এটি সুধিব খোজোঁ, পাৰিম নে?"

"নিশ্চয় পাৰিবা", বৰদলৈয়ে উত্তৰ দিলে।

"ছাৰ, ডাড়ি নৰখা কাৰণে ডেকা-ল'ৰাবোৰক মাইকী-মুৰা হ'ল বুলি এদিন আপনি ঠাট্টা কৰিছিল আৰু তেতিয়া আপোনাৰ গোঁফ একোচাও দেখিছিলোঁ। আজি পিছে......সেই গোফকোঁচা?"

"হেঃ হেঃ হেঃ—ডেকা ল'ৰা, কি বুজিবা গোঁফৰ মহিমা? তেতিয়া গোঁফ ৰাখিছিলোঁ পৌৰুষৰ চিন বুলি। পিছে পকা গোঁফ ৰাখিলে যে মানুহে বুঢ়া বুলি ক'ব সেই কথা জানা নে নাই? গতিকে বুঢ়া বুলিবলৈ দিয়াতকৈ গোঁফকোচাকেই……।"

"ছাৰ, বুজিছোঁ বুজিছোঁ। ভালেই কৰিছে।" এই বুলি শৰ্মাদেৱে হাঁহিবলৈ ধৰিলে। শৰ্মাদেৱৰ হাঁহিৰ লগত বৰদলৈদেৱেও যোগ দিলে।

# বাস্তৱ বুৰঞ্জীবিদ্ বেণুধৰ

**শ্ৰীযাদৱচন্দ্ৰ দাস**

মাটিৰ মানুহ আমি। কিন্তু লো, তাম, ৰূপ, সোণ, হীৰা আদিও অনুক্ৰমে উৎকৃষ্ট বিধৰ মাটিয়েই। অসমৰ এজন গুণৱন্ত, জ্ঞানৰ আধাৰ, প্ৰতিভাশালী বুৰঞ্জীবিদ্ আৰু সাহিত্যিক মাটিৰ মানুহ শৰ্মাদেৱ আছিল এডুখৰি উজ্জ্বল হীৰক। দেশৰ মাটিৰ লগত জড়িত স্বাভাৱিক বুৰঞ্জীবিদ্। শৰ্মাদেৱ কেৱল কিতাপৰ বিবৰণ জনা আক্ষৰিক বুৰঞ্জীবিদেই নহয়, বুৰঞ্জীৰ লগতে তাৰ বিষয়-বস্তুৰ প্ৰকৃত-জ্ঞানলব্ধ স্বাভাৱিক বুৰঞ্জীবিদ্ আছিল তেওঁ। এইবাবে তেওঁৰ দৰে প্ৰতিভাশালী বুৰঞ্জীবিদ্ আমাৰ ৰাজ্যত বিৰল। দেশক ভালপোৱা মানে দেশৰ মাটিক ভাল-পোৱা। দেশৰ মাটিক ভাল পাবলৈ হলে সেই দেশৰ মানুহকো ভাল পাব লাগিব। সেইকাৰণে বুৰঞ্জীবিদ্জন হয় প্ৰকৃত দেশসেৱক বা দেশপ্ৰেমিক। শৰ্মাদেৱ আছিল তেনে ধৰণৰ হাড়ে-হিমজুৰে দেশপ্ৰেমিক লোক। দেশৰ কথা নজনা, দেশৰ পৰিস্থিতি নুবুজা, দেশৰ অতীত বৰ্তমানৰ গৌৰৱ আৰু ঐতিহ্যৰ বিষয়ে অনভিজ্ঞ, পাৰত গজা দেশ-প্ৰেমিকৰ দৰে দেশপ্ৰেমিক শৰ্মাদেৱ নাছিল। স্বাৰ্থৰ কাৰণে মুখা পিন্ধা নাইবা ৰূপ সলাই নিজে ধন্য হোৱা দেশপ্ৰেমিকক দেশৰ নাগৰিক কোনেও আন্তৰিকভাবে ভাল নেপায়। সেইবোৰৰ লগত কোনো সামঞ্জস্য নাছিল তেওঁৰ। দেশবাসীৰ অন্তৰ্জ্যামী পুৰুষ আছিল তেওঁ। দেশে আত্মিকভাৱে ভাল পোৱা মানৱ হয় অমৰ। অৰ্থাৎ মাটিৰ দেহটো মাটিৰ লগত মিলি যায় যদিও তেওঁৰ ভিতৰৰ দেহ অৰ্থাৎ অমৰ আত্মাই প্ৰতিভা বিস্তাৰ কৰি চিৰকাল জগতত প্ৰেৰণা সঞ্চাৰ কৰি থাকে। শৰ্মাদেৱৰ বিশেষত্ব এই-খিনিতেই যে, বাস্তৱ জ্ঞানৰ প্ৰভাৱতে অতুলনীয় হৈ উঠিছিল তেওঁ। বুৰঞ্জীৰ ভাষণ দিওঁতে তেওঁৰ গৰৱত বুকু ফিন্দ্ খাই উঠিছিল, আনন্দত তেওঁ আত্মহাৰা হৈছিল, মুখত ধ্বনিত হোৱা ৰসিকতাপূৰ্ণ বাণীয়ে শ্ৰোতাকো কৰিছিল হৰষিত আৰু মুগ্ধ। তেওঁ আছিল ৰসময় ৰসিক পুৰুষ। ৰসৰাজ বেজবৰুৱা ৰসিক আছিল সাহিত্য ৰসত, শৰ্মাদেৱ হ'ল দেশৰ তথা মাটিৰ বাস্তৱ জ্ঞানৰ ৰসিক।

এবাৰ তেওঁ হাউলী হাইস্কুললৈ ছাত্ৰসভাৰ বছৰেকীয়া অধিবেশনৰ সভাপতি

আহিছিল। তাৰ পাছত অনুমান ১৯৬৩।৬৪ চন মানত হাউলী নৰ্মাল স্কুলৰ ছাত্ৰসভাত বছেৰেকীয়া অধিবেশনবো পৌৰোহিত্য কৰিছিল তেওঁ। মই সেই স্কুলৰে প্ৰশিক্ষক। তেওঁ হাউলীৰ প্ৰাচীন ঐতিহ্যৰ বিষয়ে বহুত জানিছিল যদিও ইয়াৰ স্থানীয় অতীত বুৰঞ্জীৰ বিষয় আৰু গভীৰভাৱে জ্ঞাত হৈ গৌৰৱত বুকু ফিন্দাই কৈছিল—"হাউলীৰ অতীতৰ দৰে ভৱিষ্যতো গৌৰৱময় হৈ উঠিব। এই নৰ্মাল স্কুলেই হ'ব লাগিব জাতীয়তা গঠনৰ মাধ্যম। কিন্তু মোৰ এবাৰ কথা হল এয়া, হস্তীৰো পিচলে পাও যদিও আপোনালোকৰ মন গতি যেন নিপিচলে। অসমীয়া জাতীয়তাৰ ৰছীৰে যেন বান্ধ্ খাই থাকে—কেতিয়াও ছিগি নাযায়।" হাইস্কুল আৰু নৰ্মালত নতুন অসমীয়া ছাত্ৰ বহুত আছিল দেখি তেওঁ এইবুলি ৰসিকতাৰ মাজেদি ভৱিষ্যত-বাণী কৰি গৈছিল। সেয়েহে তেওঁৰ দূৰদৰ্শী, জাতীয়ভাবাপন্ন আৰু ৰসিকতাসুলভ ভাষণৰ কথা চিৰস্মৰণীয় হৈ আছে।

সাহিত্যৰস যদিও মানৱৰ অন্তৰ্জগতৰ উপলব্ধিৰ কথাহে,—প্ৰকাশ হয় বাস্তৱতাৰ মাধ্যমত। সেয়েহে বাস্তৱ জগতৰ বুৰঞ্জীবিদ্ হয় উত্তম সাহিত্যিক। অন্তৰ-বাহিৰ দুয়োৰে সমন্বয়ত গঢ়ি উঠে অনুপম সাহিত্য-প্ৰতিভা! সেয়েহে শৰ্মাদেৱৰ সাহিত্য-প্ৰতিভা অৰ্থাৎ ভাব-ভাষা, তদুপৰি দৃষ্টিভঙ্গী, দেশপ্ৰেম আৰু লোকপ্ৰীতি বৈশিষ্ট্যপূৰ্ণ আছিল। দেশৰ মাটিৰ লগত ওতঃপ্ৰোত সম্বন্ধত জড়িত ভাৱৰ নিজৰা, বাক্যৰ লালিত্য আৰু শব্দ-যোজনাদিৰ সংযোজনে তেখেতৰ ভাষাক এটা বিশিষ্ট ৰূপ দিছিল। দেশৰ মাটিৰ লগত সম্বন্ধ নথকা সাহিত্যিকৰ ভাব-ভাষাৰ লগত শৰ্মাদেৱৰ অনুভূতিৰো পৃথকত্ব বিদ্যমান। এনেকি কথা কওঁতেও দেশ-প্ৰেমত উদ্বুদ্ধ হেতু মনৰ উৎফুল্লতা আৰু প্ৰকাশভঙ্গী ৰসিকতাৰদ্বাৰা আকৰ্ষণীয় হৈ ফুটি ওলাইছিল। সেয়েহে শৰ্মাদেৱৰ বুৰঞ্জীমূলক বক্তৃতা আৰু লেখা আছিল প্ৰাণস্পৰ্শী। তদুপৰি বুৰঞ্জীৰ বিৱৰণ বা কথাৰ লগতে প্ৰতিভাত হৈছিল ৰসিকতাৰ মাজেদি জ্ঞানৰ জেউতি। 'ৰাংপতা' হ'ল শৰ্মাদেৱৰ এখন এনে ধৰণৰ পুথি আৰু 'দূৰবীণ'খন হ'ল অনুসন্ধিৎসা আৰু বাস্তৱ জ্ঞানৰ প্ৰতীক স্বৰূপ। 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' তেওঁৰ জীৱন-দৰ্শনৰ দাপোণ। বৰপেটাত বহা অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাত দিয়া ভাষণত তেওঁৰ ৰসময় প্ৰাণস্পৰ্শী কথাই সমজুৱাক উদ্বুদ্ধ আৰু হৰ্ষিত কৰি তোলা কথা শ্ৰোতাসকলৰ আজিও মনত আছে।

ড° বাণীকান্ত কাকতি আৰু সূৰ্যকুমাৰ ভূঞাদেৱ আছিল বুৰঞ্জীৰ তথ্য উদঘাটনকাৰী বিদগ্ধ পণ্ডিত আৰু অসম বুৰঞ্জীৰ বাটকটীয়া। কিন্তু শৰ্মাদেৱ আছিল অসমৰ বুৰঞ্জীৰ বাস্তৱ ৰূপ দেখুৱাওঁতা। তেওঁৰ বুৰঞ্জীৰ অভিজ্ঞতা কেৱল মানসিক জ্ঞানেই নহয়, বাস্তৱজ্ঞানপূৰ্ণ। এবাৰ মই 'আমাৰ অসম' নামৰ এখন সৰু ল'ৰাৰ বুৰঞ্জীৰ পুথি অসম পুথি বছা কমিটীত দাখিল কৰিছিলোঁ। কমিটীত পুথিখন পাছ হ'ল যদিও তাত মোৰ নিজৰ অভিজ্ঞতাৰে আঁকি দিয়া 'শৰাইঘাটৰ ৰণৰ থলী'ৰ ছবিত মোমাইকটা গড়, উভয় পক্ষৰ সৈন্য-সামন্তৰ অৱস্থান, জলযুদ্ধ-স্থলযুদ্ধৰ স্থান আদি নিৰূপণ কৰি ল'ৰাক প্ৰকৃত জ্ঞান দিয়াৰ উদ্দেশ্যে মেপ এখন আঁকি দিছিলোঁ। মেপখন আপুৰুগীয়া বস্তু হৈছিল যদিও পুথিবছা কমিটীয়ে পুথিখন মঞ্জুৰ কৰিলে হয় কিন্তু ভুল থকা বুলি শুধৰাই আঁকি পুনৰাই দাখিল কৰিবলৈ লিখি জনাই কিতাপখন মোলৈ ঘূৰাই পঠিয়ালে। মই তেতিয়া কাৰ দ্বাৰা শুধৰণি কৰাম, এই কথা চিন্তা কৰি অৱশেষত বুৰঞ্জীবিদ শৰ্মাদেৱৰ ওচৰলৈ লৈ গলোঁ। শ্ৰদ্ধেয় শৰ্মাদেৱে মই মোৰ সমস্যাৰ কথা প্ৰকাশ কৰাৰ লগে লগে কাগজ-কলম ধৰি 'শৰাইঘাটৰ যুদ্ধৰ থলী'খন নিজহাতে আঁকি দিলে। তেওঁৰ স্বভাৱ-সুলভ নিখুঁত বাস্তৱ জ্ঞানৰ প্ৰকৃত পৰিচয় পালোঁ সেইদিনা। সঁচাকৈ মোৰ আগৰ ছবিখনৰ লগত বহুত পাৰ্থক্য হ'ল। মই বহু কথা মোৰ মেপখনত দেখুৱাব পৰাই নাছিলোঁ আৰু পঢ়া জ্ঞানৰ দ্বাৰা যিখিনি আঁকিছিলোঁ তাতো বহুত ভুল বৈ গৈছিল। তেখেতে অঁকা মতে মেপৰ 'ব্লক' কৰি পুনঃ ছপাই পুথিবছা কমিটীত দাখিল কৰাত ছবিখন শুদ্ধ হোৱা বাবে মঞ্জুৰ হ'ল। এই ছবিখন গুৱাহাটী তথা অসমৰে বিজয় গৌৰৱৰ চিহ্ন স্বৰূপ বিশেষত্বপূৰ্ণ হোৱাত আনেও অনুকৰণ কৰি বুৰঞ্জীৰ সৌষ্ঠৱ বঢ়াইছিল। দেখা যায়, শৰ্মাদেৱ বুৰঞ্জী লেখকেই নহয়, বুৰঞ্জীৰ বাস্তৱ জ্ঞানো সম্পূৰ্ণভাৱে তেখেতৰ আছিল। এইদৰে শৰাইঘাটৰ ৰণৰ সম্পূৰ্ণ বাস্তৱ জ্ঞান থকা অসমৰ নাগৰিক আৰু কোনোৱা ওলাব নে নাই সন্দেহ। কিয়নো শৰাইঘাটৰ যুদ্ধৰ থলীৰেই অভিজ্ঞ লোক কেবাজনকো সুধি আমি প্ৰকৃত জ্ঞান থকাৰ পৰিচয় কাৰোপৰা নাপালোঁ। এনেকুৱা লিখনি আৰু বাস্তৱ জ্ঞানৰ সমন্বয়ৰক্ষী বুৰঞ্জীবিদ্ আছিল শৰ্মাদেৱ। সেই কাৰণেই আনৰ লগত তেওঁৰ তুলনা নহয়।

দেশৰ মাটিৰদ্বাৰা ভগৱানে মানুহক গঢ়ে। সেইবাবে শৰ্মাদেৱে নিজৰ জনমভূমিক ভাল পাইছিল প্ৰাণতকৈয়ো অধিক। বিশেষকৈ জনমভূমিৰ গৌৰৱ উদ্‌ঘাটনৰ বাবে অতিশয় অনুসন্ধিৎসু আছিল শৰ্মাদেৱ। বিহাবাৰীত শৰ্মাদেৱৰ ঘৰৰপৰা এক ফাৰ্লংমান দূৰতে মোৰো এটা সৰু ঘৰ আছে। এবাৰ মই শৰ্মাদেৱক গুৱাহাটীৰ বিহাবাৰীৰ ঘৰত দেখা কৰোঁতে তেওঁ মোৰ ঠাইত থকা বুলি কেনেবাকৈ জানি 'কোচবিহাৰৰ ইতিহাস' নামৰ পুথিখন পাবলৈ বিচাৰিলে। তেওঁ হেনো বহুত চেষ্টা কৰিও পুথিখন পোৱা নাই। মই তেওঁক কিছুদিনৰ কাৰণে চাবলৈ পুথিখন দিম বুলি কৈছিলোঁ। কিন্তু দিবলৈ নৌ পাওঁতেই তেওঁৰ জড় দেহটো দেশৰ মাটিৰ লগত মিলি গ'ল। তেওঁ কৈছিল—"কোচবিহাৰ আমাৰ ৰাজ্যৰ হৃদিস্থান। হৃদয় বাদ দি দেহৰ গৌৰৱ অস্তিত্বহীন। কোচবিহাৰৰ ইতিহাসৰ লগত আমাৰ ৰাজ্যৰ ইতিহাস জড়িত। গতিকে তাৰ প্ৰকৃত বুৰঞ্জী উদ্ধাৰ কৰা একান্ত দৰ্কাৰ। সেইবাবেই চাবৰ বাবে মোক কিতাপখন লাগে।" পুথিখন হাউলীৰ ঘৰত আছিল। মই ক্ৰমান্বয়ে নানা অসুস্থত ভুগি থাকি গুৱাহাটীলৈ যোৱা বহুদিন পলম হোৱা বাবে তেওঁ পুথিখন নাপালে। তেওঁৰ হাতত পৰাহেঁতেন তাৰ পৰা বহুত তথ্য উলিয়াব পাৰিলেহেঁতেন। বিশেষকৈ বৰ্তমানে উত্তৰবঙ্গৰ খিলঞ্জীয়া ৰাইজৰ মাজত নিজৰ হেৰোৱা অস্তিত্বৰ উদ্ধাৰাৰ্থে যি জাগৰণৰ ঢৌ উঠিছে, এই সময়ত শৰ্মাদেৱৰ দ্বাৰা উদ্‌ঘাটিত অৱদানে হয়তো বহুত অৰিহনা যোগাব পাৰিলেহেঁতেন। কিন্তু মোৰ অৱহেলাৰ কাৰণে তেওঁৰ মনৰ আশা পূৰণ নহ'ল। এইবাৰ মধুপুৰত উত্তৰবঙ্গবাসী পাঁচখন জিলাৰ লোকৰ আহ্বানত মধুপুৰ সত্ৰত উদ্‌যাপিত হোৱা মহাপুৰুষৰ জন্মোৎসৱে অসম আৰু কোচবিহাৰ, জলপাইগুৰি আদি উত্তৰ বঙ্গৰ জিলা কেইখন অসম আৰু মহাপুৰুষৰ লগত জড়িত পূৰ্বৰ ধৰ্ম-সংস্কৃতিৰ অস্তিত্ব ৰক্ষাৰ ক্ষেত্ৰত নতুন প্ৰেৰণা আনিছে। গতিকে পিতৃৰ সুযোগ্য পুত্ৰ আছে যেতিয়া দেশৰ পূৰ্ব গৌৰৱ উদ্ধাৰৰ ভাৰ তেওঁৰ ওপৰতো পৰিছে।

আজি কালি অসমৰ শিক্ষা বিভাগে বুৰঞ্জী আৰু ভূগোলক আওকাণ কৰাৰ ফলত স্কুলীয়া প্ৰায়ভাগ শিক্ষাৰ্থী সেয়া দুয়োটা বিষয়ত অন্ধৰ দৰে হৈ পৰিছে। ময়ো নৰ্মালত ভূগোল-বুৰঞ্জী পঢ়ুৱাইছিলোঁ। এদিন কথা প্ৰসঙ্গত শৰ্মাদেৱে কৈছিল, "মানুহৰ মনুষ্যত্ব আৰু মানৱতাৰ বিকাশত বুৰঞ্জী-ভূগোলৰ অৱদান

অশেষ। নিজৰ দেশৰ বুৰঞ্জী-ভূগোল নজনা মানে অন্ধৰ ৰাজ্যত বাস কৰা। ভূগোল-বুৰঞ্জীত অনভিজ্ঞ হ'বলৈ দিয়াটো আমাৰ চৰম দুৰ্ভাগ্যৰ কথা। দেশৰ ভৱিষ্যত সন্তানসকলে নিজ ৰাজ্যৰ বুৰঞ্জী-ভূগোল নাজানিলে জন্মভূমি বুলি ভাল পাবলৈ শিকিবইবা কেনেকৈ?" এয়া আছিল হীৰক মানৱ শৰ্মাদেৱৰ অন্তৰৰপৰা ওলোৱা স্বদেশপ্ৰীতিৰ সাৰ বাণী। আজি এই কথাৰ উপলব্ধি কৰি ভুলৰ সংশোধন কৰিব কোনে? সংশোধন হলে বুৰঞ্জীবিদ্ শৰ্মাদেৱৰ আত্মাইও শান্তি লভিব।

# এটি সন্ধিয়াৰ সোঁৱৰণী

**শ্ৰীমতী সাবিত্ৰী বৰগোঁহাঞি**

হেমন্ত কাল। দিন তাৰিখ মনত নাই। দেউতাৰ ঘৰলৈ গৈছিলোঁ। আমাৰ পিতৃ-গৃহ হাটবৰত। চ'ৰা ঘৰত দেউতাৰ লগত এগৰাকী বয়োজ্যেষ্ঠ থুলন্তৰ পুৰুষ। নিবিড়ভাবে সক সৰুকৈ কথা পাতি আছে। ফালৰি কাটি ভিতৰ সোমাওঁতেই দেউতাই মাতি চিনাকি কৰি দিলে। "এখেত গুৱাহাটীৰ ডাঙৰ বুৰঞ্জীৰ অধ্যাপক আই, প্ৰিয়নাথৰ ঘৰত পাই লৈ আহিছোঁ।" তেখেতে হাঁহিলে। মই নমস্কাৰ কৰিলোঁ। বুকুখন ঢুক ঢুক কঁপিছিল, গুৱাহাটীৰ ডাঙৰ অধ্যাপক, আমি বা কি কওঁ, দেউতাই বা কি কথা পাতে। নজনা নুশুনা মানুহ। ভিতৰলৈ যাওঁ বুলি একপ্ৰকাৰ পলালোঁ। • পিছদিনা জখলাবন্ধাৰ আমাৰ ঘৰত পুৱা শ্ৰীগৌৰী থাউণ্ডে আহি ক'লে, "নবৌ, আজি শ্ৰীবেণুধৰ শৰ্মাদেৱক আমাৰ মিলন সংঘৰ তৰফৰপৰা সম্বৰ্দ্ধনা জনাবলৈ যো-জা কৰিছোঁ। আপুনি নিজে আৰু আন কেইগৰাকীমানক লৈ সাতু বজাত যাব। পাৰিলে দুআষাৰমান ক'ব দেই।" মই আচৰিত! ইমান ডাঙৰ মানুহজন কালি গাঁৱত গৈ কুঁহিয়াৰ শালত ৰস খাই ফুৰিছে আৰু আমাৰ ভগা পজাত দেউতাৰ লগত আত্মীয়ভাৱে কথা হৈছে। ভাবিলেই ভাল লাগে।

গধূলি জখলাবন্ধা মিলন সংঘৰ সৌজন্যত লাইব্ৰেৰীত সভা বহিল। যথাসময়ত সভা আৰম্ভ হ'ল। মোৰ সাজ-পোছাকৰ সঙ্কোচৰ ভাৱ এটাই মনৰ ভিতৰখন উকমুকাই আছিল। কিয়নো মোৰ তেনে স্কাৰ্ফ নথকাত থনিয়া কাপোৰ লৈ গৈছিলোঁ। আন এগৰাকীৰো একে অৱস্থা। চাৰিওফালৰ সুন্দৰ স্কাৰ্ফ, উলৰ চুয়েটাৰৰ মাজত আমি দুজনী সঁচাকৈয়ে লজ্জিত হৈ অধোমুখে বহি আছিলোঁ। ওলগণি সম্বৰ্দ্ধনা আদি হৈ যোৱাৰ পাছত সম্বৰ্দ্ধিত গৰাকীৰ বক্তব্যলৈকে আমি মানে মই ক'বই নোৱাৰিলোঁ। যেতিয়া মাননীয় শৰ্মাদেৱে কৈ গ'ল অসমীয়া সাজ-পাৰ, মাত-কথা, চলন-ফুৰণ আদিৰ নিজা বৈশিষ্ট্য আৰু সন্মানৰ কথা, তেতিয়া মুগ্ধ হৈ মুৰ তুলিছিলোঁ আৰু তেতিয়া মোৰ এনে লাগিছিল মোৰ বগা থনিয়া যেনে সোণবৰণীয়া হৈ জ্যোতি বিকিৰণ কৰিছে। এনে সুৱঁৰী

সৰল অথচ জুইৰ দৰে কথা আছিল। তেখেতে তাৰ পাছত কথা প্ৰসংগত কৈছিল যে "অকল অধ্যাপক পণ্ডিত হ'লেই বিদ্বান বুলি ধৰি ল'ব নালাগে। আপোনালোকৰ কৃষকসকলৰ মাজতো এনে বিদ্বান মানুহ আছে। কালি ইয়াত মোৰ এজন কৃষক বন্ধুৱে ক'লে, 'শৰ্মাদেৱ, এনে পুথি লিখক যি পুথি দগ্ধ নহয়, পানীত উঁৱলি নেযায়। মহাপুৰুষ শ্ৰীশংকৰদেৱ মাধৱদেৱৰ একোটা বাক্য যুগজয়ী। আপুনিও লিখক শৰ্মাদেৱ, যি পুথিৰ সত্য কোনো কালে দগ্ধ নহয়, "অদগ্ধা" হয়।' দেখিছেনে এইজন কেনে বন্ধু! মই আজিলৈকে যি শব্দ ব্যৱহাৰ কৰা নাই সেই শব্দ এজন কৃষক বন্ধুৱে সহজতে ক'লে। তেখেতক কিয় মই মনত নাৰাখিম?" এনে নিৰহংকাৰী পুৰুষ। আনৰ গুণক শলাগি আগঠাই দিয়া মানুহ অতি বিৰল। শ্ৰদ্ধেয় শৰ্মাদেৱ এই শ্ৰেণীৰ বিদগ্ধ পণ্ডিত।

—এই গৰাকী পণ্ডিতৰ সমজুৰা সান্নিধ্যৰ জ্যোতিয়ে আজিও মন পোহৰাই আছে।

# বেণুধৰ শৰ্মাৰ গম্‌গতি

**শ্ৰীনিৰ্মল চক্ৰৱৰ্তী**

খুড়া বেণুধৰ শৰ্মাদেৱক আমি ডিবুৰুত প্ৰথমে অষ্টম/নৱম শ্ৰেণীত পঢ়ি থকা অৱস্থাতে ১৯৩৯/৪০ চনত লগ পাইছিলোঁ। তেখেত 'তৰুণ অসম' সাপ্তাহিক বাতৰি কাকতৰ সম্পাদক হৈ থকা কালছোৱাত। সেই সময়তে আমাৰ এটি সাংস্কৃতিক অনুষ্ঠান আছিল—নাম 'জ্ঞানদায়িনী সমিতি', উদ্দেশ্য আছিল সাহিত্য, সঙ্গীত, ব্যায়াম, আধ্যাত্মিক আদি দিশত জ্ঞান অৰ্জন আৰু উন্নতি সাধন কৰা। লগতে এটি পুথি-ভঁৰালো আছিল। এই সম্পৰ্কতো তেখেতক লগ পাওঁতে হোৱা দুই-চাৰিটা কথা আমাৰ চিৰস্মৰণীয় হৈ ৰব।

যি-কোনো ঠাইত মিটিঙে বা বিয়াই-সবাহে তেখেত উপস্থিত হ'লেই এক আনন্দমুখৰ পৰিবেশ গঢ়ি উঠে। কাৰণ পৰিচিতসকলৰ কথাই নাই—অচিনাকি সকলৰো চিনাকি হৈ গুৰি-গোষ্ঠি উলিয়াই সেইসকলৰ বংশ-পৰম্পৰা খিতাপ আদিৰ কথাও তেখেতে বখানি যোৱা শুনিলে আচৰিত হ'ব লাগে। তাৰপৰা বুজিব পাৰি অসমখনৰ চুক-কোণ পৰ্যন্ত বোধহয় তেখেতে ভ্ৰমণ নকৰা ঠাই নাছিল। তদুপৰি বিভিন্ন জাতি-সম্প্ৰদায় খেলৰ বুৰঞ্জীমূলক অধ্যয়ন যথেষ্ট আছিল। আৰু এটা বিশেষত্ব আছিল, অসমীয়া নিৰহ-নিপানি ভাষা জতুৱা ঠাঁচ প্ৰয়োগেৰে লেখিছিল আৰু কথাও কৈছিল। সেয়ে আমি শিৰোনামাত লিখাৰ দৰে তেখেতৰ পৰা প্ৰায়েই শুনিছিলোঁ এই 'গম্‌গতি' শব্দটো। যেনে দেশৰ গম্‌গতি, মেলৰ গম্‌গতি।

খুড়া আছিল নিৰ্ভীক কওঁতা ব্যক্তি। ইফালে পিন্ধন-উৰণ-চলন-ফুৰণত তেখেত আছিল অতি সাধাৰণ আৰু অমায়িক ব্যৱহাৰী লোক। দুটিমান সাধাৰণ কথা মনত পৰে। সাজ পৰিধানো আছিল সাধাৰণ। সেইবুলি খুড়া জলহু বা জথলা নাছিল। সাজ-পোছাকত সম্পূৰ্ণ গাম্ভীৰ্যপূৰ্ণ পৰিপাটি আছিল। তাৰোপৰি খোজ-কাটলে এজন চকলা ডেকাহে যেন দপ্‌দপাই গৈছে বুলিব লাগিব। চুৰীয়া পঞ্জাবী চোলা, কোনো সময়ত চেলেং চাদৰ বা কোনো সময়ত এড়ি চাদৰখন সহ পৰিপাটিকৈ পিন্ধিছিল। পাছলৈ বাইদাং বেতৰ লাঠিদালো আছিল লগৰীয়া।

ছাতিও আছিল। ছাতিৰো এটি ঘটনা আছে। তাহানি ডিব্ৰুগড়ত থাকোঁতে তেখেতৰ বিয়ৈ ৺ভৰতচন্দ্ৰ শৰ্মা ( মৌজাদাৰ )-ৰ চ'ৰাঘৰত বহি কেবা গৰাকী লোকে কথা-বতৰা হৈ আছিল। খুড়াও তাতে আছিল। বেৰত তেখেতৰ নতুন ছাতিটো ওলোমাই থোৱা আছিল। এগৰাকীয়ে নতুন ছাতিটোৰ প্ৰশংসা কৰিলে। তেখেতে কিন্তু অসন্তুষ্টি প্ৰকাশ কৰি খপৰাই উত্তৰ দিলে যে—এনে কাড়া ভাঁজ লাগি থকা, ছাপ নষ্ট থকা, কিচকিচিয়া ক'লা ছাতিটো লৈ বজাৰে-সমাৰে, গাঁৱে-চহৰে ফুৰিবলৈ তেখেতে মুঠেই ভাল পোৱা নাই। কাৰোবাৰ লগতে সলাই ল'ব লাগিব। আন এগৰাকীয়ে ক'লে—কোনে বাৰু পুৰণি ছাতিটো আপোনাক দি আপোনাৰ নতুন ছাতিটো নিব? খুড়াই ক'লে, দৈৱেই কেতিয়াবা ব্যৱস্থা কৰি দিব। ঠিক এনেতে চিৰিংচাপৰিৰ শ্ৰীযুত লক্ষ্মীধৰ শৰ্মা (থাটনিয়াৰ) ককাইদেউ আহক! তেখেতৰ কিছুকাল ব্যৱহাৰ হোৱা ছাতিটো ৰ'দত মেলি দি আহিছিল। ছাতিটো জপাই থৈ তেখেত বহিছেহে মাত্ৰ। সেই মুহূৰ্ততে খুড়া উঠি বচন কোৱাত লাগিল—'চাওক সভাসদসকল এইয়া দৈৱৰে ব্যৱস্থা, নহ'লেনো এনে অকস্মাতে ইপ্সিত বস্তু লাভ হ'ব পাৰেনে? গতিকে শীঘ্ৰে গ্ৰহণেই উত্তম!' তাৰ পাছত শ্ৰীযুত শৰ্মা ককাইদেউলৈ চাই ক'লে—'হে থাটনিয়াৰ ডাঙৰীয়া, সকলো দৈৱৰে ক্ৰিয়া। দৈৱবলেই আপোনাৰ ছাতিহস্তে সভামধ্যে প্ৰৱেশ। আৰু মোৰো, সমস্যাপূৰ্ণ, ন-ছাতিটি হস্তান্তৰৰ সুযোগ হেতু পৰম ধন্য মানি—দৈৱৰ আদেশ মতে এইয়া মোৰ প্ৰস্থান।' এই বুলি তেখেতৰ নতুন ছাতিটো শ্ৰীযুত শৰ্মা ককাইদেউৰ ওচৰত থৈ আৰু পুৰণি ছাতিটো কাষলতিৰ তলত লৈ গপগপাই ওলাই গ'ল।

তাহানি অসমৰ প্ৰখ্যাত ভট্টাচাৰ্য এজেঞ্চি। অসমীয়া পুথি প্ৰকাশ কৰা, ছপোৱা ব্যৱসায় কৰোঁতা চিৰস্মৰণীয় বিদগ্ধ পণ্ডিত ৺শিৱনাথ ভট্টাচাৰ্য ডাঙৰীয়াৰ লগত খুড়াৰ ঘনিষ্ঠ সম্বন্ধ আছিল। ভট্টাচাৰ্যইও খুড়াক অধ্যয়ন সম্পৰ্কে বিভিন্ন বিষয়ত অকুণ্ঠ সহায় কৰিছিল। পণ্ডিত ডাঙৰীয়াৰ নাতি শ্ৰীলোকেন্দ্ৰনাথ ভট্টাচাৰ্যৰপৰা জানিবলৈ পোৱা মতে—খুড়াকৰ অধ্যয়নৰ পৰিবেশ এনেধৰণৰ—নিজৰ থকা ঠাই বা ঘৰত সৰুসুৰা যি পুথি-ভড়াল আকাৰৰ পুথি আছিল তাৰোপৰি—টেবুলত ঠাহ লগাই থকা পুথিৰপৰা নিতৌ অধ্যয়ন কৰিছিল। আকৌ ডিব্ৰুগড়লৈ আহিলে উক্ত "ভট্টাচাৰ্য এজেঞ্চি"ৰ পুথিঘৰতে এখন ছালপীৰাৰ ওপৰতে নানান কিতাপ পুথি দ'ম কৰি গোটাই লৈ ঘণ্টাৰ পিছত

ঘণ্টা ধৰি অধ্যয়নৰত হৈ থাকে। সময়ৰ প্ৰতি ভ্ৰূক্ষেপেই নাই। তাতে সময়ে সময়ে চাহ-জলপান-তামোল আৰু হোঁকা চিলিমৰ যোগাৰ গৃহস্থৰ তৰফৰপৰা চলি থাকে। পাছত দেখা গ'ল তাতেই ভাষা সাহিত্য বুৰঞ্জী আদি কেবাটিও বিষয়ৰ সমল গোটাই জুকিয়াই পেলালে। গাঁৱে-ভূঞে সংগ্ৰহ কৰা নানান হাতেলিখা পুথিও সংগ্ৰহ কৰি আনি ঠাইত অধ্যয়ন কৰিছিল।

বুৰঞ্জীমূলক বিষয় অনুসন্ধান আৰু সমল বিচাৰি নানা ঠাই গাঁও সত্ৰ আদি ভ্ৰমণ কৰিছিল। এইবিলাক ঠাইলৈ যাওঁতে পৰিৱেশৰ লগত নিজক খাপখুৱাই ল'ব পাৰিছিল আৰু বাইজেও বৰ আদৰ আপ্যায়ন কৰিছিল। এই বিষয়ে খুড়াৰ জাতি-কুল, উচ-নীচ ভেদভাৱ মুঠেই নাছিল। এবাৰ মটক ( মতেক ) সম্প্ৰদায়ৰ ইতিহাসৰ পম খেদি চাবুৱাৰ ওচৰৰ এখন গাঁৱত সোমালগৈ। তাতে গৃহস্থ এঘৰত বহি কথা পাতি ওচৰৰে অন্য এঘৰলৈ গ'ল, তাত কিছুপৰ ৰ'ল। এনেতে গৃহস্থই বুলিলে—শৰ্মা ডাঙৰীয়া, মোৰ পজালৈ আহিলে সুদা মুখেই উভতিবনে? খুৰাই সুধিলে—পিঠাপনা কি আছে? গৃহস্থই বোলে—চুঙাচাউল ভাপত দিয়া ( সিদ্ধ ) আছে আৰু চুঙাপিঠাও। খুড়াই ক'লে, বেচ্‌ বেচ্‌— চুঙা-চাউলৰ লগতে দৈ বা গাখীৰ যি আছে আৰু লগতে গুৰ একণ হ'লেই হ'ব। গৃহস্থই ততালিকে বাতি এটাত চুঙাচাউল-দৈ-গুৰ আৰু লগতে চুঙা পিঠা এচকলো সজাই দিলে। খুৰাই সেইখিনি তৃপ্তিৰে খাই উগাৰ এটা মাৰি গৃহস্থৰ আতিথ্যৰ বাবে গুণগান কৰি বিদায় ল'লে। পুনৰ প্ৰথমে সোমোৱা ঘৰত সোমাই সেই ঘৰৰ গৃহস্থৰে সৈতে কথা পাতি বিদায় ল'ব খোজোতেই সেই ঘৰৰ জীয়াৰী গৰাকীয়ে মাত লগালে—দেউতা আমাৰ ঘৰত প্ৰথমে সোমাল অথচ আপুনি কিবা এটা মুখত নিদিয়াকৈ যাব—ই কথা হ'ব নোৱাৰে —আমি বেয়া পাম। খুৰাই ক'লে—সিঘৰত নেখালেও বেয়া পাব নহয়— সেইবাবে তাত জলপান এটি খালোঁ—আই, তইঁতৰ ঘৰলৈ পুনৰ আহিম তেতিয়া যি খুৱাব খুৱাবি। বাৰু, বেয়া পাইছ যদি চেঁচা পানী এবাটিকে দে। জীয়াৰীয়ে মাত লগালে—নহ'ব দেউতা, চাহপানী এটোপাকে খাই যাব লাগিব। খুৰাই সুধিলে—চাহকে দিবি আই; তোৰ মনত আছে জানো সেই জুটি লগা চাহটুপিৰ কথা? জীয়াৰীয়ে তপৰাই মাত লগালে—আছে দেউতা, সেই যে ম'হৰ গাখীৰৰ চাহ আৰু কাঁহৰ বাটি, সেইমতেই দিম। ততালিকে এটি পকা মিঠৈ আৰু এবাটি চাহ আনি দিলে আৰু খুৰাই তৃপ্তিৰে খাই দুই এটি ৰসপূৰ্ণ

কথা কৈ সেই গৃহস্থ আৰু জীয়াৰীবপৰা বিদায় লৈ থকা ঠাইলৈ উভতিলে। এইদৰেই খুৰা যলৈকে গৈছিল—তাতে এটি আপোন ভাব আৰু আনন্দৰ পৰিবেশ গঢ়ি উঠিছিল।

খুৰা 'তৰুণ অসম' বাতৰি কাকতৰ সম্পাদক হিচাপে থকা সময়ত আমাৰ সমিতিৰ মাজে মাজে সভা হয়; তাত বিশিষ্ট ব্যক্তিসকলক নিমন্ত্ৰণ কৰি তেখেতসকলৰ ভাষণ শুনা, কবিতা পাঠ, ৰচনা পাঠ, গীত গোৱা আদি কাৰ্যক্ৰম আছিল; লগতে পুথি-ভঁড়ালৰ পুথি পঢ়া, ব্যায়াম অভ্যাস কৰা ইত্যাদি। এই সম্পৰ্কত তেখেতৰ সদুপদেশ আছিল—সদায় বিভিন্ন ধৰণৰ কিতাপ পঢ়িবা, স্কুলীয়া কিতাপৰ উপৰি পৌৰাণিক আখ্যান, বিভিন্ন ধৰ্মৰ বাণী, মহাপুৰুষৰ জীৱনী, দেশ-বিদেশৰ বা-বাতৰি, বিজ্ঞান, দৰ্শন, নাট আদি যি কিতাপকে পঢ়া, মনত থকাকৈ পঢ়িবলৈ হ'লে ঘূৰাই দুনাই পঢ়িবা, তেহে জ্ঞান লাভ হ'ব। কেতিয়াবা তেখেতৰ কাৰ্যালয়লৈ গ'লে—ইংৰাজী ইলাষ্ট্ৰেটেড্ উইকৃলি আদি আলোচনীৰ দুই এটি সংখ্যা উলিয়াই দি কয়—তৰ্জমা কৰঁা, মানে ট্ৰেন্‌শ্লেচন কৰঁা। আমাৰ তেতিয়া অৱস্থা কাহিল হোৱা দেখি তেখেতে কয়,—যোৱা, ঘৰত কৰি আনি দেখুৱাবাহি। পাছত আমি যিমানৰ পণ্ডিত সেইমতে অধে-মধে কৰি নিওঁ; তেখেতে চাই-চিতি (ব্যাকৰণী ভুলখিনি শুধৰাই) ঠিক কৰি দিয়ে আৰু উদগণি দিয়ে।

খুৰাই যি সময়ত 'তৰুণ অসম' সম্পাদন কৰিছিল সেই সময়ত ইউৰোপত মহাযুদ্ধ। জাৰ্মেনীৰ হিট্‌লাৰৰ মহাপ্ৰকোপ বাছিয়া আক্ৰমণোদ্যত হৈছিল। গতিকে 'সংবাদ প্ৰবন্ধৰ শিৰোনামা পঢ়ি বৰ ভাল লাগিছিল আৰু পাঠকৰ মনত সহজ কথাৰে যুদ্ধখনৰ ছবি ভাঁহি উঠিছিল। দুই, এটি যেনে—'সীমান্তত শত্ৰুসৈন্যৰ দলদোপ-হেন্দোলদোপ', 'হিট্‌লাৰৰ সেনাবাহিনীৰ কুচ্‌কাৱাজ', 'লেতা কুন্দুৰাদি কুন্দাইছে', 'বেহু পাতিছে', 'এইবেলি শেনৰ এজাত', 'শত্ৰুসৈন্য বিশ্বাশৰদে ল'ৰৰি পলাল', 'তয়ঁাময়ঁা ৰণ', জাৰ্মান সৈন্য কলোপ কলোপ আগবাঢ়িছে', 'পাগুপাত শৰ', 'হিলৈ' ইত্যাদি।

আমাৰ শাৰীৰিক ব্যায়াম চৰ্চাৰ বিষয়ত খুড়াই প্ৰায়ে কয় যে—প্ৰথমে শৰীৰটো গঠন কৰি লোৱঁা। দেহা থাকিলেহে বেহা! স্বাস্থ্য নিতোলতোলকৈ গঢ় দি লোৱঁা; তেহে সংসাৰত কৰ্তব্য কৰ্ম সাধনত জয়ী হ'ব পাৰিবা। কেনে হ'ব লাগে জানা? শাইলাখ 'কৃষ্ণ' হেন। দেখাত কৃষ্ণ সুশ্ৰী, সুদৰ্শন, সম্পূৰ্ণ

কলাপূৰ্ণ উত্তম পুৰুষ—আন হাতে 'কুবলয়' হস্তীকো পৰাজিত কৰিব পৰা শক্তি-সম্পন্ন লোক। শৰীৰৰ শক্তি বৰ্দ্ধনৰ ক্ষেত্ৰত আমাৰ আগৰ অসমীয়া বীৰত্বপূৰ্ণ ডেকাৰ দৰে—ওখ গছত উঠিব পৰা, তামোল গছত উঠি ওপৰতে ইডালৰপৰা সিডাললৈ বগাই যোৱা, পুখুৰী আৰু নৈত সাতুৰিব পৰা, ঘোঁৰাত উঠা, পৰ্বত বগোৱা—সকলো বিষয়ত পাৰ্গত হ'ব পাৰিলেহে মানুহ বোলাই থাকিব পাৰিবা। তেনে কথাৰ ওপৰতে তেতিয়া আমাৰো এচামে কিছুদিনলৈ সাঁতুৰিবলৈ, গছত উঠা, ঘোঁৰাত উঠা কিছু অভ্যাস আৰম্ভ কৰিছিল।

আজি আমাৰ স্মৃতিলৈ বহুত কথাই আহিছে। তেতিয়া অৱশ্যে দকৈ ভাবিবপৰা নাছিলোঁ। সংস্কৃতি বোলোতে আমাৰ বুজা কঠিন, সেইয়া বুজিয়েই বোধহয় তেখেতে ভাঙি কৈছিল যে সংস্কৃতি হ'ল সম্পূৰ্ণ প্ৰস্ফুটিত জকমকাই থকা এখন ফুলনি। তাত বিভিন্ন ফুলৰ শোভা, গোন্ধে আমোল মোলাই থকা। দেখিলেই মন ভাল লাগি যায়—পবিত্ৰ ভাবে উঁক দিয়ে। সেই ফুলনিৰ প্ৰতিজোপা গছৰ গঠন, ডাল, পাত, ফুলৰ আকৃতি বেলেগ; বিভিন্ন ৰঙ, সোৰভো বিভিন্ন। আটাইখিনি গোটাইহে যেনেকৈ এখন জাতিষ্কাৰ ফুলনি—ঠিক তেনেকৈ আমাৰ দেশৰ সংস্কৃতিৰ বিভিন্ন খেলৰ কলা-কৃষ্টিৰ সু-সংস্কাৰ হোৱা বিষয়খিনি গোটাইহে জাতীয় সংস্কৃতিৰ পৰিপূৰ্ণ ৰূপটো ওলাই পৰে। ধৰি লোৱাঁ—তুমি সঙ্গীত সাধনা কৰিছাঁ—সঙ্গীত বোলোতে লোক, শাস্ত্ৰীয়, সকলো দিশৰ জ্ঞান অৰ্জন কৰা। সেইদৰে নাট-ভাও সম্পৰ্কে, সেই সম্পৰ্কীয় সাহিত্য, চিত্ৰ সম্পৰ্কে, শিলৰ মূৰ্তি খোদাই সম্পৰ্কে, বিভিন্ন কাৰু-শিল্প সম্পৰ্কে জ্ঞান অৰ্জন, পৰম্পৰাগত ঐতিহ্য জ্ঞান, সামাজিক ৰীতি, সদাচাৰ সম্পৰ্কে জ্ঞান অৰ্জন কৰিব পাৰিলেই আমাৰ দেশৰ সংস্কৃতিৰ স্বৰূপটো বুজিব পাৰিবা—সেইদৰে আগুৱাই গ'লে ভাৰতীয় সংস্কৃতিও বুজিব পাৰিবা—ইত্যাদি, ইত্যাদি।

খুৰাৰ স্বদেশপ্ৰেমে অসমৰ আটাইতকৈ আকৰ্ষণ কৰিছিল। আজি উপলব্ধি কৰিছোঁ—ব্যক্তিগত ভাৱে কথা পাতোঁতে উপদেশ আদিত, তাৰোপৰি তেখেতৰ ৰচিত গ্ৰন্থৰ ভিতৰত এই স্বদেশপ্ৰেমৰ মনটো জিলিকি আছে। আৰু গাঁৱে-ভূঞে-সত্ৰই ঘূৰি-পকি কাহিনী বুৰঞ্জীৰ 'গম্‌-গতি' লৈ আহি সম্পূৰ্ণ অসমীয়া জতুৱা ঠাচেৰে বজিতা খুৰাই যি বুৰঞ্জী সাহিত্য ৰচনা কৰি থৈ গ'ল সেইয়া অতুলনীয়, পৰম আদৰ্শনীয়।

জয় চিৰ সুন্দৰ

# খুৰা বেণুধৰ শৰ্মাদেৱৰ স্মৃতিত

শ্ৰীৰজনীদত্ত পাটগিৰি

—'হেৰা পাটগিৰি, কি কৰিছা? কিতাপ-পত্ৰ আকৌ কি আহিছে?'—এই ধুতি বগা চুৰিয়া পাঞ্জাবী পিন্ধি হাতত লাখুতিদাল লৈ আমাৰ 'লয়াৰ্ছ বুক ষ্টল'ৰ ভিতৰলৈ সোমাই আহে, চুটি চাপৰ মিঠা বৰণৰ মানুহজন। তেখেতৰ ব্যক্তিত্ব-সুলভ কণ্ঠৰ ধ্বনিত দোকানত থকা সকলো সচকিত হৈ উঠে। সদানন্দ, সদাহাস্য, অফুৰন্ত প্ৰেৰণাৰ উৎস এই মানুহজনেই বুৰঞ্জীবিদ পণ্ডিত আমাৰ বেণুধৰ শৰ্মা খুৰাদেউ। খুৰাদেউ বুলিয়েই মাতিছিলো। আৰু ভতিজাৰ দৰেই তেওঁ মোক মৰম চেনেহ কৰিছিল। দোকানত সোমাই মোৰ কাষলৈ আগ বাঢ়ি আহি তেখেত. কিন্তু বৈ নেথাকিছিল। তেখেতে আলমাৰীত সজাই থোৱা কিতাপবিলাক ইমূৰৰপৰা সিমূৰলৈ চাই গৈছিল। বুৰঞ্জী, সাহিত্য-সংস্কৃতি, পুৰাতত্ত্ব, এইবোৰ বিষয়ৰ প্ৰতি তেখেতৰ অসীম আগ্ৰহ। লিখকৰ কথা, কিতাপৰ বিষয়বস্তুৰ কথা তেখেতে একাষৰপৰা কৈ যায়। অসমৰ বুৰঞ্জী, সাহিত্য, সংস্কৃতিৰ ওপৰত তেখেতৰ অগাধ পাণ্ডিত্য দেখি বিস্ময় মানিছিলো আৰু কেৱল অবাক হৈ শুনিছিলো। যাওঁতে সাহিত্য, সংস্কৃতি, বুৰঞ্জীমূলক কেইখনমান কিতাপ কিনি লৈ গৈছিল।

কিতাপৰ ব্যৱসায়ী হিচাবে বা এনেয়েও কেতিয়াবা-কেতিয়াবা শৰ্মা খুৰাৰ ঘৰলৈ গৈছিলো আৰু গৈছিলো দোকানৰ বাবে তেখেতে লিখা কিতাপ আনিবলৈ। মোক দেখিয়েই—হেৰা পাটগিৰি আহা, আহা বহা, বুলিয়েই আথে-বেথে মাতি নি বহুৱাইছিল আৰু খুৱাইছিল। ব্যৱসায়, কিতাপ-পত্ৰৰ ছপা আদি নানান কথা ওলাইছিল। ভলভলীয়া শৰ্মা খুৰাই কেৱল অনৰ্গল কথা কৈ গৈছিল। কথাবোৰ সাধু সাধু যেন লাগিছিল। মই আনিব খোজা কিতাপবোৰ উলিয়াই কৈছিল—কমিচন দিব নোৱাৰিম দেই পাটগিৰি। মই মাথো লাহেকৈ কৈছিলোঁ, খুৰাদেউ আপুনি যি কমিচন দিব পাৰে তাকেই দিব। মোৰ কথা শুনি—'নিয়া নিয়া, কমিচনতো দিবই লাগিব। দোকানৰ নিয়ম হিচাপে তুমিয়েই কমিচন লোৱা—নহলে তোমালোকে কেনেকৈ চলিবা?

তোমালোকো চলিব লাগিব।—হাঁহি হাঁহি শৰ্মা খুড়াই সহৃদয়তাৰে কিতাপবোৰ আগবঢ়াই দিছিল। এইবোৰৰ মাজেদিয়েই খুৰাৰ বহল অন্তৰৰ পৰিচয় পোৱা যায়। বৰ-সৰু, সাহিত্যিক, ব্যৱসায়ী, সকলোৰে প্ৰতি সম ব্যৱহাৰ খুৰাদেউৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য।

খুৰাৰ মৃত্যুৰ কেইমাহমান আগৰ কথা। এদিন হঠাৎ খুৰা আহি আমাৰ দোকানত উপস্থিত। আমি আটায়ে আচৰিত হৈ চাইছিলো। কাৰণ কিছু-দিনৰপৰা তেখেতৰ অসুস্থতাৰ কথা শুনি আছিলো।

"হেৰা পাটগিৰি, কি কৰিছাঁ? আজি ঘৰৰপৰা মনে মনে পলাই আহিলো দিয়া। মই বোলে বুঢ়া হৈছো। ঘৰত কোনেও মোক ওলাবলৈ নিদিয়ে। কিমান নো ঘৰত বহি থাকিম হে? সেইবাবে মনে মনে বিস্লাত উঠি ওলাই আহিলো।" আকৌ সেই উদাত্ত কণ্ঠ। আকৌ সেই ভলভলীয়া শেষ নোহোৱা কথাৰ মহলা। দোৱা-দোৰিকৈ চকি এখন আনি তেখেতক বহিবলৈ দিলো। কিন্তু মই লক্ষ্য কৰিছিলো তেওঁৰ থৰক-বৰক খোজ, দুৰ্বল শৰীৰ আৰু মুখমণ্ডলত বাৰ্ধক্যৰ আঁচোৰ। কিন্তু উৎসাহ উদ্দীপনা প্ৰায় আগৰ দৰেই আছিল। কিছুসময়ৰ পিছত শৰ্মা খুৰাদেউ যাবলৈ ওলাল। আকৌ তেখেতৰ প্ৰয়োজনীয় দুখনমান কিতাপ কিনি ললে। বিক্সা এখন মাতি আনি উঠাই দি সুধিলো—খুৰাদেউ ঘৰত থৈ আহিমনেকি? খুৰাদেৱে মৰমসনা মাতেৰে ধমকি এটা দি ক'লে, দৰকাৰ হলে তোমাকহে ঘৰত থৈ আহিব পাৰোঁ। বিস্লাত উঠি তেওঁ গ'লগৈ। মই আৰু দোকানৰ আটাই কেইজনে চাই থাকিলো। খুৰাৰ সেই উদাত্ত কণ্ঠ, গলগলীয়া মাতেৰে অন্তহীন কথা আৰু সকলোৰে প্ৰতি থকা মৰম চেনেহৰ ভাব আজিও পাহৰিব পৰা নাই। বহুত মানুহ নিতৌ দোকানলৈ আহে, বহুত মানুহক নিতৌ লগ পাওঁ, কিন্তু খুড়াৰ দৰে খুব কমেইহে অন্তৰত এনে গভীৰ সাঁচ বহুৱাব পাৰে। এতিয়াও যেন কাণত পৰে—হেৰা পাটগিৰি কি কৰিছাঁ?

# বেণু শৰ্মাৰ সঞ্জীৱনী হাঁহি

**শ্ৰীমহেশ্বৰ চুতীয়া**

এই হাঁহি এদিনৰ বা এবছৰৰ নহয়, এই হাঁহি কেৱল এজন কিম্বা হেজাৰজনৰ কাৰণে নহয়, এই হাঁহি আমাৰ চামৰ চাবিতীয়াৰ কাৰণেই কেৱল নহয়, সমগ্ৰ অসমৰ প্ৰান্তৰ পৰ্বত-ভৈয়ামৰ ল'ৰা-বুঢ়া-ডেকা-গাভৰুৰ মনৰ তলিবোৰ আঢৈকুৰি বছৰে চুই যোৱা এই হাঁহি অফুৰন্ত, অবিমিশ্ৰ, অনন্ত, অনাবিল।

এই হাঁহিয়েই আমাক সৰুৰেপৰা হাতত ধৰি খোজ কাঢ়িবলৈ শিকালে, হিল-দ'ল ভাঙি ব'দে-বৰষুণে কটাহি নকৰাকৈ ফুৰিবলৈ শিকালে, সাধু-সম্ভ্ৰান্ত, চোৰ-গভাইত, ডাঙৰ-সৰু সকলোৰে লগত সমানে কথা হ'বলৈ শিকালে, ঘৰে-ঘৰে বাজছৰা মেলে-সভাই-সমিতিয়ে কথা ক'বলৈ শিকালে, মানুহৰ লগত হাঁহিব-কান্দিবলৈ, মানুহৰ কাৰণে সকলো তেজিবপৰা হ'বলৈ শিকালে!

এই হাঁহিয়েই আমাৰ নিজৰ ওপজা ঠাইখন গেৰেকনি হ'লেও ভাল পাবলৈ, সাত-ঘোকোট আমাৰ গাঁওখনৰ, এচুকীয়া আমাৰ দেশখনৰ মানুহ-বোৰক, তাৰ ধূলি-বালি-বোকা, মাটি-পানী-বতাহ, নৈ-বিল-জান-জুৰি, তাৰ ঘৰ-দুৱাৰ-বাট-পদূলি আটাইবোৰকে আপোন কৰি সাৱটিবলৈ, তাৰ হাবি-বন, কাঠনি-বাঁহনি-বেতনি-জাৰণি, কহুৱানি-বিৰিঙণিক জীৱনৰ লগৰীয়া কৰি ল'বলৈ শিকালে।

এই হাঁহিয়েই "তৰিলে দেশ, মৰিলে স্বৰ্গ" বুলি সংকল্প লৈ দেশ-মাতৃৰ বন্ধন শৃংখল ছিঙিবৰ কাৰণে বিদেশীৰ বিৰুদ্ধে যুঁজিবলৈ উছাহ-উদগনি দিলে, মনত হেজাৰ হাতীৰ বল দিলে, যিকোনো যাতনা অকাতৰে সহিবলৈ শিকালে।

এই হাঁহিয়ে আমালৈ সঞ্জীৱনী সুধা নমাই আনিলে। এই হাঁহিৰ বাবেই আমি জীয়াই থকাৰ কথা শিকিলোঁ, জীয়াই থাকিবলৈ শিকিলোঁ, জীয়াই থকাৰ শকতি পালোঁ, মানুহ হ'লোঁ।

খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে, নাইবা বাটে-পথে, ঘৰে-পৰে সকলোতে এই হাঁহিয়ে আমাৰ লগ এৰা নাই—এই হাঁহি সদায় আমাৰ লগৰ। আমাৰ

জীৱনৰ প্ৰতিটো খেন এই হাঁহিয়ে পূৰ্ণ কৰিছে। আমি এই হাঁহিৰ সৰ্বস্বত্ব অংশীদাৰ।

এই হাঁহি আৰু অধিক সতেজ আৰু অধিক সবল, আৰু অধিক প্ৰাণবন্ত আৰু অধিক অকুৰন্ত কৰিব লাগিব, সেই হাঁহিৰ ওচৰত ঋণগ্ৰস্ত, দায়গ্ৰস্ত এই চাম দেশবাসীৰ এয়াই হ'ল সমুখৰ উত্তৰ-দায়িত্ব।

তাহানি ডিব্ৰুগড়ৰপৰা প্ৰকাশ পোৱা 'তৰুণ অসম' কাকতৰ সম্পাদক আছিল বেণুধৰ শৰ্মা। এইখন কাকততে মোৰ পোন-প্ৰথমৰ দুটামান কৰিতা প্ৰকাশ পায়। কবিতা লেখাৰ ধাউতি বাঢ়িছিল তেতিয়াই। বেণু শৰ্মা গাঁৱৰ ঘৰলৈ আহোঁতে খেনোবাৰত 'পোৱালি কবি' বুলি মোৰ কথা ইজন-সিজনৰ আগত কৈ উছাহ দিছিল। কিবাকিবি আলোচনী কিম্বা নতুন কিতাপ-পত্ৰ আনি তেখেতে আমাৰ লগৰ ল'ৰাবোৰক পঢ়িবলৈ দিছিলহি।

বেণু শৰ্মা ঘৰলৈ অহা গম পালেই আমি গৈ ৺নবীন কটকীৰ দোকানতে তেখেতক লগ ধৰোঁগৈ। তেতিয়া আমাৰ গাঁৱত ৰাজহুৱাকৈ বহা-মেলাৰ কাৰণে কোনো নিগাজী ঠাই নাছিল বুলিলেই হয়। তেনেকুৱা ৰাজহুৱা ঠাইৰ ভিতৰত তেতিয়ালৈকে চাৰিঙত মাত্ৰ 'চাৰিং নাট-ঘৰ'টোহে থিয় কৰিবপৰা হৈছিল বুলিব পাৰি। আমাৰ পঢ়া-শুনা কৰা ল'ৰাবোৰৰ মাজত তেতিয়া 'সন্ধিয়া-সম্মিলন' বুলি এটা অনুষ্ঠান নিচেই দুপতীয়া হৈ আছিল। সভা-সমিতি কেনেকৈ পাতিব লাগে, কেনেকৈ বক্তৃতা দিব লাগে, প্ৰস্তাৱ কিম্বা কাৰ্যবিৱৰণী লিখিব লাগে কেনেকৈ, সেইবোৰ শিকাৰ থলী আছিল এই সন্ধিয়া-সন্মিলনেই।

সন্ধিয়া-সন্মিলনৰ কোনো একোটা বৈঠকত বেণু শৰ্মাও উপস্থিত হৈ আমাৰ কাম-কাজবোৰৰ আৰু লেখা-পঢ়া, গল্প-প্ৰবন্ধ-কবিতা আদিৰ খোজ-খবৰ লৈছিল। বাহিৰৰ দেশৰ বা-বাতৰি আৰু সেইবোৰ দেশৰ বিভিন্ন বিষয়ৰ একোটিইঁত আকৰ্ষণীয় কথা তেখেতে আমাৰ আগত বিবৰি কয়হি। বিশেষকৈ দ্বিতীয় মহাসমৰৰ আগৰ পৰিস্থিতি আৰু তাৰ পৰিণতিত দ্বিতীয় মহাসমৰৰ সম্পৰ্কত দেশসমূহৰ কাৰ গতি-বিধি কেনে আছিল সেইবোৰ ফঁহিয়াই বুজাইছিল। চাৰিং নাটঘৰ নিৰ্মাণৰ গুৰিতেও শৰ্মাৰ দিহা-পৰামৰ্শখিনিয়েই আছিল আচল উৎসাহ-অনুপ্ৰেৰণাৰ উৎস। কীৰ্তিনাথ কটকী, দীননাথ চলিহা এই নাটঘৰৰ পোনপ্ৰথম নিৰ্বাচিত সম্পাদক আৰু মেনেজাৰ। গাঁৱৰ

ভাগে ভাগে বাঁহ-কাঠ-খেৰ আদি যাই যাই সকলোবোৰ কঢ়িয়াই সেই বৃহৎ নাটঘৰটো সাজি উলিওৱা হয়। নাটঘৰৰ কাৰণে পোনপ্ৰথমখন ড্ৰপ-চিনৰ বাবে আমাৰ দেউতাক ধৰাত সেই চিন দেউতাৰ নামেৰে (দামোদৰ চুতীয়া) নাট-ঘৰলৈ দান আগবঢ়োৱা হয়। ফুলনিৰ চিনখন দান দিয়ে শশীধৰ ফুকনৰ বৰ পুত্ৰ যোগধৰ ফুকন। ড্ৰপ-চিনখন কলিকতাত অঁকাই অনা হৈছিল। তেতিয়া (১৯৩২/৩৩) ইয়াৰ দাম আনি পোৱালৈকে প্ৰায় ৭৫ টকামান পৰিছিল। 'চন্দ্ৰকান্ত সিংহ নাটকৰ অভিনয়েৰেই নাটঘৰ উদ্বোধন কৰা হয়। শৰ্মা ডাঙৰীয়াৰ প্ৰেৰণাতেই আমাৰ ডাঙৰ ককাইদেউ শ্ৰীলক্ষেশ্বৰ চুতীয়াই 'সাধনী' নাটক লিখে আৰু এই নাট-ঘৰতেই ইয়াৰ মঞ্চস্থ কৰা হয়।

চাৰিং নাট-ঘৰ নিৰ্মাণ কৰা মাটিডোখৰো দিছিল শৰ্মা ডাঙৰীয়াই তেখেতৰ নিজৰ মাটিৰ বুকুৰপৰাই। এই মাটিতে, ইয়াৰ আগতে 'আমাৰ দোকান' বুলি তেখেতে এখন দোকান খুলিছিল। এইখন আচলতে স্বৰাজ আন্দোলনৰ এটা যাই কেন্দ্ৰহে আছিল।

'আমাৰ দোকান'লৈ ভাটি ফালৰপৰা কপাহ মগাই আনি প্ৰতিখন গাঁৱত ঘৰে ঘৰে বিক্ৰী কৰা হৈছিল। 'মধুবাণী' যঁতৰ আৰু কপাহ ধুনা ধমু আৰু নেওঠনি, পিতলৰ টাকুৰী; গাঁৱতে সজা উৰা, চেৰেকী, লেটাই, তাঁতশালৰ সঁজুলিবোৰ 'আমাৰ দোকান'ৰপৰাই অঞ্চলটোত বিলোৱা হৈছিল। তাৰ মূল্য গ্ৰাহকে কিস্তিকৈ দিলেও হৈছিল। নাইবা তাৰে কেইপদমানৰ বাবে নগদ ধন নিদি সেই মূল্যৰ কটা সূতা দিলেও হৈছিল। যিসকল গাঁৱৰ জীয়াৰী-বোৱাৰী কিম্বা স্বেচ্ছাসেৱক ডেকা-বুঢ়াই নিয়মিতভাৱে সূতা কটাত লাগিছিল তাৰ সৰহভাগেই নিখিল ভাৰত শিপিনী সংঘৰ লগত জড়িত হৈ পৰিছিল। এই শিপিনীসকলৰ এটা নিয়মীয়া ৰোজগাৰ সূতা কটা, কপাহ ধুনা, পাঁজি বটা, তাঁত বৈ কাপোৰ দিয়াৰপৰাই চলি আছিল।

'আমাৰ দোকান'ত খদ্দৰৰ চুৰীয়া, পাঞ্জাবী, ছাৰ্ট, জৱাহৰ কোট আৰু এবিধ খদ্দৰ কাপোৰৰ মোনা বিক্ৰি হৈছিল। থান হিচাপেও খদ্দৰ কাপোৰ বিক্ৰী হৈছিল। ৺ফটিকচন্দ্ৰ কাকতি এই দোকানৰ মেনেজাৰ আছিল। তেখেতে লগত এটা চিলাই কল ৰাখি কাপোৰ চিলাবলৈও লৈছিল।

'আমাৰ দোকান'ৰপৰা কলিকতাৰ ফালে পুৰণি কুঁহী থেকেৰা, কাঁহুদী-খাৰলী আদি পাৰ্চেল কৰি পঠোৱা হৈছিল। এই 'আমাৰ দোকানে'ই সেই

সময়ৰ অসমীয়া মাহেকীয়া আলোচনী 'আৱাহন' আৰু 'বাঁহী'ৰ স্থানীয় বিলনীয়া আছিল।

চাবিং আস্পতালখন স্থাপন কৰিবলৈ লগুঁতেও মাটিৰ বাছনি কৰা লৈ এচাম চাবিঙীয়াৰপৰা তেখেতে কম অসুবিধা পোৱা নাছিল। সেই মাটিৰ বাবে কাছাৰী ঘৰো বগাব লগা অৱস্থা এটা হৈ পৰাত বহুতেই আস্পতাল হোৱাৰ আশা এৰি পেলাইছিল। পিচে শৰ্মা ডাঙৰীয়াই লেকাত লাগি আৰু সেই 'ধাপুৰ চূণ খাই মৰিলেও মৰো' বুলি কোঢ়া-মুঠিয়াকৈ ধৰা বাবেই জানিবা আস্পতালখন শেহত হৈ উঠিলগৈ।

১৯৩৭ চনত বেণুধৰ শৰ্মাই 'ঘৰফলীয়া কংগ্ৰেছ' কৰিবলৈ লগাৰ দিনৰেপৰাই তেখেতৰ লগত আমাৰ চামৰ মতৰ অমিল বাঢ়ি যায়। পোন-প্ৰথমতে ৰাজনৈতিক ধৰণৰ বিৰোধ পিছলৈ কথাই-কামে ব্যক্তিগত বা ঘৰুৱাধৰণৰ বিৰোধলৈও বাগৰ লৈছিল।

তেতিয়াৰপৰা প্ৰায় দহ বছৰমানৰ পিছৰ কথা। মই গুৱাহাটীৰ শিলপুখুৰীত থকা আগৰ ছচিয়েলিষ্ট পাৰ্টিৰ অফিচতে থাকোঁ। পাৰ্টিৰ অফিচ ছেক্ৰেটাৰী আৰু লগতে 'জনতা' সাপ্তাহিক কাকতখনৰ সম্পাদনা বিভাগ আৰু পৰিচালনাৰ কাম কৰোঁ। এদিন পুৱা হঠাতে দুৱাৰত মাত এটা শুনিলো—হেৰ' মহেশ্বৰ আছ নে অ'?—দুৱাৰ-মুখলৈ ওলাই আহি দেখিলোঁ "বেণুদাদা"। ভিতৰলৈ মাতি নি বহুৱালোঁ। চাহ-চুৰত খাবলৈ দিলোঁ। "তোৰে খবৰ লৈ যাওঁ বুলি সোমালোঁ"—বেণুদাদাই ক'লে। গুৱাহাটীলৈ কেতিয়া আহিল, আকৌ যাবগৈ নে থাকিব ইত্যাদি কিবা-কিবি কথা হ'লোঁ।

মোৰ মনটো বেছ পাতল লাগিল। অন্তৰৰ গভীৰ তলৰপৰা বেণুদাদাৰ প্ৰতি ভক্তি এধাৰা অজানিতে বৈ আহিল। চাবিঙৰ সেই 'বিৰোধী বেণুদাদা' এতিয়া একেবাৰে সলনি হ'ল। ভাবিলোঁ, বেণুদাদাৰ অন্তৰ সঁচাকৈ নিষ্কলুষ, মহান, বিশাল। সেই দিনৰপৰাই মোৰ অন্তৰৰ নামঘৰৰ মণিকূটত আমাৰ দেউতাৰে সৈতে একে পিতৃগুৰু আসনত তেখেতকো থাপি লৈ নীৰৱে সেৱা জনাই আহিছোঁ।

তাৰে আঢ়ৈ বছৰ মানৰ পিছত চাবিঙৰপৰা পতা মোৰ বিয়ালৈ মতা চিঠিখন পাই শৰ্মা ডাঙৰীয়াই যিবাবি আশীৰ্বাদ দিছিল সেয়াই মোৰ এই ধানথিতৃ নোহোৱা জীৱনত আজিও অক্ষয় কৱচ হৈ ৰ'ল।

শ্ৰীমান মহেশ্বৰ,

তোমাৰ বিয়ালৈ মতা চিঠি পালোঁ। সোঁ-শৰীৰেৰে গৈ বিয়া যে খাব পাৰিম, আশা নাই। তথাপি, ইমান দূৰণি বাটৰপৰাই এবাৰি বাক্যৰেই কৈ থ'লোঁ—তোমালোকৰ যুগল মিলনে যেন ভৱিষ্যতলৈ সন্মুখীন হ'বলগীয়া জীৱন-সন্ধিবোৰ হেলাৰঙে পাৰ কৰায়। ইতি—

চেনিকুঠী, গুৱাহাটী
২৩ ২. ৫৩

তোমাৰ
শ্ৰীবেণুধৰ শৰ্মা

ফুৰাই-চকাই, উঠনে-বহনে, খাৱনে-শোৱনে, কথাই-বতৰাই যিজনৰ সৰল জীৱন-যাপন আৰু উচ্চ চিন্তাই একমাত্ৰ আদৰ্শ আছিল, সেই বেণুদাদাই আমাক এৰি গ'ল। সোঁ-শৰীৰে তেওঁক আৰু কোনো দিন নেপাওঁ। তেওঁৰ সেই সঞ্জীৱনী হাঁহিটো আৰু কোনো দিন শুনিবলৈ নেপাওঁ।

মৃত্যুৰ মাত্ৰ সাদিনৰ আগতে শ্ৰীমেদিনী চৌধুৰী আৰু মই, আমাৰ লগত সহকৰ্মী শ্ৰীলক্ষ্মী দাস আৰু শ্ৰীমানবেন্দ্ৰ শৰ্মাই তেখেতৰ খবৰ ল'বলৈ গৈছিলোঁ। আমি ভাবি গৈছিলোঁ শৰ্মা ডাঙৰীয়াৰ নিজৰ মুখৰ কথা কেইআষাৰমান ধৰি ৰাখিম বুলি। তেখেত বহি থকা বিছনাৰ কাষতে থিয় হৈ 'গা কেনেকুৱা পাইছে' বুলি সুধিলোঁ। ওচৰতে থৈ লোৱা টেপ্-ৰেকৰ্ডাৰটোত তেখেতে হাত বুলাই চালে। আমাৰ কথা ধৰিব পাৰিয়েই আমাক প্ৰায় দবিয়াই ক'লে—মোৰ voice? মোৰ শেষ voice ধৰি ৰাখিবলৈ আহিছা?

—এয়াই আপোনাৰ শেষ voice নহয়, আমি আকৌ আহিম। আপোনাৰ ভইছ্ আমি আকৌ সুমুৰামহি। আপুনি অসমৰ এনচাইক্ল'পেডিয়া।—শ্ৰীচৌধুৰীয়ে ক'লে।

আকৌ খুব সন্তৰ্পণে শ্ৰীচৌধুৰীয়ে আৰম্ভ কৰিলে: তাহানিৰ সেই যে নগা আলিৰ কথা, সৰু গামোছা পিন্ধি যে মূৰত মিঠাতেল ঘঁহি শিৱসাগৰত পঢ়িবলৈ আহিছিল?—এইবোৰ বহু পুৰণি কথা উজাৰ খালে।

খুব উদাস, ক্ষীণ অথচ গভীৰ অৰ্থব্যঞ্জক মধুৰ হাঁহি এটিৰে শেহাই শেহাই শৰ্মা ডাঙৰীয়াই ক'লে—কত কি কৰিলোঁ···চব ভ্ৰষ্ট হ'ল—শৰ্মা ডাঙৰীয়াৰ দুই চকুত দুধাৰি চকুলো ধীৰে ধীৰে বাগৰি গ'ল। আমাৰ মনও আবেগত গধুৰ হৈ পৰিল।

মৃত্যুৰ দুমাহমান আগৰপৰাই শৰ্মাৰ কিছু অসুখ হোৱা গম পাই আছিলোঁ। বুঢ়া বয়স, তাতে জাৰো সেইবাৰ বেছি। বয়সৰ হেঁচাত পোৱা কষ্ট। লেয়ে জানিবা কিছু বেছি। তেখেতৰ জীৱনকালত পৰি থকাকৈ কিংবা ৰোগ-ব্যাধি হোৱা মোৰ মনত নপৰে। পিছে এইবাৰৰ কষ্ট অন্য ধৰণৰ। কথাৰ আঁত হেৰুওৱা হ'ল। মানুহ চিনি নোপোৱা হ'ল। আমাৰ আশংকা হ'ল, শ্ৰদ্ধেয় শৰ্মাই কেতিয়া আমাক এৰি যায় ঠিক নাই। সাৱধানে থাকিব লাগে।

শৰ্মা ডাঙৰীয়াই বিছনাৰপৰা উঠিবলৈ চেষ্টা কৰে। নিজেই আগৰদৰে ওলাই-সোমাই থাকিবলৈ বিচাৰে। কেৱল সভা-সমিতি আৰু অ'লৈ-ত'লৈ যোৱাৰ কাৰণে ওলায়। "সোণাৰীলৈ যাব লাগে", "লক্ষীমপুৰৰ গাড়ী পালেহি নেকি ?" ইত্যাদি। ভগৱতী প্ৰসাদ বৰুৱাই অঁকা কেইখনমান চিত্ৰৰ উৱাদিহ লবলৈকে সোণাৰিলৈ যাব খোজে।

বতৰ কিছু গৰমলৈ আহিলে শৰ্মা ডাঙৰীয়া হয়তো আকৌ টন্‌টনীয়া হ'বগৈ পাৰে, কেতিয়াবা তেনেকৈ ভাবিছিলোঁ। আনবলি জাপখাইপৰা ফুল-পাহৰ দৰে ভিতৰে ভিতৰে তেখেত যে জঁই পৰি যাব, আমি টলকিবই নোৱাৰিলোঁ।

যোৰহাট-শিৱসাগৰ বা অইন ক'ৰবাৰপৰা ঘৰলৈ ঘূৰোঁতে হাতত এজাপ বাতৰি কাকত লৈ 'নবীন দাদা'ৰ দোকানত সোমায়হি। তাতে বহি লৈ চাহ-পানী-ধঁপাত-চুৰত খাই লয়। সেইকণ সময়তে কাগজবোৰ ডাঙৰ-ডাঙৰকৈ মোক পঢ়িবলৈ কয়। বাতৰি কাকত পঢ়াত ক'ত কি জোৰ দিব লাগে তাক শিকায়। কোনবোৰ বাতৰি আগতে চাব লাগে তাক দেখুৱাই দিয়ে। এইদৰে বাতৰি কাকত পঢ়িবলৈ, প্ৰবন্ধ লিখিবলৈ শিকোৱা কথাবোৰ মনত পৰিলে চকুপানী ওলাই আহে। তেওঁ শিকাইছিল : শব্দবোৰৰ একোটাইত বুৰঞ্জী আছে। সেই-বোৰৰ বিষয়ে ভালকৈ নাজানিলে লিখোঁতে-পঢ়োতে ভুল হয়।

শৰ্মা ডাঙৰীয়াৰ ওপজা ঠাই অকল চাৰিঙৰে নহয়, গোটেই অসমৰে চুকে-কোণে কেনিও অকণো ঠাই নাই, য'লৈ তেওঁ যোৱা নাই, যিখন ঠাইৰ বিষয়ে তেওঁ নাজানে। অসমৰ জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলো প্ৰাচীন জাতি তথা পৰিয়ালবে আঁতি-গুৰি বেণুধৰ শৰ্মাই জানিছিল।

চাৰিঙীয়া ডেকা-গাভৰুৰ প্ৰাণত স্বদেশ-স্বজাতীয়তাৰ ভাব জগাই তুলিবলৈকে বেণু শৰ্মাই চাৰিঙত মণিৰাম দেৱান আৰু পিয়লী বৰুৱাৰ তিথি পাতিবলৈ

লৈছিল। 'মণিৰাম দেৱান' আৰু 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত'—এই দুয়োখনেই তেখেতৰ জীৱনৰ জয়দ'লৰ সোণৰ কলচী।

সাত-থোকোঁট চাবিং গুচি যে নৱবয়ুৱা হ'ল, তাত যে বাটে পোৱালি মেলিলে, নতুন গাড়ী লৈ ঘৰৰ চোতালত গৈ শিঙা বজাব পৰা হ'ল—তাৰ একেবাৰে গুৰিতেই, 'গাঁৱত ধৰাগৈ যোৱা'—এই মন্ত্ৰত যে বেণু শৰ্মা সিজিছিল, তেখেতে যে চাবিগুৰ কাৰণে অসীম কষ্ট আৰু ত্যাগ কৰিছিল আৰু দূৰদৰ্শী চিন্তা কৰিছিল—সেইয়া!

বহুদূৰ বাট দেখি বৈ নাথাকিবলৈ যিৰুণ প্ৰেৰণা পাইছোঁ, কি বৈষয়িক, কি সামাজিক, যিকোনো ক্ষেত্ৰতে বিপদক যে মূৰ পাতি ল'বলৈ অকণমান সাহস আৰু বল-বুদ্ধি গোটাব পাৰিছোঁ—তাৰো গুৰি বেণুধৰ শৰ্মা।

ধমনীত যিজনৰ স্বদেশ-প্ৰেমৰ তীব্ৰ স্পন্দন, প্ৰাণত যাৰ অফুৰন্ত জীৱন স্পৃহা, হৃদয় যাৰ বসুধৈৱ কুটুম্বৰ প্ৰেমৰসে পৰিপূৰ্ণ, যিজনে আজীৱন এলাহ, নিদ্ৰা আৰু জয় পৰাজয় কৰি কৰ্মময় জীৱনৰ চানেকি ৰচিলে, যিজনক শ্ৰান্তি, ক্লান্তি আৰু বিভ্ৰান্তিয়ে কদাপি সেও মনাব নোৱাৰিলে, পাৰ্থিব দুখ-কষ্ট, অভাৱ-অনাটনতো যি অলৰ-অচৰ হৈ ৰ'ল, অসমীয়া ভাষা-সাহিত্য, স্বদেশ-স্বজাতি, সমাজ-সংস্কৃতিৰ ৰক্ষণা-বেক্ষণেই যাৰ সচিতে-সপোনে একমাত্ৰ ধ্যান-জ্ঞান-সাধনা আছিল, যাৰ ওৰেটি জীৱনৰ মূল আদৰ্শ সলিসিয়ান ৰাজনীতিজ্ঞ পুৰুষ মণিৰাম দেৱানৰ স্বদেশ-প্ৰেম, স্বজাতীয়তাবোধ আৰু নিৰ্ভীক আত্মবলিদান, যিজনৰ সমাজ গণ্ডী পৰিব্যাপ্ত আছিল, ধনী-মানী আঢ্যৱন্ত পণ্ডিতৰপৰা চহা-হজুৱা-কানীয়া-ভঙুৱা, দীন-দৰিদ্ৰলৈকে, একান্ত আত্মশক্তিৰেই যিজন বলীয়ান—মহীয়ান, সেইজন অসমী আইৰ সুযোগ্য সন্তান স্বৰ্গীয় বেণুধৰ শৰ্মাৰ আদৰ্শগুৰু মণিৰাম দেৱানৰো ফাঁচীৰ তাৰিখ ১৮৫৮ চনৰ সেই একে ২৬ ফেব্ৰুৱাৰী। এয়া গুৰু-শিষ্যৰ আত্মিক মিলনৰ বিৰল দৃষ্টান্ত।

বেণু শৰ্মাৰ বৈচিত্ৰ্যময় ঘটনাবহুল জীৱনাদৰ্শ আমাৰ দেশৰ পিছতীয়া চামৰ জীৱনগঢ়া কমাৰশালৰ ভাটী হৈ পৰিল। অসমীয়া ভাষা নিৰ্মাণত শৰ্মাই কি কি মূল সমল লৈছিল, সাহিত্য ৰচনাৰ কাঠি-কামি কি যোৰে বৈছিল, এতিয়া সেইবোৰেই অসমীয়া জাতি-গঢ়া কমাৰশালৰ ঘাই আহিলা হৈ পৰিল। তেখেতৰ 'টোকোৰা ৰাহৰ কুটা'বোৰ চালি-জাৰি লৈ, মুকলিত সকলোৰে দেখাকৈ আৰু সহজে পাব পৰাকৈ, আটোম-টোকাৰিকৈ থোৱাৰ ব্যৱস্থা কৰিব পাৰিলেহে

আমাৰ দেশ তথা জাতিৰ ভৱিষ্যতত খটুৱাবলৈ চল ওলাব। ভাষা-সাহিত্য-বুৰঞ্জী-সংস্কৃতিৰ প্ৰতি নিষ্ঠাবান একান্ত সাধক গৰাকীৰ পবিত্ৰ সৌৰৱণ স্থায়ী কৰিবৰ কাৰণে বস্তুনিষ্ঠ আঁচনি হাতত ল'ব পাৰিলেই ৺শৰ্মাৰ প্ৰতি বিহিত সন্মান আৰু কৃতজ্ঞতা প্ৰকাশৰ থল ওলাব।

'বেণু শৰ্মা'ৰ গুণ-গৰিমাৰ ধাৰত আমি পোত গৈ আছোঁ। সেই ধাৰ যে সময়মতে সুজিব পাৰিম সি দুৰাশা মাথোন। এই অক্ষমতাৰ বাবে সিপাৰৰ-পৰাই সেই পুণ্যাত্মাই আমাক যেন ক্ষমা কৰে।

# বেণু বাপু

শ্ৰীচিদানন্দ শইকীয়া

'বেণু বাপু' চাৰিঙৰ এটা জনপ্ৰিয় নাম। এই নামেৰে অন্য ঠাইত মাতিলে হয়তো অসজা লাগিব। কিন্তু চাৰিঙৰ মানুহে সেই নামেৰে মাতি ভাল পায়। তেনেকৈ মাতিলে শৰ্মাদেৱেও বেয়া নাপায়, চাৰিঙৰ গাঁৱৰ সেই বেণু বাপু, অসমীয়া বাইজৰ অতি আদৰৰ বিখ্যাত সাহিত্যিক আৰু বুৰঞ্জীবিদ্ বেণুধৰ শৰ্মা। বেণু বাপু বোলাৰ কাৰণেই তেখেতে সাধাৰণ মানুহৰ লগত মিলিব পাৰিছিল আৰু সকলোৰে ঘৰলৈ গৈ খোলা অন্তৰেৰে কথা পাতি বুৰঞ্জীৰ তথ্য উদ্‌ঘাটন কৰিবলৈ সমৰ্থ হৈছিল। চাৰিঙৰ এনে এঘৰ মানুহ নাই, যি ঘৰলৈ তেখেত যোৱা নাই। চাৰিঙৰ মানুহে তেখেতক বৰ শ্ৰদ্ধা আৰু মৰমেৰে আদৰি লৈছে। চাৰিঙৰ মানুহক তেখেতে কিদৰে বুজিছিল, তাৰ চিত্ৰ 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' বৰ্ণাইছে। সৰু-সৰু কৃতীলোকসকলক কিদৰে সন্মান কৰিব লাগে সেই কথা তেখেতে ভালদৰে বুজে। দেশৰ সাধাৰণ কামবোৰ আৰু সৰু-সৰু মানুহবোৰক ভাল পোৱাৰ মাজতেই যে দেশপ্ৰেম নিহিত আছে, সেইটো তেখেতে উপলব্ধি কৰিছিল।

চাৰিং শিৱসাগৰ জিলাৰ এখনি বুৰঞ্জী-প্ৰসিদ্ধ ঠাই। চাৰিং এটুকুৰা সৰু ঠাই নহয়,—এটা অঞ্চল। ৰজা-দিনৰেপৰা আজিলৈকে অসমৰ বহুতো কৃতী সন্তানে এই চাৰিং অঞ্চলতেই জন্ম লাভ কৰিছে। চাৰিঙীয়া ৰজা মণিৰাম দেৱানৰপৰা নীলমণি ফুকন, বেণুধৰ শৰ্মালৈকে বহুতো চাৰিঙীয়া লোকে অসম-মাতৃৰ মুখ উজ্জ্বল কৰি থৈ গৈছে; বৰ্তমান সময়ত অসমৰ যলৈকে যায়, তাতে চাৰিঙৰ মানুহ এজন নিশ্চয় ল'গ পাব। এই কথাই ইয়াকে সূচায় যে, চাৰিঙৰ শিক্ষিত লোকৰ সংখ্যা সৰহ। চাৰিঙৰ মানুহে কিন্তু এটা কথা কয় যে, গছাই নিজে চাকিৰ পোহৰৰপৰা বঞ্চিত হোৱাৰ দৰে চাৰিঙৰ লোকে অসমক পোহৰালেও চাৰিং হলে সভ্য জগতৰপৰা বহু আঁতৰত। চাৰিঙৰ লোক বাহিৰলৈ ওলাই গ'ল—চাৰিং অনাদৃত হৈ থাকিল।

ছাত্ৰাৱস্থাত থাকোতেই বাংপতা, মঙ্গলতীৰ কণ্ঠীমালা, ৰবিনচন ক্ৰুছো,

বুৰঞ্জী আদি, শৰ্মাদেৱে লিখা কিতাপ পঢ়িছোঁ। বাতৰি-কাকত আৰু আলোচনীৰ পাততো তেখেতৰ লেখনি পঢ়িছোঁ, তেখেতৰ নাম শুনিছোঁ। যোৰহাটৰ 'বাতৰি'ত কিছুদিন তেখেতে কাম কৰাৰ সময়ত আলেঙে-আলেঙে তেখেতক দেখিছোঁ। তেখেতৰ সম্পাদনাত ডিব্ৰুগড়ৰপৰা 'তৰুণ অসম' প্ৰকাশ পায়। মই সেই সময়ত গোলাঘাট চৰকাৰী হাইস্কুলৰ ওপৰ শ্ৰেণীৰ ছাত্ৰ। মই পঢ়ি থকা অৱস্থাতেই গোলাঘাট ইউনিয়ন লাইব্ৰেৰী, জি, এছ, এল, ক্লাব (এ, এচ, এল, ক্লাবৰ আৰ্হিৰে পতা, গোলাঘাট ষ্টুডেন্টছ লিটাৰেৰী ক্লাব) আদি স্থাপন কৰাৰ উপৰিও মই জিলা ছাত্ৰ সন্মিলনৰ সম্পাদক আছিলোঁ। 'তৰুণ অসম'ত আমাৰ কাৰ্যাৱলী প্ৰকাশ কৰাৰ বিশেষ সুবিধা দিছিল। জি, এছ, এল, ক্লাবৰ জৰিয়তে 'প্ৰগতি' নামৰ এখন হাতেলিখা মাহেকীয়া আলোচনা প্ৰকাশ কৰিছিলোঁ, ৰঘু জয়ন্তী (বিহগী কবি ৰঘুনাথ চৌধাৰীৰ জন্ম জয়ন্তী) পদ্ম জয়ন্তী (পদ্মনাথ গোহাঁইবৰুৱাৰ জন্ম জয়ন্তী), বেজবৰুৱা দিবস (লক্ষ্মীনাথ বেজবৰুৱাৰ তেতিয়া মৃত্যু ঘটিছে), লাচিত উৎসৱ, চিলাৰায় উৎসৱ, ৰঙালী বিহু আদি পালন কৰিছিলোঁ। জীৱিত অৱস্থাত ৰঘু চৌধাৰী আৰু গোহাঁইবৰুৱাৰ জন্ম জয়ন্তী অসমৰ ভিতৰত প্ৰথমে আমিয়েই কিজানি জি, এছ, এল, ক্লাবৰ জৰিয়তে পালন কৰোঁ। এইবোৰ উদ্‌যাপনৰ বিৱৰণ প্ৰধানকৈ 'তৰুণ অসম'ত প্ৰকাশ হৈছিল। এবাৰ জি, এছ, এল, ক্লাবৰ বাৰ্ষিক অধিবেশনলৈ তেখেতক নিমন্ত্ৰণ কৰি আনো। তেখেতৰ সেই সভাৰ বিৱৰণ "চকু মেলি থাকিবা" শীৰ্ষক শিতানেৰে 'তৰুণ অসম'ত ডাঙৰ ডাঙৰ আখৰেৰে ছপাইছিল। তেখেতক তেতিয়াই ওচৰৰপৰা লগ পাওঁ। তেখেতৰ সান্নিধ্যলৈ আহি মই কেইটামান বিশেষ গুণত মুগ্ধ হওঁ।—(১) নিৰ্ভীকতা আৰু স্পষ্টবাদিতা, (২) নিজ মাতৃভাষাৰ প্ৰতি অসীম শ্ৰদ্ধাবান, (৩) পিন্ধন-উৰণত খাঁটী অসমীয়া, (৪) খোৱা-বোৱাতো বৰ পৰিপাটি—অসমীয়া খাদ্যৰ প্ৰতি প্ৰীতি, (৫) অনুসন্ধিৎসু মন লৈ বুৰঞ্জী উদঘাটনত নিষ্ঠাবান, (৬) জাতীয় চেতনাসম্পন্ন বুদ্ধিদীপ্ত লেখনী, (৭) নিৰহংকাৰী আৰু সাধাৰণ লোকৰ লগত মিলিব পৰা গুণ থকা, (৮) নিজ জাতিক লৈ গৌৰৱবোধ কৰা।

দিন বাগৰিল। জি, এছ, ক্লাবত লগ পোৱাৰ পাছত বহুবছৰ তেখেতক লগ পোৱাৰ সুযোগ পোৱা নাই। বাতৰি কাকতত তেখেতৰ নাম হলে শুনি আছোঁ। মোৰো খা-খবৰ তেখেতে লৈ আছে।

১৯৫২ চনৰ ১৩ ফেব্ৰুৱাৰী, চাৰিঙৰ লেখাৰুৰ ঘৰত জোঁৱাই হৰলৈ, মই দৰাৰ সাজ পিন্ধি বন্ধু-বান্ধৱেৰে সভাৰ তলত উপস্থিত। তাত আজিকালিৰ দৰে বিজুলীবাতি নাই; পেট্ৰোমাক্স লাইট জ্বলিছে। ভালেমান মানুহৰ মাজত মই দেখিছোঁ—মোৰ শ্ৰদ্ধাৰ পাত্ৰ, অসম-মাতৃৰ সুসন্তান, বুৰঞ্জীবিদ আৰু পণ্ডিত চাৰিঙৰ "বেণু বাপু" শৰ্মাদেৱক। সুন্দৰৰূপে দাড়িখিনি খুৰোৱা, কিন্তু গোঁফ কোছা মিহিকৈ কটা, গাত কোট এটা পিন্ধি ডিঙিত এখন এড়িয়া চাদৰ, ভৰিত পাম্পচু আৰু হাতত এডাল লাখুটি। মলাধপাত হুপি বহি আছে। মই বভা-থলীত অলপ শান্তিৰে থহোতে "তোমালোকৰ হৰগৌৰী বসতি হওক" বুলি মোৰ হাতত এখন কিতাপ দি আশীৰ্বাদ দিলে। মই কঁপা কঁপা হাতেৰে কিতাপখন ললোঁ, মুখেৰে মাত মতাৰ সাহস ন'হল। তেখেতে মোক ইয়াকো ক'লে, "তুমি আজিৰপৰা চাৰিঙৰ জোঁৱাই হ'লা। তোমাৰ ঘৰলৈ গৈ হাঁহে-মাহে খোৱাৰ বাট মুকলি হ'ল।" তেখেতৰ কথাত কোনো কোনোৱে হাঁহিলে। মোৰ হলে বুকু কঁপি গ'ল।—লাজত আৰু শংকাত।

ঘৰত কিতাপখন চাই দেখোঁ যে সেইখন "মণিৰাম দেৱান"। তেখেতৰ ৩০ বছৰীয়া সাধনাৰ ফল, অসমৰ স্বাধীনতা আন্দোলনৰ প্ৰথম শ্বহীদ মণিৰাম দেৱানৰ জীৱন-চৰিত। কিতাপখনৰ ওপৰত লেখা আছিল—

শ্ৰীমান চিদানন্দ শইকীয়া আৰু শ্ৰীমতী অন্নদা লেখাৰুৰ
প্ৰণয় বন্ধন উপলক্ষে প্ৰীতি উপহাৰ—
শ্ৰীবেণুধৰ শৰ্মা
৩০ মাঘ ১৮৭৩ শক
১৩ ফেব্ৰুৱাৰী ১৯৫২

আজিও শ্ৰদ্ধাৰ সৈতে তেখেতৰ সেই উপহাৰ মই আলমাৰিত ৰাখিছোঁ।

কেইবছৰমানৰ পিছত এদিন গধূলি পৰত তেখেত আহি মোৰ ঘৰত উপস্থিত! আগৰপৰা অহাৰ কোনো খা-খবৰ নাই। দুৱাৰ-মুখত থিয় দিয়েই মাতিলে, নাম কাঢ়ি। ওলাই আহি দেখোঁ স্বয়ং বেণুধৰ শৰ্মাদেৱ। মনটোত উথপ-থপ্ লাগিল। মই কিবা কোৱাৰ আগতেই তেখেতে মাত লগালে—"মই আজি ওক্ষাজেং। মই তোমাৰ ইয়াত থাকিম। এসাজ খাম; মিতিৰ তেহে নিকপ্‌কপীয়া হব।" তেখেতৰ ভৰিত ধৰি, সেৱা জনাই ভিতৰলৈ নি বহুৱালোঁ।

গধূলি স্থানীয় সাহিত্যপ্রেমীসকলক নিমন্ত্রণ কৰি আনি এটি সাহিত্যৰ বৈঠক পতা হ'ল। তেখেতক নানা প্ৰশ্ন কৰা হৈছিল।

—আপুনি বৰ ৰক্ষণশীল। অসমীয়া ভাষাত বিদেশী শব্দ সুমুৱাবলৈ নিদিয়ে।

—মোৰ নিজৰ ভাষাত ভাল শব্দ থাকিলে, মই কিয় আন ভাষাৰ শব্দ আনিম? তোমালোকে কোৱা, 'কথাটো বজাই ৰাখিলোঁ'। হ'ব লাগে 'ৰজাই' ৰাখিলোঁ। মোৰ নিজৰ মাতৃভাষাক সাৱলীল কৰি শব্দ প্ৰয়োগত মই ৰক্ষণশীল, ভাষাৰ মাধুৰ্য নষ্ট হ'বলৈ দিব নালাগে।'

—আপুনি উজনি অসমৰ শব্দবোৰহে লেখে। ফলত কামৰূপৰ ফালৰ মানুহে বুজাত বৰ অসুবিধা পায়। সংস্কৃতমূলক আৰু নামনি অসমৰ শব্দ ব্যৱহাৰ নকৰে কিয়?'

—অসমীয়া ভাষাৰ কলিজাটো শিৱসাগৰীয়া ভাষাতহে আছে। এতিয়া বিদেশী ভাষাৰ কৰলৰপৰা আমি এৰাই আহি থিয়ডঙা দিছোঁহে। গতিকে ভাষা-সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠা কৰিবলৈ হ'লে আমায় কলিজাটো ডাঠ কৰি লব লাগিব; তাৰ পাছত যি হয় হ'ব। মই ভাবোঁ, লাহে লাহে সমগ্ৰ অসমৰ লোকেই আমাৰ গাঁঠনিতে হয়ভৰ দি অসমীয়া ভাষাক চহকী কৰিব। প্ৰতিটো ভাষাৰে একোটা স্বকীয় ঠাঁচ আছে। কুমাৰে চাকত চলাদি সেই ঠাঁচত নাঢালিলে ভাষাই ৰূপ লব নোৱাৰে। নিজৰ মাতৃভাষাৰ প্ৰতি শ্ৰদ্ধা নাথাকিলে প্ৰাণৰ কথা খুলি কোৱা টান। উৎকৃষ্ট সাহিত্য সৃষ্টিৰ কাৰণে প্ৰাণৱন্ত ভাষা লাগে। অসমীয়া ভাষাক প্ৰাণৱন্ত কৰিব লাগিব।

তেখেতক এখন সভা পাতি, পিছদিনা ৰাজহুৱা সম্বৰ্ধনা জনোৱা হৈছিল। সেই সভাত তেখেতে বৰ দীঘলীয়া বক্তৃতা দিয়া নাছিল। কিন্তু জোনাকী যুগত কি আহুকালৰ মাজত অসমীয়া সাহিত্য চৰ্চা কৰি শবাইঘটীয়া সাহিত্যিকসকলে ভাষাক প্ৰতিষ্ঠা কৰাত আত্মনিয়োগ কৰিছিল সেই কথা থুলমূলকৈ কৈছিল।

১৯৫৭ চনত তিনিচুকীয়াত বহা অসম সাহিত্য সভাত তেখেতক লগ পালোঁ। পুৱাবেলা পেণ্ডেলৰ কাষতে থিয় দি আমি কেইজনমানে ৰ'দ লৈছোঁ। পেণ্ডেলত আলোচনা-চক্ৰ চলিছে। শৰ্মাদেৱে আমাক দেখি আগবাঢ়ি আহি কেতিয়া আহিলোঁ সুধিছেহি। আমি নমস্কাৰ জনালোঁ। শ্ৰীবুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰে মোক টিপতে ক'লে—ছাৰৰ খং তোলাওঁ, ৰ'বচোন। বুলি আগবাঢ়ি গৈ, আগত কমলা টেঙাৰ দ'ম লৈ বহি থকা বেপাৰী এজনক সুধিলে,—হেৰা,

কমলাৰ দাম কেনে? তেখেত আগবাঢ়ি গৈ তেকাহি মাৰি ক'লে—কি কমলাহে, সুমথিৰা নোবোলা কিয়! আমাৰ ছুটোলি তেখেতে বুজিব পৰা নাই। তেখেত নিজৰ ভাষা-সাহিত্যৰ প্ৰতি কিমান সজাগ! তেখেতে আমাক ক'লে—তোমালোক বিজতৰীয়া নহবা। আমাৰ এনে বহুতো সুৱদী শব্দ আছে, যাৰ তুলনা আন ভাষাত নাই। এনে "সুমথিৰা"ৰ দৰে শব্দ এৰি বিজতৰীয়া শব্দ কিয় কৈছা?

শ্ৰীধনিকৰে আমাক পিছত ক'লে,—দেখিছে, ছাৰ নিজৰ ভাষা-সাহিত্যৰ প্ৰতি কিমান সজাগ। এনে নিষ্ঠাবান সাহিত্যিকেহে সাহিত্য সভাক গঢ় দিব পাৰিব। ভোজ থাবলৈ অহা মথাৰপৰা একো নহ'ব।

অসমত ১৯৭২ চনৰ ভাষা আন্দোলন হৈ যোৱাৰ কিছু দিনৰ পাছত শৰ্মাদেৱ এদিন আহি আমাৰ ঘৰ পালেহি। সোধপোছ নাই—অন্নদা আছনে বুলি ভিতৰ সোমাই আহিল। ধুমুছ কৰি বেগটো মাটিতে থ'লে। আমি তেখেতলৈ চাই দেখোঁ—তেখেত বৰ ক্লান্ত হৈ আহিছে।

—মোৰ আৰু অলপ বস্তু আছে। বাছ ষ্টেছনৰ ওচৰৰ দোকানতে থৈ আহিছোঁ। অনাবাচোন। তেখেতক বহুৱাই খোৱা-বোৱাৰ দিহা কৰা হ'ল। সন্ধ্যা হৈ আহিল। গধূলি বিচনাত বহি তেখেতে ক'লে—মাটি কাছুৰী, টেঙেচি, বনজালুক, মানিমুনি, নৰসিংহ আদি মোলৈ জোগাৰ কৰিবা। আজিকালি মোৰ এইবোৰহে বৰ প্ৰিয়। তোমাৰ ইয়াতে মই কেইদিনমান থাকিম। মোৰ স্বাস্থ্য বৰ ভাল নহয়। তোমালোকক চাবলৈ আহিছোঁ। কেইদিনমান থাকিম। তোমাৰ ঘৰত অসমীয়া পুৰণি আলোচনীবোৰ ৰখা দেখি মই ভাল পাইছোঁ। "মণিদীপ"ত প্ৰকাশ হোৱা মোৰ জয়মতী কুঁৱৰীৰ ওপৰত লিখা প্ৰবন্ধটো কাৰবাৰ হতুৱাই কপি কৰাই দিয়াবাচোন। মই মাননি দিম। মই ক'লোঁ,—আপুনি সেই কেইখন লৈ যাওক। মোক পিছত ঘুৰাই দিলেও হ'ব। নতুবা আপোনাৰ তাত থলেও থ'ব।

—এইবোৰ তোমাৰ সম্পত্তি। মই নিনিওঁ; সাহিত্য সম্পত্তিহে মূল্যবান বস্তু। আমাক দুয়োকো লৈ তেখেতে ফটো তুলিলে।

তেখেত সাদিন মান আমাৰ ঘৰত থাকিল। এই কেইদিন আমাৰ অঞ্চলত থকা সাহিত্যপ্ৰেমীসকলৰ মোৰ ঘৰলৈ সোঁত বোৱাত আমাৰ পঁজা তীৰ্থত পৰিণত হৈছিল। সজ্জনৰ উপস্থিতিয়ে ঘৰখন পবিত্ৰ কৰিছিল। তেখেতৰ ভালে কেইখন কিতাপ বিক্ৰী কৰি দিয়া হ'ল।

—নগৰৰ মিঠাতেল বৰ ভেজালহে। তোমাৰ ইয়াৰ মিঠাতেল বৰ ভাল পাইছোঁ। মোক অলপ যোগাৰ কৰি দিবা। মই খাটী মিঠাতেল এবটল যোগাৰ কৰি দিলোঁ। তেখেতক নি চাৰিঙত থলোঁগৈ। সৰু খেৰৰ ঘৰ এটাত ৰাতি তেখেতক এৰি আহোঁতে মোৰ মনটো বেয়া লাগিছিল। তেখেতক সুধিলোঁ—আপুনি এই ঘৰটোত থাকিবলৈ কিয় আহিছে? অকলে থাকিব পাৰিব জানো?

—মোৰ কাম কৰা মানুহ এটা ইয়াতে আছে। নগৰে আমুৰাইছে, মোৰ জনমৰ ঠাইডোখৰত কিছুদিন থাকিবলৈ মন গৈছে। কিছুদিন ইয়াত থাকিম। তেখেতৰ চাৰিঙৰ বাৰীত থকা ঘৰটোতে কিছুদিন থাকিলে।

তেখেতৰ চকুৰ অসুখ বুলি গম পাই গুৱাহাটীত থকা তেখেতৰ বাসভৱনত দেখা কৰিবলৈ গলোঁ। চাৰিওপিনে বানপানীৰ দৰে চলনি পানীৰে আগুৰা পকা দুই-মহলীয়া ঘৰ এটাৰ বাৰান্দাত তেখেত বহি আছে; গাত আছে হাত-খৰা গেঞ্জি এটা। আবেলিৰ ৰদ অলপ গাত পৰিছে; গেটৰ ওচৰৰপৰা বাৰান্দালৈকে পানীৰ ওপৰত পতা তক্তাইদি পাৰ হৈ গৈ তেখেতৰ ওচৰত থিয় দিয়াত সুধিলে—তুমি কোন? মই পৰিচয় দিয়াত বৰ ভাল পালে। বহিবলৈ ক'লে।

ওচৰতে থকা চকীখনতে বহি সুধিলোঁ—ছাৰ, এইখন হবলা সুৰাগপুৰ, কেউপিনে দেখোন মাজুলীৰ অৱস্থা!

—ও, মোৰ সুৰাগপুৰ। তোমালোকৰ জনপ্ৰিয় চৰকাৰৰ কৃতিত্ব। গুৱাহাটীৰ সকলোতে এনে অৱস্থা।

—তুমি আহি বৰ ভাল কৰিলা। মোৰ কেইখনমান কিতাপ বিক্ৰী কৰি দিবা। তোমাৰ স্কুল-কলেজত মোৰ কিতাপবোৰ আছে নহয়? আগতেই লিপিট খোৱাকৈ সজা আলমাৰিটো খুলি কেইখনমান কিতাপ উলিয়াই মোলৈ আগবঢ়াই দিলে। —অ ৰ'বা, কলিয়াবৰ সাহিত্য সভাই প্ৰকাশ কৰা শ্ৰীউপেন্দ্ৰ বৰকটকীৰ "অভিনন্দন গ্ৰন্থ"খন তোমাক উপহাৰ দিওঁ। এইবুলি টেবুলতে থকা কলমটোৰে খচ্‌খচকৈ লেখি মোক দিলে। মই অনুমান কৰিছোঁ—চকুৰ অসুখ তেতিয়াও আঁতৰা নাই। সেয়েহে প্ৰথমে চিনি পোৱা নাছিল।

"আপোনাৰ চকুৰ অৱস্থা কি? কিয় কিতাপ বিক্ৰীৰ কথা ভাবিছে? এইটো বিৰাট ঘৰত আছে। খাইছে, বৈছে। কি অভাৱ?

—তুমি ঠিক কৈছা। কিন্তু নিজে তুপইচা গোটোৱাৰ আমোদ এটা আছে। আজীৱন কিতাপ বিক্ৰী কৰিছোঁ। এতিয়া অলস হৈ বেয়া লাগে নহয়। টকাৰ কাৰণে নহয়—সাহিত্য বিক্ৰীৰ আনন্দৰ কাৰণেহে কিতাপ বিক্ৰী কৰো। তুমিও কিতাপ বিক্ৰী কৰিবা। নিজৰ কিতাপ নিজে বিক্ৰী কৰিব লাগে।

প্ৰভাত মোৰ মুৰ দোঁ খাই গ'ল। স্বাস্থ্যৰ খা-খবৰ লৈ কিতাপ কেইখনৰ টোপোলাটো লৈ বিদায় লওঁতে মই কিতাপ কেইখনৰ দাম দিব খুজিছিলোঁ।

—নালাগে। তুমি বিক্ৰী কৰি দিবা—বুলি ক'লে।

শ্ৰদ্ধেয় শৰ্মাদেৱৰ লগত মোৰ গভীৰ আত্মীয়তা আছিল। তেখেতৰ লগত ৰাজনৈতিক বিষয়ৰ কথা পাতোতে এবাৰ তেখেতে কৈছিল—তোমালোক বিশ্বপ্ৰেমিক আৰু আন্তৰ্জাতীয়তাবাদী হৈ মোৰ সোণৰ অসমলৈ নেপাহৰিবা। অজিতো সেই তোমালোকৰ দৰেই বিশ্বপ্ৰেমী। নিজৰ মাকৰ পৰিচয়টো গৌৰৱেৰে দিব পাৰিলেহে বিশ্বপ্ৰেমিক হ'লে শুৱায়। তুমি তোমাৰ মাৰকে 'বৌ' বুলি মাতি বাৰু কিমান ভাল পোৱা। 'বৌ', 'পিতাই' কিমান মৰমৰ। পাপা, মামা, ভাল লাগে জানো? মোক সংৰক্ষণশীল বুলিলেও উপায় নাই। মোৰ জননী জন্মভূমি অসমক ভাল পামেই।

আমাৰ মাতৃভাষাৰ যি কেইজন প্ৰধান সাহিত্যিকে শ্ৰদ্ধাৰে সৈতে চৰ্চা কৰি অসমীয়া ভাষাক কটুকটীয়া কৰি থৈ গ'ল—সেইসকলৰ এজন-এজনকৈ আজি আমাৰ মাজৰপৰা অন্তৰ্ধান হৈ গৈছে। বেণুধৰ শৰ্মাক সোঁৱৰা মানেই সেই নিভাঁজ অসমীয়া, জাতীয়তাবোধেৰে পৰিপূৰ্ণ ভাষা-জননীৰ একনিষ্ঠ সেৱকজনকেই পূজা কৰা বুজায়। তেখেত আছিল অসমীয়া জীৱনৰ মোকোঁহ। তেখেতেই অসমৰ একমাত্ৰ শৰাইঘটীয়া সাহিত্যিক-বুৰঞ্জীবিদ্—যিজনে অসমৰ বুৰঞ্জী ভাষা প্ৰত্নতাত্বিক বিষয়ে ডাটি ক'ব পাৰিছিল। অসমৰ বুৰঞ্জীৰ লেথ তেখেতৰ আঙুলিৰ পাৱতেই আছিল।

# সাতৰাজ মাৰি একৰাজ কৰা বেণু শৰ্মা

শ্ৰীউমাকান্ত খনিকৰ

গাঁৱৰ হব নে মাৱৰ হব। সেয়ে শৰ্মা ডাঙৰীয়াৰ লগত অইনতকৈ বেচিকৈ গা-ঘঁহাবলৈ সুযোগ পাইছিলোঁ। আমি হাই স্কুলৰ তলৰ শ্ৰেণীত পঢ়াৰপৰাই ডাঙৰবোৰৰ মুখত তেখেতৰ বিষয়ে নানান কথা শুনিছিলোঁ। তেখেতৰ বিষয়ে শুনা কথাবোৰৰ ভিতৰত প্ৰধানকৈ আছিল যে তেতিয়াৰ দিনত আমাৰ সেই খণ্ডত কলিকতাত থাকি পঢ়া মানুহ দ্বিতীয় এজন আৰু নাছিল। ইংৰাজী, অসমীয়া আৰু বুৰঞ্জী বিষয়ত তেখেত বৰ ডাঙৰ পণ্ডিত আছিল—ইত্যাদি কোৱা-মেলা শুনাৰ পাছত তেখেতলৈ আমাৰ ভয় বাঢ়িছিল আৰু আমাৰ নিচিনা পঢ়াশুনাৰ ঠন-ঠন কলে বাঘৰ আগত ছাগে ডেৱী-ডেৰি কৰা নাছিলোঁ। মানে পৰাপক্ষত কিবা পৰীক্ষা কৰে বুলি ভয়তে তেখেতৰ ভেটা-ভেটি নহৈছিলোঁ। তথাপি নিৰাপদজনক দূৰত্বত থাকি, সলসলীয়া মাতেৰে তেখেতে কৈ যোৱা সাধু সাধু যেন লগা কথা-বতৰাবিলাকৰ সুবিধা পালেই ভাগ লৈছিলোঁ।

ইং ১৯৪৫ চনৰ মানৰপৰা ১৯৪৯ চনলৈ এই সময়চোৱাৰ কথাই ফৰিংফুটা জোনাকৰ দৰে আমাৰ বেচিকৈ মনত পৰে। ১৯৫০ চনত তেখেতে চাৰিং এৰি নিগাজীকৈ গুৱাহাটীত থাকিবলৈ আহে—সেয়ে পিছৰ ছোৱা সময়ত চাৰিঙৰ লগত তেখেতৰ দৈহিক সম্বন্ধ নোহোৱা হ'লগৈ। যি সময়ৰ কথা উল্লেখ কৰিছোঁ সেই সময়ত আমাৰ মনত জিলিকি থকা তেখেতৰ ছবিখন হ'ল—খুন্দাই লাখুটি মানুহজন অলপ থাওকাল, শাঁও বৰণীয়া, চকলামুখীয়া, পাতলীয়াকৈ গোফ ৰখা, চকুৰ চেলাউৰি দুটা ডাঠ, চকুযোৰ শেনচকুৱা—কিন্তু অলপ যেন সৰুকৈ মেলে, নাকটো থথাৰত ; চুলিকোচা চুটিকৈ কটা, একাষৰীয়াকৈ সেওঁতা ফালি নিৰহ নিপানীকৈ ফলিওৱা। পিন্ধনত চুৰিয়া, প্ৰায়ে থোৰ নমৰাকৈ দুইটা পোন্ধ মৰা, কলাফুলৰ কিছু তললৈ পৰা কিন্তু সৰুগাঠি ঢাক নোখোৱা, গাত কপাহী বগা হাতখোলা পাঞ্জাবী, কিন্তু সেইবুলি দীঘল নহয়, কেতিয়াবা আগৰদিনীয়া বগা ফুল চটি, জাৰকালি হলে এটা কলাৰঙৰ গৰম কোট, ভৰিত ক'লা চটিজোতা। মাতটো গলগলীয়া। হাতত এখন পুৰণি বাইচাইকেল। এইটোৱেই আছিল

শৰ্মাদেৱৰ মোটামুটি ছবি। কি বাৰিষা, কি খৰালি, তেখেতে প্ৰায়ে নগা আলিৰ দাঁতিত, ৰাধা ফুকন হাইস্কুলৰ ওচৰত থকা তেখেতৰ নতুনকৈ পতা বাৰীখনত জেওৰা-হেঙেৰা দিয়াতে হওক নাইবা গছপুলি আদি ৰোৱাতে হওক, সদায় ব্যস্ত আছিল। মাজতে গৈ ডাক আহিবৰ সময়ত ডাকঘৰত কিবা চিঠি-পত্ৰ আছেনেকি চাইছিলগৈ আৰু সেই চেগতে স্কুলৰ ওচৰতে থকা নবীনচন্দ্ৰ কটকীৰ চাইকেলৰ দোকানত বহি চাহ আৰু ধোঁৱাখোৱাত মলাধপাত খাইছিল। সেইৰূপ সময়তে অৱশ্যে মানভগনৰ কথাৰপৰা আৰম্ভ কৰি কলথোকা বাদুলীয়ে খোৱালৈকে নানান বিষয়ৰ কথন-মথন হৈছিল। সেই সময়ত বাহিৰৰ জগতৰ লগত চাৰিওৰ সম্পৰ্ক ৰখা এখনেই প্ৰধান দুৱাৰ আছিল—আৰু সেইখনেই আছিল পোষ্ট অফিচ। ওচৰ-চুবুৰীয়া গাঁৱৰ প্ৰায় মানুহেই কিবা চিঠি-পত্ৰ নাইবা বাতৰি কাকত আদিৰ কাৰণে ডাকঘৰলৈকে আহিছিল। সেয়ে প্ৰায় মানুহৰ ডাকঘৰতে দেখা-দেখি হৈছিল। ডাক আহে মানে—ডাক গোৰীসাগৰৰপৰা আহে, মানুহবোৰে জুম পাতি পাতি মেল মাৰি থাকে, কিন্তু য'ত শৰ্মা ডাঙৰীয়া থাকে, বিশেষকৈ নবীন কটকীৰ দোকানত, তাত বক্তা এজনেই থাকে, বাকীবোৰ শ্ৰোতা। সেই ধৰণৰ মেলতেই তেখেতৰ মুখৰপৰা বহুতো কথা শুনাৰ সুযোগ পাইছিলোঁ যিবোৰৰ হয়তো তাৎপৰ্য তেতিয়া আমি ভালকৈ বুজিব পৰা নাছিলোঁ।

এইখিনিতে অৱশ্যে আৰু এটা কথা উল্লেখ কৰাটো ভাল হ'ব। যিখিনি সময়ত তেখেতে এই বহুমূলীয়া কথাবোৰ কৈছিল সেইখিনি সময়ত তেখেত চৰম মানসিক অশান্তিত ভুগিছিল—কিয়নো আৰ্থিকভাৱে তেখেত তেতিয়া ঘোৰ সঙ্কটত পৰিছিল। ডাকঘৰৰপৰা ঘৰলৈ ঘূৰি যাওঁতে চাইকেলৰ কেৰিয়াৰত শুকান জেওৰা খৰি এমুঠা লৈ নগলে হয়তো গধূলি জ্বলাবলৈ খৰি নাছিল। কিন্তু ইমান অভাৱত পৰিও তেখেত ভাগি পৰা নাছিল। কোনো সময়তে তেখেতে কাৰো ওচৰত মূৰ দোঁওৱা নাছিল। এইটোৱে আছিল তেখেতৰ চৰিত্ৰৰ প্ৰধান বৈশিষ্ট্য।

তেখেতে প্ৰায়ে এটা কথা কৈছিল—'আত্মানং সততং বিদ্ধি'। নিজক নাজানিলে বাহিৰৰ জগতখনক কোনোমতেই জানিব নোৱাৰি। সেয়েই আগতে নিজক জানিবৰ বাবে যত্ন কৰিব লাগে। যিটো জাতিয়ে নিজৰ দেশৰ ভূগোল, বুৰঞ্জী নাজানে, সি প্ৰকৃততে একো নাজানে। অইনে জানক নাজানক, অসমীয়া মানুহ খিনিয়ে অসমৰ বুৰঞ্জী একান্তই জানিব লাগে—কিয়নো তাৰ ওপৰতেই

জাতিটোৰ গোটেই ভৱিষ্যত নিৰ্ভৰ কৰিছে। এইটো কথা তেখেতে সদায় সকীয়াইছিল। অসমৰ বিষয়ে জানিবলৈ, শিকিবলৈ তেখেতৰ যে কিমান আগ্ৰহ আছিল নেদেখিলে বুজিব নোৱাৰি। বহুতবোৰ গাঁৱলীয়া শব্দ, যোজোনা, ফকৰা, যিবোৰ শিক্ষিত শ্ৰেণীৰ মানুহে নিম্নথাপৰ বুলি ব্যৱহাৰ নকৰিছিল, সেইবোৰ তেখেতে ধুই-পখালি খাজত খাপ খোৱাকৈ ব্যৱহাৰ কৰিছিল আৰু সেই কাৰণে তেখেতৰ ভাষাটো হৈ পৰিছিল জীৱন্ত। তেখেতৰ ভাষাটোত গোটেই অসমীয়া জাতিটোৰ তেজ-মঙহৰ গোন্ধ পোৱা যায়। তেখেতে কৈছিল, অসমীয়া ভাষাটো পৃথিবীৰ ভিতৰতে এটা চহকী ভাষা। যিটো ভাষাত যিমান শব্দ-সম্ভাৰ বেচি সেইটো ভাষা সিমানেই চহকী। অসমীয়া ভাষাত ইমান অৰ্থব্যঞ্জক শব্দ যোজোনা ফকৰা আছে যিবোৰ ব্যৱহাৰ নকৰাৰ ফলত ক্ৰমান্বয়ে লোপ পাইছে বুলি তেখেতে সদায় আক্ষেপ কৰিছিল। তথাকথিত কলেজ-বিশ্ববিদ্যালয়ৰ-পৰা ওলাই অহা উচ্চশিক্ষিত শ্ৰেণীটোৰ ওপৰতো তেখেতৰ খং কম নাছিল। তেখেতৰ কথা হ'ল, এই মানুহবোৰে ভাটৌৰদৰে মুখস্থ কৰি বিদ্যা আৰ্জে; নিজৰ বিচাৰ-বুদ্ধি কোনো সময়তে কামত নখটুৱায়। কৰবাত যদি কিবা বস্তু ছপা হৈ ওলায় তাকে চকু মুদি মানি লয়। সত্য উদ্ঘাটন কৰিবৰ নিমিত্তে আগ্ৰহো নাই, সাহসো নাই। এই ফালৰপৰা চালে তেখেতৰ দৃষ্টিভঙ্গী বৈপ্লবিক বুলি উপায় নাই। চালি-জাৰি নোচোৱাকৈ তেখেতে নিজৰ জীৱনত কোনো বস্তুকে গ্ৰহণ নকৰিছিল। অসম বুৰঞ্জীত বহু-বিতৰ্কিত দুজন ব্যক্তি—বদনচন্দ্ৰ বৰফুকন আৰু মণিৰাম দেৱানক এখেতে সম্যক ৰূপত প্ৰতিষ্ঠা নকৰা হলে বোধকৰোঁ আজিও অসমে এই দুজনক ভালদৰে নাজানিলেহেঁতেন। বহুতে কয় শৰ্মা ডাঙৰীয়া গোঁড়া আছিল। কিন্তু আমি, অন্ততঃ চাৰিওৰ মানুহখিনিয়ে, তেখেতক খুব ভালকৈ জানো। বামুন হিচাবেও তেখেত গোঁড়া নাছিল আৰু অসমীয়া সাহিত্যিক হিচাবেও তেখেত গোঁড়া নাছিল। গোঁড়াৰ প্ৰতিশব্দ বোধকৰোঁ অসমীয়াত আকোৰগোজ হ'ব। কিন্তু তেখেতে যুক্তি-তৰ্কেৰে গ্ৰহণযোগ্য নোহোৱাকৈ কোনো কথাত হয়ভৰ দিয়া নাছিল। অৱশ্যে তেখেতে অসম আৰু অসমীয়া জাতিটোক নিজৰ প্ৰাণতকৈও ভাল পাইছিল। বিশেষকৈ গাঁৱলীয়া সমাজখন তেখেতৰ বৰ আপোন আছিল। গাঁৱলীয়া মানুহৰ মাত-কথা, খোৱা-বোৱা আদিত তেখেতে কিমান ৰং পাইছিল সি কল্পনাৰো অতীত। গুৱাহাটীত তেখেতৰ ভেলটোহে আছিল, জীউটো সদায় চাৰিওতে। চাৰিওৰ

মানুহ পালেই তেখেতে কোলাতে লখনে বোকোচাতে ল'ব এনেকুৱা কৰিছিল। আৰু চাৰিওফালে গ'লেতো কথাই নাই, প্ৰত্যেকখন গাঁৱলৈ গৈ প্ৰায়বোৰ পুৰণা মানুহক ল'গ ধৰিব। ইমানকৈ গাঁৱক ভালপোৱা মানুহ আৰু আছে যেন নালাগে। গাঁৱলীয়া মাত-কথাবোৰ শুনিলে তেখেতে আনন্দতে উত্ৰাৱল হৈ উঠে আৰু ক'ব 'অন্য ভাষাত ইমান অৰ্থপূৰ্ণ ভাব প্ৰকাশ কৰা কথা তহঁতি কেতিয়াবা পাইছনে ?' তেখেতে কৈছিল, অসমীয়া জাতিটোক জানিবলৈ হলে গাঁওখোৰ আৰু তাৰ মানুহবোৰক জানিব লাগিব—গাঁৱৰ মানুহবোৰৰ প্ৰতিটো কথাতে অসমীয়া জাতীয় জীৱনৰ এটা নহয় এটা ইতিহাস সোমাই আছে। নতুন কিবা গাঁৱলীয়া শব্দ পালে তেখেতে সেইটো লিখি ৰাখিবলৈ কৈছিল। তেখেতৰ মতে 'হেমকোষে' যিমান পাৰে সামৰিলে কিন্তু তাতোকৈ বহুত বেচি শব্দ সম্ভাৰ আমাৰ আছে। সেই আটাইবোৰ গোটাই মেলি আমাৰ ডাঙৰকৈ এখন অভিধান কৰিবলৈ চেষ্টা কৰিব লাগে। কিন্তু কি হ'ব—আগলৈ চাই মৰো হাঁয়, পিছলৈ চালে সাৰথি নাই—এইবুলি তেখেতে হামৰাও কাঢ়িছিল। কিছুমান শব্দ, ফকৰা যোজোনা, তেখেতে আমাক লুকুৱাই নাৰাখি সংচালনিকৈ ব্যৱহাৰ কৰিবলৈ কৈছিল।

শৰ্মাদেৱক একেবাৰে ওচৰৰপৰা দেখিছোঁ—কেতিয়াবা হয়তো কাৰোবাৰ চোতালত মাছমৰা পল এটাৰ ওপৰত বহি তামোল খাই আছে, নহ'লে মুগা চোমনিত ভুখৰি পীৰাৰ ওপৰত বহি বাঁহৰ চুঙাত সিজোৱা ৰঙা চাহপানী এবাতি পনীয়া গুৰেৰে আপোন মনেৰে খাই আছে। তেখেত হাঁহেৰেও ৰাজী মাহেৰেও ৰাজী। সকলো অৱস্থাতে নিজকে থাপ খুৱাই ল'ব পাৰে। গ্ৰাম্য জীৱনৰ সৰলতাখিনি তেখেতে প্ৰাণ ভৰি-উপভোগ কৰিব জানিছিল।

গৃহস্থী হিচাবে শৰ্মাদেৱ ওদা আছিল। কিছুমান কাম তেখেতৰ হাল মেলি শিয়াল খেদাৰ নিচিনা আছিল। এবাৰ তেখেতে ঘৰ সাজিম বুলি থিক কৰিলে। কোনোবাই বুধি দিলে, ইটা কিনাতকৈ আপুনি ভোটা এটাকে দিয়ক, আপোনাক লগাখিনি ৰাখিব বাকীখিনি বেচিব। তেখেতেও হয় দেও হয় বাৰু বুলি ঘৰ সজা কাম বাদ দি ইটা ভোটা দিয়াত লাগি গ'ল। এইটো তেখেতৰ মূল নাথি বেপাৰ হ'ল। ভাল ইটা তাকৰকৈ ওলাল—তাকো চোৰে নি শেষ কৰিলে। যিখিনি বাকী থাকিল তাৰে চৌখটা খুটাৰে এটা প্ৰকাণ্ড ঘৰৰ জুৰি ললে, কিন্তু সেই ঘৰ আৰু কোনোদিনে নহ'লগৈ। ঘৰ

কৰা আক নহ'লগে—এনেকুৱা উদাহৰণ বিচাৰিলে আক বহুত ওলাব। মুঠ কথা, ঘৰ সংসাৰত তেখেতৰ বৰ বাগ জাল নাছিল। উদাসীনো নহয়; কিবা গৃহী সন্ন্যাসী ধৰণৰ লোক আছিল তেখেত। যিজন মানুহে ধাৰ নিছিগাকৈ আক বস লগাকৈ টোকোৰা চৰাইৰ বাহৰ দুটা গোটাব পাৰিছিল, সেইজন মানুহে কিন্তু দৈনন্দিন জীৱনৰ পা-পইছাৰ হিচাপপত্ৰ কম্মিনকালেও লিখা নাছিল। ইয়াৰপৰাই মানুহজনৰ অহৌ হোৱা স্বভাৱটোৰ বিষয়ে কিছু ধাৰণা কৰিব পাৰি। এই স্বভাৱটোৰ কাৰণেই তেখেতে হাত দিয়া বহুতো কাৰবাৰ শেষত পানীৰ ওটেঙা হৈছিলগৈ।

মানুহজনৰ গতি-গোত্ৰ কিবা একাচেকা ধৰণৰ আছিল। যিটো ধৰিব ধৰিবই, এৰি নিদিয়ে—লাগে দৈবাসন তল যাওক। খঙো কম নাছিল। কিন্তু কাৰোবাক যদি আকৌ ভাল বুলি জানিছে, তেওঁৰ কাৰণে ডিঙি পাতি দিব। মণিৰাম দেৱান যে স্বাধীনতা যুঁজৰ প্ৰধান বলি আছিল সেইটো মনে প্ৰাণে তেখেতে বিশ্বাস কৰিছিল। নহলেনো কয়নে 'মণিৰামতে মোৰ প্ৰাণটো'। '৮১ চনৰ ২৫ ফেব্ৰুৱাৰী গধূলি কোৱা এই কথাষাৰ পিচদিনা ২৬ ফেব্ৰুৱাৰী তাৰিখে পুৰা হাতে হাতে ফলিয়ালে। পিটাৰ ৰেড চাহাবে অসমৰ বিষয়ে লিখা বুলি জানি সেই চাহাবৰ প্ৰতি কৃতজ্ঞতাত তেখেতৰ মুৰ দোঁ খাইছিল। সেয়ে কলিকতাত থকা কালত চাহাবৰ কবৰ স্থানত গৈ ৰেড চাহাবৰ কবৰ বিচাৰি উলিয়াই তাৰ সন্মুখত বৈ তেখেতে ৰেড চাহাবৰ সদগতি কামনা কৰিছিল। কৃতঘ্নতা শব্দটো তেখেতৰ অভিধানত নাছিল। বহুতে তেখেতক ভুল বুজিছিল। বহুতে তেখেতৰ সৰলতাৰ সুযোগ লৈছিল। খাই অশলাগী আউনী পান, মুখতো নধৰে ৰাং", এই শ্ৰেণীৰ মানুহেই আমাৰ ভিতৰত বেচি। তাতে যিটো বিষয়ত তেখেতে বেচিকৈ চিন্তা চৰ্চা কৰিছিল সেইটো হৈছে—"দেৱতাৰ উৎপতি ক'লে ৰং, মনিছৰ উৎপতি ক'লে থং।" গতিকে সেইফালৰপৰাও তেখেতৰ শত্ৰু বাঢ়িছিল। সুবিধা পালেই, বলে পাৰক নোৱাৰক, তেখেতলৈ হেলিয়াইছিল। প্ৰত্যেকটো বিষয়ৰ অধ্যয়নে বোধকৰোঁ এটা বিশেষ ধৰণৰ মানসিক গঢ় দিয়ে—যিটোৰ প্ৰভাব সুস্পষ্টকৈ মানুহজনৰ ওপৰত পৰে। বুৰঞ্জী অধ্যয়ন কৰি কৰি তেখেত মানসিকভাৱে সেই ঐতিহাসিক জগতখনতে বাস কৰিছিল। সেয়ে বোধকৰোঁ বৰ্তমান যুগৰ চালনি সৰকা দিয়া ধূৰ্তালিবোৰ আয়ত্ত কৰিব নোৱাৰি তেখেত অচল টকা হৈ পৰিছিল। ৰাজনীতিত নামিও

তেখেত লাগি থাকিব নোৱাৰিলে। কথা আৰু কামৰ ভিতৰত মিল থাকিলে ৰাজনীতিয়েই নহয় এইটো তেখেতে সময়তে বুজি পাইছিল। আদর্শগতভাৱে তেখেত গান্ধীবাদী দর্শনত বিশ্বাসী আছিল। কিন্তু গান্ধীটুপিকেই সাৰ কৰি লোৱা তথাকথিত বহুতো গান্ধীবাদীক তেখেতে চকু পাৰি দেখিব নোৱাৰিছিল— সেয়ে তেখেত নিজেই আঁতৰি আহিছিল। বাগিচাৰ ইংৰাজ চাহাবৰপৰা আৰম্ভ কৰি বহুতো প্ৰশাসক ইংৰাজ চাহাবৰ সতে তেখেতৰ ব্যক্তিগত পৰিচয় আছিল। বগা চাহাবসকলেও তেখেতক ভালকৈ চিনি পাইছিল—সেয়ে দুই চাৰিজনে তেখেতক চাকৰিৰ প্ৰলোভনো দেখুৱাইছিল। শৰ্মা ডাঙৰীয়াইও ইংৰাজ চাহাবসকলৰ নিয়মানুবৰ্তিতা, অধ্যৱসায়, অনুশাসন, কষ্টসহিষ্ণুতা আদি গুণৰাজিৰ ভূৰি ভূৰি প্ৰশংসা কৰিছিল। এই গুণবোৰ নাথাকিলে এটা জাতি কেতিয়াও মূৰ ডাঙি উঠিব নোৱাৰে—এই গুণবোৰ আয়ত্ব কৰিবৰ বাবে উঠি-অহা ল'ৰা-ছোৱালীবোৰক তেখেতে সকীয়াইছিল।

ভাৰতৰ আইৰ প্ৰদেশৰ দৰে অসমত ৰজা-মহাৰজা নবাব-জমিদাৰ শ্ৰেণীৰ মানুহ নাই বুলিয়েই ক'ব পাৰি। সেয়ে অকাৰণে কিছুমান মানুহে মৰা-চৰাইৰ পেখম ধৰাটো তেখেতে বেয়া পাইছিল। এইধৰণৰ মনোভাৱ বিশেষকৈ ভুৱা আভি-জাত্যৰ কাৰণেই অসমীয়া জাতীয় ঐক্যৰ বহুতো হানি হৈছে বুলি তেখেতে কৈছিল।

মোৰ বোধেৰে তেখেতৰ জীৱনত, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী আৰু গঙ্গা গোবিন্দ ফুকনৰ প্ৰভাৱ বিশেষভাৱে পৰা যেন লাগে। কথাই কথাই এখেতসকলৰ কথা তেখেতৰ মুখত শুনা গৈছিল। এখেতসকলৰ প্ৰভাবেই তেখেতক অসমীয়া জাতীয়তাবাদৰ অনুপ্ৰেৰণাৰে উদ্বুদ্ধ কৰিছিল। তেখেতৰ জীৱন-জোৰা সাধনাৰ মূল লক্ষ্যটোৱেই আছিল অসমীয়া জাতিটোক বিশ্বৰ দৰবাৰত প্ৰতিষ্ঠা কৰা। ৰজনীকান্ত বৰদলৈৰ দৰে অতীত অসমৰ মধুৰ স্মৃতিয়ে এখেতৰ মনো আচ্ছন্ন কৰি ৰাখিছিল। সেয়ে তেখেতে গাঁৱলীয়া অসমখন আৰু তাৰ গাঁৱলীয়া অধিবাসীবোৰক ইমান ভাল পাইছিল। 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত'ত তেখেতে যিখন চিত্ৰ আঁকিছে সেইখন সম্পূৰ্ণ গাঁৱৰ, যিবোৰ চৰিত্ৰ অঙ্কন কৰিছে সেইবোৰ হোজা গাঁৱলীয়া মানুহৰ। আমি যিমান দূৰ জানো ভাৰতৰ স্বাধীনতা যুজৰ কোনো ইতিহাসতে সাধাৰণ শ্ৰেণীৰ মানুহ ইমান মূৰ্ত হৈ উঠা নাই। নিজৰ ওচৰে-পাজৰে থকা মানুহবোৰক ইমান প্ৰাণ ভৰি ভাল নাপালে এনে এখন পুথি লিখা সম্ভৱ নহয়।

তেখেত আজি নাই—ৰিঙা ৰিঙা লাগিছে। কিবা কথা এটা সুধিবলৈ আৰু দ্বিতীয় এজন মানুহ নাই। তথাপিতো ভাব হয় যেন সেই দেওবৰজা মৈদামৰ ফালৰপৰা হাতত লাখুটিডাল লৈ বৌ-মাৰী বিলৰ কাষেদি ৰাক চোঙৰ শাৰিত তেখেতে কিবা বিচাৰি পিতৃপিতাই ফুৰিছে, নাইবা চাইকেলখনত উঠি ফুলপানী চিগাইদি জগদুৱাৰ টিয়কৰ ফালে গৈ আছে। সাতবাজ মাৰি একবাজ কৰা বেণু শৰ্মা আৰু নাই, কিন্তু তেওঁৰ আত্মাটো যেন চাৰিওৰ ধূলিয়ে-বালিয়ে, পথাৰে-সমাৰে আজিও বিচৰণ কৰি আছে। যদিও হেন্দালিখন গোটেই অসমৰে, ঘাই শিপাডাল যে চাৰিঙতে!

নিৰহঙ্কাৰ. নীৰৱ সাধক, অসম আৰু অসমীয়াক প্ৰাণভৰি ভালপোৱা দ্বিতীয় এজন লোক আৰু আমাৰ মাজত সতকাই নোলাব। শৰ্মাৰ ভাষাতত্বৰ ওপৰত এদিন আলোচনা হব, অসম বুৰঞ্জীলৈ তেখেতৰ অৱদান কি তাক লৈও এদিন গৱেষণা হ'ব, কিন্তু তেখেতে মনে-প্ৰাণে বিচৰা সেই অসমীয়া জাতি গঢ়ি অসম-বাসীয়ে তেখেতৰ আত্মাক শান্তি দিব পাৰেনে নোৱাৰে, সেইটোৱে হৈছে ডাঙৰ প্ৰশ্ন। তেখেতলৈ শ্ৰদ্ধাঞ্জলি জনাবলৈ আমাৰ কি শকতি আছে, কেৰ্কেটুৱাৰ মাথো বাঁহ-পাতেই ভেটি।

## ৰাইজৰ সুখ-দুখৰ লগৰীয়া বেণু শৰ্মা

**শ্ৰীলিখেশ্বৰ বৰকাকতী**

১৯২১ চনৰপৰা প্ৰায় ডেৰকুৰি বছৰ কাল চাৰিঙৰ ল'ৰা-বুঢ়া, ডেকা-গাভৰুৰ মুখত এটা চিনাকি নাম আছিল 'বেণু শৰ্মা'। ১৯২১ চনত কলিকতাৰপৰা উচ্চশিক্ষা ত্যাগ কৰি স্বাধীনতা আন্দোলনত জপিয়াই পৰি চাৰিঙীয়া ৰাইজক সজাগ কৰি কাৰাবৰণ কৰাৰপৰা ১৯৫০ চন মানলৈকে চাৰিঙত থাকি চাৰিঙৰ প্ৰতিঘৰ মানুহৰ লগতে আত্মীয়তা স্থাপন কৰি সকলোতে আদৰ লাভ কৰি, মৃত্যু পৰ্যন্ত চাৰিঙৰ কথা চিন্তা কৰি, চাৰিঙৰ কথাকে লেখি সাহিত্যিকৰ উচ্চ আসনত বহা দ্বিতীয়জন লোক ওলোৱাৰ আমি কল্পনা কৰিব নোৱাৰো।

বেণুধৰ শৰ্মাৰ ঘৰ চাৰিং গজপুৰীয়া কাকতী গাঁৱৰ পশ্চিম মূৰত। দেউতাক ডিম্বেশ্বৰ শৰ্মা পেটে-ভাতে খাই জীৱন নিৰ্বাহ কৰা এজন সাধাৰণ লোক। শৰ্মাক ঘৰতে চমাৰগাঁও প্ৰাথমিক স্কুলত নাম লগাই দিয়াৰ লগে লগে তীক্ষ্ণ বুদ্ধিৰ চিনাকি দি জলপানী লৈ শিৱসাগৰ চৰকাৰী উচ্চ বিদ্যালয়ত ভৰ্তি হোৱাৰ-পৰা শৰ্মাদেৱৰ গতিধাৰ সাহিত্য চৰ্চালৈ ঢাল খালে। অতি কষ্টতে হাইস্কুলীয়া শিক্ষা সাং কৰি কলিকতাৰ বঙ্গবাসী কলেজলৈ যোৱালৈকে শৰ্মাদেৱে শিৱসাগৰ নগৰৰ মুখিয়াল লোকসকলৰ উদগণি লাভ কৰিছিল। তেতিয়া চাৰিঙৰপৰা শিৱসাগৰলৈ গৰুগাড়ী বা খোজকাঢ়ি যোঁৱাৰ বাহিৰে অন্য ব্যৱস্থা নাছিল। তেখেতে পঢ়ি থকা অৱস্থাত বৰদেউতাকৰ পুতেক দামোদৰ শৰ্মা, আৰু ওচৰৰ যোগানন্দ বৰকাকতীয়ে মণ্ডল কামত ভৰ্তি হৈ ঘৰৰপৰা শিৱসাগৰ নগৰত অফিচ কৰিবলৈ যায়। শৰ্মাদেৱে প্ৰায় শনিবাৰে এওঁলোকৰ লগতে খোজ কাঢ়ি পহু-গড়ৰ পথাৰেদি পোনাই ঘৰলৈ আহে। তিনিওজন চেমনীয়া ডেকা। বাটত কুঁহিয়াৰ বাৰী পায়। শৰ্মাদেৱক তজবজীয়া দেখি বাকী দুজনে কুঁহিয়াৰ আনিবলৈ সুমুৱাই দি গিৰিহঁতলৈ চাই থাকে। খৰ-ধৰকৈ তিনিওজনলৈ তিনি দাল কুঁহিয়াৰ আনি বাটে বাটে খাই আহে। এদিন এনেদৰে কুঁহিয়াৰ বাৰীৰপৰা ওলাওঁতেই গিৰিহঁতে দেখি আধা মাইল মান খেদিহে এৰি দিলে। বাটত আম,

কঁঠাল, লেটেকু পনিয়ল বিচাৰি যোৱা, কুঁহিয়াৰ বাৰীত সোমাই কুঁহিয়াৰ খোৱা তেতিয়াৰ চেমনীয়াইতৰ এটা চখ্ আছিল।

স্বাধীনতা আন্দোলনত লাগি কাৰাবৰণ কৰাৰ পিছৰপৰা চাৰিঙত থকা কালছোৱাত এটি আদৰ্শ-জীৱন তেখেতে কটালে। আজিকালি অলপ উচ্চশিক্ষা ললেই শাৰীৰিক শ্ৰম কৰাটো বহুতে লাজৰ কথা বুলি ভাবে। আনকি হাতত নিয়াটো দূৰৰ কথা, বাইচাইকেলত মোনা এটা আঁৰি নিয়াটোও লাজৰ কথা যেন গণ্য কৰে। শৰ্মাদেৱৰ আমি দেখা কালছোৱা ইয়াৰ সম্পূৰ্ণ বিপৰীত আছিল। আমি স্কুললৈ যাওঁতে তেখেতে প্ৰায়ে কোৰ কুঠাৰ লৈ কাম কৰি থকাকে দেখোঁ। তেখেতৰ ঘৰৰ মুখত চাৰিঙ্ জানত থকা পুখুৰীটি নিজে কান্ধত পাচি লৈ খান্দি থকা দেখিছিলোঁ। এইদৰে এদিন মাটি তুলি থাকোঁতেই শিৱসাগৰৰ বৃটিছ মহকুমাধিপতিজনে কিবা কথাত আহি শৰ্মাৰ পদুলিত হাজিৰ! শৰ্মাদেৱে কোৰ-পাচি পাৰতে থৈ তেখেতক সম্ভাষণ জনাই ঘৰলৈ নিয়ে। মহকুমাধিপতি-জনে শৰ্মাদেৱক ভূয়সী প্ৰশংসা কৰে।

গজপুৰীয়া আলিৰ দাঁতিৰ খনিকৰ পথাৰতে তেখেতৰ মাটি। মাটি আনৰ হতুৱাই বোকা কৰাই লয়। মাজে মাজে আমি দেখোঁ নিজে ভুঁই কই মাটি কিডৰা শেষ কৰে; দাবৰ দিনতো প্ৰায়ে দাৱনী নাপালে নিজেই দাই-মেলি মূৰত তুলি ধানৰ ডাঙৰী ঘৰলৈ লৈ আহে। তেখেতে ঘৰৰপৰা এমাইলমান দূৰত চাৰিং আস্পতালৰ দাঁতিত ১০ বিঘামান মাটি লৈ নিজে এখন বাৰী পাতিছিল। এইখন তেখেতৰ বৰ হেঁপাহৰ বাৰী। বাৰীয়ে বাৰীয়ে আম, কঁঠাল, লেটেকু, পনিয়লৰ পুলি বিচাৰি বিচাৰি আনি বাৰীখনত কইছিল। পুৰণি বাইচাইকেলখনতে ঘৰৰপৰা গছপুলি, কলপুলি বোজাই দি মেচী দাখন লৈ ঠেলি ঠেলি বাৰী পোৱায়গৈ। ১১মান বজালৈকে বাৰীতে সোমাই থাকে। কাম কৰি কৰি আমনি লাগিলে লাহেকৈ দাখন হাতত লৈ নবীন কটকীৰ দোকানত বহেগৈ। কটকীৰ দোকানত এখন মাত্ৰ চকী; ওচৰতে এখন বেঞ্চ। শৰ্মাদেৱে লাহেকৈ চকীখনতে বহে। কটকীয়ে চুৰটৰ টেমাটো আগবঢ়াই দিয়ে; শৰ্মাদেৱে নিজে পকাই লৈ এটি হোপে। ইফালে লগে লগে কটকীদেৱে চাহৰ তলত কেৰাচিন তেল একণ দি জুইচলা কাঠিটো মাৰি জুইকুৰা জ্বলাই দিয়ে। দুই-এজন লোক আহি শৰ্মাদেৱৰ লগত কথাৰ মহলা মাৰেহি। শৰ্মাৰ খোলা হাঁহিটো শুনিবলৈ লাহে লাহে দোকানত মানুহৰ সংখ্যা বাঢ়ি যায়।

কটকীদেৱে কাচৰ গিলাচ এটাত চাহ এটোপা আনি শৰ্মাদেৱলৈ আগবঢ়ায়। বৰ তৃপ্তিৰে তেওঁ চাহটোপা খায়। লগত থকা দুই-চাৰিজনেও চাহৰ ভাগ পায়। কটকীৰ দোকানৰ চুৰট আৰু চাহ পিয়লা শৰ্মাদেৱৰ বৰ প্ৰিয় আছিল। গুৱাহাটীৰপৰা আহিও এই চকীখনতে বহি চুৰট এটা খাই, চাহ এঢোকা মাৰিহে ঘৰমুৱা হয়।

চাহটোপা খাই আকৌ বাৰীত সোমাই খৰি-খেৰ অলপ বাইচাইকেলৰ কেৰিয়াৰত বান্ধি দীঘল দাখন খৰিৰ লগতে দি ঘৰলৈ এমাইল বাট ঠেলি ঠেলি লৈ যায়। বাটত চিনাকি দুই-এজন পালে বৈ কথাও পাতে। মন সদায় খোলা। অকণো আপছোচ নাই। ঘৰত খৰি-খেৰ পেলাই, গাটো তিয়াই ভাতকিটা খাই লিখা-পঢ়াত লাগে। গজপুৰীয়া আলিৰ দাঁতিতে থকা ঘৰ, সন্মুখতে খেৰৰ দীঘলীয়া তেখেতৰ কাৰ্যালয়টি। বেজবৰুৱাৰ বাঁহীৰ সংখ্যাবোৰ ধুনীয়াকৈ সজাই থোৱা আছে। তাতে পুৰণা চকী টেবুল এযোৰত বহি প্ৰবন্ধ-পাতি লিখে। আবেলি বেলিকা ওলাই যায়। কেতিয়াবা দুৱৰা গাঁৱৰ ভেলেক দুৱৰাৰ ঘৰ পায়গৈ। এইজন দুৱৰা আদৰ্শ গৃহস্থ। তেখেতৰ ম'হ এজুম। কাণেৰে বৰকৈ নুশুনে। শৰ্মাৰ লগত বৰ বন্ধুত্ব। ধপাত এচিলিম লগাই দি ওচৰতে বহে। শৰ্মাদেৱে কাগজৰ ঠোঙা এটা সাজি চিলিমৰ মুৰত দি হোপে। কথা-বতৰা নহওৱা। ঘূৰি যাওঁতে দুৱৰাই মহৰ গাখীৰ একণ দি পঠায়। কেতিয়াবা দেখোঁ শৰ্মাদেৱৰ টিনৰ ঘৰটিৰ বাৰান্দাতে থকা বেঞ্চখনত ভেলেক দুৱৰা বহি থাকে। শৰ্মাদেৱে চকীখনত বহি হোকাটোত টোৰোক টোৰোক ধপাত হোপে। এজন মহ-গুৱাল, গাঁৱলীয়া নিৰক্ষৰ লোকে এজন বুৰঞ্জীবিদ সাহিত্যিক উচ্চশিক্ষিত লোকৰ লগত খোলা হাঁহি মাৰি কি কথা পাতি ৰস পায় তেখেতসকলেহে জানে। কেতিয়াবা ১১মান বজাত বনিয়নটিকে পিন্ধি হাতত গিলাচটি লৈ গাঁৱলৈ গাখীৰ নিবলৈ আহে। আমাৰ ঘৰৰপৰা পোৱাত এপইচা দি গৰুৰ গাখীৰ নিয়মীয়াকৈ নি থকা আমাৰ মনত পৰে। তেতিয়া আমাৰ ঘৰত চকী নাই। ঢাৰি, পীৰাৰ ব্যৱস্থা। মাৰল ঘৰতে এখন চালপীৰা। তাতে শৰ্মাদেৱ বহে। দেউতাই ধপাত এচিলিম লগাই হোকাটোত ধোঁৱা উলিয়াই চিলিমটো তেখেতলৈ আগবঢ়াই দিয়ে। তেখেতে আমাক কাগজ এখিলা বিচাৰে। বেয়া কাগজ এখন আমি আগবঢ়াই দিওঁ। চিলিমটো আমাক ধৰি থাকিবলৈ দি কাগজখিলা পাক-মাৰি হোকাৰ দৰে কৰি লৈ ধপাত

খায়। সেইখিনি সময়তে আমাক নানাৰকম প্ৰশ্ন কৰে। দুই-এজন লোকে বিচাৰি বিচাৰি আমাৰ ঘৰতে তেখেতক লগ ধৰেহি।

সকলো প্ৰকাৰৰ লোকৰ লগত তেখেতৰ সম্বন্ধ। কোনোৱে আহে যেন মকৰ্দমাৰ পৰামৰ্শ বিচাৰি, কোনোৱে আহে ল'ৰাৰ চাকৰী-বাকৰিৰ পৰামৰ্শ ল'বলৈ, কোনোবা দুজনমানে আকৌ গ্ৰেজিং বেদখল হোৱাৰ অভিযোগ দিয়েহি, কোনোবাই স্কুল এখন পতাৰ পৰামৰ্শ লয়হি, কোনোবাই ঘৰুৱা কাজিয়া-পেঁচালৰ অভিযোগ দিয়েহি ; এইসকলো লোকক যথোচিত পৰামৰ্শ দি বিদায় দিয়ে। তেখেতক বেয়া পোৱা লোক নাই। শিক্ষিত-অশিক্ষিত, ল'ৰা-বুঢ়া, যুৱক-যুৱতী, সকলোৰে মাজতে শৰ্মাদেৱে আসন পায়।

শৰ্মাদেৱে ওচৰ-চুবুৰীয়া সকলো গাঁৱতে সকলো বিষয়তে সদায় সহযোগ দিয়ে। মেলে-দোৱানে, বিয়াই-সবাহে এপাক মাৰি ৰাইজক পৰামৰ্শ দিয়ে। বিয়া-বৰসবাহৰ মুখত মেধি-সাজতোলাৰ শাৰীত বহি তেওঁলোকৰ লগৰে এজন হৈ বিয়া-সবাহ খায়।

তেখেতৰ ঘৰৰপৰা তিনিটা পদূলি উজাই যোগাই মণ্ডলৰ ঘৰ। এখেত এজন আঢ্যৱন্ত লোক। গধূলি বিভিন্ন কামৰপৰা আজৰি হৈ চেতিয়া গাঁৱৰ ডিম্বেশ্বৰ ফুকন ( ডিম্ব সোনাৰী ) ; দুৱৰা গাঁৱৰ ৰুদ্ৰকান্ত দুৱৰা, কেশৰাম খনিকৰ, গজপুৰীয়াৰ শৰ্মাৰ সহপাঠী লুকিৰাম বৰকাকতী, খনিকৰ গাঁৱৰ সৰুকণ মেধি, ম'হছালৰ শ্ৰীতিলেশ্বৰ বৰুৱা আদি মণ্ডলৰ ঘৰৰ জুইশালৰ গুৰিত বহে। জাৰকালি মুঢ়া খৰিৰ দপদপীয়া জুইৰ কেউফালে ঢাৰি পাৰি বহি তামোল ধপাত খাই কথাৰ মহলা মাৰে। প্ৰায়ে এই মেলত শৰ্মা ডাঙৰীয়া বহেহি। শৰ্মা বহিলে সাহিত্য-বুৰঞ্জীৰপৰা গাঁৱৰ বিভিন্ন বিষয় লৈ নানা আলোচনা হয়। চাৰিওৰ বিভিন্ন দিশৰ উন্নয়নৰ আঁচনিও ইয়াতে ওলায়। শৰ্মাদেৱে কয়—দোপৰ-গ্ৰেজিঙত সময়ত কলেজ হ'ব ; কেউফালৰপৰা আলিবাট হৈ ল'ৰা-ছোৱালী অহাৰ সুবিধা হ'ব। তেখেতে তেতিয়া ভবামতেই বৰ্তমান দোপৰ-গ্ৰেজিঙত শ্বহীদ মণিৰাম দেৱান কলেজ প্ৰতিষ্ঠা হ'ল। কেউফালৰপৰা বাট-পদূলিও হৈছে। এই জুইশালৰ মেলত বেজবৰুৱাৰ খুহুতীয়া গল্প-প্ৰবন্ধ পঢ়ি শুনাই শৰ্মাদেৱে সাহিত্যৰ ৰস নিজে উপভোগ কৰাৰ লগতে লগৰ সকলোকে ইয়াৰ সোৱাদ দিছিল। কেতিয়াবা কেতিয়াবা নিজে লিখা প্ৰবন্ধ-পাতিৰ পাণ্ডুলিপি পঢ়ি শুনোৱাও আমি দেখিছিলোঁ।

শৰ্মাদেৱ গাঁৱৰ সমস্যাবোৰৰ লগত ওতঃপ্ৰোতভাৱে সোমাই পৰিছিল।

এবাৰ জকাইচুকৰ হাৰোৱা-গ্ৰেজিঙত ৰেদখল হৈ কৃষকসকলৰ গৰু-ম'হ ৰখাত ব্যাঘাত জন্মোৱাত শৰ্মাৰ ওচৰত ৰাইজৰ আপত্তি হ'ল। চৰকাৰৰপৰা উচ্ছেদৰ ব্যৱস্থা নোহোৱাত তেখেতে ৰাইজক ঘৰ-দুৱাৰ ভাঙি উচ্ছেদ কৰি দিবলৈ কৈ দিলে। সেইমতে ৰাইজে ঘৰ-দুৱাৰ ভাঙি ৰেদখলকাৰীক খেদি দিলে। ৰেদখল-কাৰীয়ে নিজৰ বহাত নিজে জুই দি ঘৰ জ্বলাই মকৰ্দমাত ৰাইজক আচামী কৰিলে। শৰ্মা ডাঙৰীয়াও জড়িত হৈ গ্ৰেপ্তাৰ হ'ব লগা হ'ল। অৱশ্যে পিছত সকলোকে এৰি দিয়া হ'ল। ৰাইজৰ লগত লাগি এনেদৰে কেইবাবাৰো শৰ্মাদেৱে গ্ৰেপ্তাৰ বৰণ কৰা আমি জানো।

বিপদত পৰা, বিশেষকৈ তৃতীয়া শ্ৰেণীক তেখেতে সততে সহায় আগবঢ়ায়। এবাৰ নামতি অঞ্চলৰ এজন ঠিকাদাৰে বিহাৰী বনুৱা কিছুমানৰ দ্বাৰা কাম কৰাই পইচা নিদি চোচোৰাই আছিল। বনুৱা কেইটাই উপায়হীন হৈ শৰ্মা-দেৱৰ ওচৰ চাপিল। শৰ্মাদেৱে ঠিকাদাৰৰ বাইচাইকেলখন কাঢ়ি আনিবলৈ ক'লে। সিহঁতেও কাঢ়ি আনি শৰ্মাৰ ওচৰত জমা দিলেহি। ঠিকাদাৰে ডকাইতি মকৰ্দমা দি দিলে। বনুৱাৰ লগতে চাইকেল ৰখাৰ বাবদ শৰ্মাদেৱো গ্ৰেপ্তাৰ হ'ব লগা হ'ল; অৱশ্যে শেষত কিছুলোকৰ মধ্যস্থতাত গোচৰ মিত্মাত হ'ল। সেইদৰে নিজে বিপদত পৰিও শৰ্মাদেৱে লোকক সহায় কৰিবলৈ যায়।

শেষ জীৱন গুৱাহাটীত থাকিলেও শৰ্মাৰ মন-প্ৰাণ চাৰিঙতহে আছিল। চাৰিঙৰ নিজে পতা বাৰীত এটা খেৰৰ ঘৰ সজায়; তাতে বাহৰ চাং এখন সাজি খিচনা কৰি বহুতদিন কটাইছিল। আনকি চাৰিঙত হাড় পেলাবলৈ পালে শান্তি পাম বুলি জীৱনৰ শেষ সন্ধিয়াত এই বাসস্থান লৈছিল। ৰাইজৰ-পৰা গাখীৰ, মাছ, শাক-পাচলি দি সহায় কৰা দেখা গৈছিল। এইদৰে থাকোতেও সাহিত্য আলোচনাৰ কাম এৰা নাছিল। বাঁহৰ চাঙতে বহি লিখা-পঢ়া কৰা আমি দেখিছিলোঁ। তেতিয়াও অনেক লোকে নানা বিষয়ত বুদ্ধি-পৰামৰ্শ লবলৈ আহিছিল।

এইদৰে শৰ্মাদেৱে চাৰিঙৰ ধুলি-বালি, চাৰিঙৰ বা-বতাহৰ মাজত ডাঙৰ হৈ মনে-প্ৰাণে চাৰিঙৰ কথাকে চিন্তা কৰি নশ্বৰ দেহা এৰি গ'ল।

চাৰিঙৰ গভাইট চোৰ মৰীয়া বাহাদুৰৰ গাত থকা গুণকণো বুটলি লৈ

'কংগ্ৰেছৰ কাচিয়লি ব'দত' ৰচনা কৰি ৰাষ্ট্ৰীয় বটা ল'লে। চাৰিওকো ভাৰতবাসীৰ চকুৰ আগলৈ দাঙি ধৰিলে।

চাৰিওৰ কেইবাজনো লোকে সাহিত্য-সভাৰ সভাপতিৰ আসন অলঙ্কৃত কৰি গ'ল। কিন্তু চাৰিওৰ বাইজৰ মাজতে থাকি, চাৰিওৰ সকলো প্ৰকাৰৰ উন্নতিৰ বাবে জীৱনৰ শেহলৈকে চিন্তা কৰি জীৱন কটোৱা মহান লোক বেণু শৰ্মাত বাজে আমি আৰু দেখা পোৱাৰ আশা কৰিব নোৱাৰোঁ।

# আপোনৰো আপোন বেণুধৰ

**শ্ৰীকৰুণাময় হৰিপদ গোস্বামী**

ছাত্ৰ জীৱনৰ অৱসান ঘটাই বাপুজীৰ আহ্বানত সমাজ-সেৱাৰ ব্ৰতত আত্ম-নিয়োগ কৰাৰ ক্ষেত্ৰত যিসকলৰপৰা প্ৰেৰণা পাইছিলোঁ, সেইসকলৰ ভিতৰত বেণুধৰ শৰ্মাৰ সহৃদয়তাপূৰ্ণ প্ৰেৰণা আৰু আশীৰ্বাদ মোৰ জীৱনত স্মৰণীয় হৈ থাকিব। ১৯৫৪ চনত সমাজ সংগঠনৰ সঁহাৰিতে সম্পাদনা কৰা "প্ৰাচীন কোঁচৰ ইতিহাস" গ্ৰন্থখনিৰ পাণ্ডুলিপিটো লৈ বৰেণ্য হেম বৰুৱাদেৱৰ ওচৰলৈ গৈছিলোঁ। তেখেতে পুথিখন চাই বুৰঞ্জীবিদ্ বেণুধৰ শৰ্মাদেৱৰ ওচৰলৈ লৈ গ'ল। তেতিয়া তেখেতসকল দুয়ো গৰাকী চেনীকুঠিত আছিল। শৰ্মাদেৱে দেখা পায়েই হাঁহি হাঁহি কৈছিল—"তুমি হেমকান্ত, এওঁ কৰুণাময়, মই বেণুধৰ।··· এওঁ হৰিহৰ আতাৰ সত্ৰৰ বংশধৰ। পূৰ্ব-পুৰুষৰ কথা অনুসৰণ কৰি সমাজ সংগঠনৰ কাৰণে এওঁ জংঘলতে মংগল বিচাৰিছে। মই ভালদৰে চাই নিশ্চয় মন্তব্য লেখিম।" এয়ে আছিল শৰ্মাদেৱৰপৰা মই পোৱা প্ৰথম আশীৰ্বাদ। ইয়াৰ পিছত মোৰ অনুৰোধ ৰক্ষা কৰি সেই চনৰে নবেম্বৰ মাহত তেখেত আমাৰ হৈবাৰীৰ ব্ৰহ্মানন্দ সেৱাশ্ৰমত তিনিদিনীয়া ভ্ৰমণসূচী লৈ উপস্থিত হ'লহি।

কাতি মাহ উজনীৰ বোকা-পানী শুকাই ঠাইখন নিকা হবলৈ ধৰিছে। হৰিশিঙাৰ ৰাসোৎসৱৰ পাছত সাহিত্য সভাৰ আয়োজন। অন্তৰঙ্গ বন্ধু শ্ৰীনৰেন্দ্ৰদেৱ শাস্ত্ৰী আৰু মই একেলগ হৈ সাহিত্য সভাৰ আয়োজন কৰিছোঁ। আমাৰ সহায়ক হৰিশিঙাৰ একমাত্ৰ ব্যৱসায়ী মাননীয় বলোভদ্ৰ ওজা ডাঙৰীয়া। মাননীয় ওজাৰ ঘৰতে শৰ্মা ডাঙৰীয়া আলহী। মই তেখেতৰ আলধৰা। ১৯৫৪ চনৰ নবেম্বৰ মাহৰ ১০ তাৰিখে ৰাতিপুৱা ৪ বজাৰ লগে লগে মই উঠি খটখটিৰে তললৈ নামিছোঁ। ওচৰেদি বৈ গৈছে লক্ষী নদী। তেতিয়া হৰিশিঙাৰ কীৰ্তন ঘৰৰ কাম আৰম্ভ হৈছে। মই উঠাৰ অলপ পাছতে শৰ্মাদেৱো উঠিছিল। তেওঁ মোক কৈছিল, 'কি গোঁসাই পোৱালি, ইমান পুৱাতে যে উঠিলা? আজি নে সদা সৰ্বদা?' মই নম্ৰভাৱে উত্তৰ দিলোঁ 'মোৰ এইটো অভ্যাসেই, সাৰ পালেই গা ধুব লাগে। ১০ বছৰ বয়সৰপৰা সেই ৰীতি

আইতাবপৰা শিকিছিলোঁ।' তেওঁ হাঁহি মাৰি ক'লে "বেচ, বৰ ভাল অভ্যাস। কিন্তু; গোঁসাই আজিৰ অসমীয়া মানুহে এই অভ্যাস ল'ৰা-ছোৱালীক নিশিকায়। সেয়ে গুৰুবাক্যৰ তাৎপৰ্য বুজি নেপায়। 'ৰজনী বিদুৰ দিশ ধৱলী ৱৰণ। তিমিৰ ফাৰিয়া বাজ ৰবিৰ কিৰণ॥' এই মহাবাক্য আজিৰ ল'ৰা-ছোৱালী কিম্ব ডেকা-গাভৰুৱে প্ৰবেশিকা পৰীক্ষাত আহিলেও শুদ্ধ নৱৰহে পায়, বুজি নাপায়। আকৌ অস্তমিত সূৰ্যৰ অস্তাচলৰ সুষমা বোল বা হেঙুলি ৰহণবো মনোৰম দৃশ্য দেখাৰ সৌভাগ্য নাই। সেই বাবে আমাৰ অসম সঙ্গীত নতুনকৈ ৰচনা কৰাৰ প্ৰয়োজন হৈছে। আজিৰ ল'ৰা-ছোৱালীবোৰ এই উষাকালত বিছনাতে থাকে আৰু সন্ধিয়াৰ সেই বিয়লি পৰত কথাছবিৰ ঘৰত সোমাই পৰে। সেয়ে অসমীয়া জাতি দুখীয়া নিচলা হবৰ বাধ্য হৈছে। তোমাৰ এই অভ্যাস সেই বাবে বৰ ভাল অভ্যাস বুলি কৈছোঁ। আমি এতিয়া সুন্দৰকৈ প্ৰাতঃকৃত্য কৰিব পাৰিম।"

সেইদিনা সভাৰ আগে আগে আমি মুক্তেশ্বৰ, বেউলাৰ বিয়া থলা, সাহে ৰজাৰ নগৰ, কুন্দৰ বিল বা কালী হ্ৰদ, আম্বাৰী গাঁও, বেদগ্ৰাম, দাউদী গাঁও আদি হাতীত উঠি চাই অহাৰ ব্যৱস্থা কৰিছিলোঁ। হাতীত উঠি যাওঁতে ফাটীয়া জয়তা, অম্বাগাঁও, ৰাওনা গড় আদিৰ বৰ্ণনা দি গৈছিলোঁ। শৰ্মাদেৱেও তেখেতৰ বুৰঞ্জীৰ বৰ পেৰাৰপৰা এপদ এপদ সম্পদ সমৃদ্ধি উলিয়াই আমাক আপ্যায়িত আৰু আনন্দিত কৰিছিল। হৰিশিঙাৰ দক্ষিণে থকা বানিয়াপাৰা আৰু শাস্ত্ৰপাৰা বেলগুৰিৰ কথা তেখেতক কোৱাত তেখেতে বৰ আনন্দ পাইছিল আৰু বনিয়াপাৰা মানে বনিয়া বা অলঙ্কাৰ তৈয়াৰ কৰা লোকৰ গাঁও বুলি নধৰি তাক বনিজাৰুৰ কুঠি বুলিহে আমাক বুজাই দিছিল। মই হৰিশিঙা বৰা আৰু শাস্ত্ৰপাৰা বেলগুৰি একে ঠাইতে থকাৰ বাবে মাধৱদেৱৰ জন্মস্থানৰ লগত সম্পৰ্কবিজড়িত আছে নেকি বুলি সোধাত তেখেতে দুজনা মহাপুৰুষৰ জীৱনত বহুঠাইত আত্মগোপন কৰাৰ দৰে নানান দুখ-দুৰ্গতি ভোগ কৰিবলগীয়া হৈছিল যদিও দুয়োজন মহাপুৰুষেই স্থানৰ মহিমাৰ বাবে একে নামকেই তেওঁলোকৰ জিৰণি বা আশ্ৰয় লোৱা গাঁৱৰ নামত জড়িত কৰিছিল বুলি আমাক কৈছিল। তেতিয়াই তেখেতে কৈছিল হৰ্জৰ বৰ্মাৰ দুৰ্জয় গড় গুৱাহাটীৰ উত্তৰে ৫০/৬০ মাইল দূৰৰ কোনো ঠাইত হ'ব লাগে তেতিয়া দেৱৰ থান আৰু গোঁসাই কমলা আজিৰ ওচৰত এখন গাঁৱৰ নাম থকা বুলি কোৱাত তেখেতে মোক কৈছিল যে তাত ইটা আৰু অট্টালিকা বা থাৰৈ আদিৰ চিন

ওলাব। দৰাচলতে আজি কিছুদিনৰ আগতে গড়কাষ গাঁৱৰ পুবে ভোলানদীৰ খহনীয়াৰ তলত ইটাৰ দেৱালৰ দৰে এটা ভগ্নাবশেষ দেখা গৈছে। ওৰে বাটে তেখেতে বহুতো খুহুতীয়া কথাৰে আমাৰ মনত আনন্দৰ ঢৌ তুলি গৈছিল।

ইয়াৰ পিছত বেউলা শান্তিৰ গাঁৱত আমাৰ খোৱা-বোৱাৰ ব্যৱস্থা কৰা হৈছিল। তেখেতে লফাৰে সৈতে মাছৰ আঞ্জা আৰু খৰিচা, ঔটেঙা, মাটিমাহ, ঢেকীয়া, নৰসিংহ, ভেবেলীলতা আদিৰে বন্ধা-বঢ়াৰ ব্যৱস্থা কৰিবলৈ কৈছিল। মই গাঁত ললোঁ। খোৱা-বোৱাৰ আগেয়ে সেই অঞ্চলৰ বিশিষ্ট লোক গোবিন্দ তাঁতী, যজ্ঞৰাম কন্দ, খোমান সিং ছেত্ৰী, মাগন দৈমাৰী, কান্দুৰা ৰাভা, তনু গাঁওবুঢ়া, ধনীৰাম শইকীয়া, চন্দ্ৰ কোঁচ, কংস কোঁচ আৰু সকলোৰে ধৰণীস্বৰূপ দেহো ৰাম ওঝাক মই শৰ্মাদেৱৰ সৈতে পৰিচয় কৰাই দিছিলোঁ। সেইদিনা তনু গাঁওবুঢ়াৰ ঘৰত আমি বাৰ-চৈধ্যজন লোকে আনন্দ মনেৰে তুলসী জহাধানৰ চাউলৰ ভাত আৰু আঠখন গাঁৱলীয়া আঞ্জাৰে দুপৰীয়াৰ ভোজন সমাপ্ত কৰিলোঁ। গুড়গুড়ি হোকাত এচিলিম মলা ধপাত হুপি লোৱাৰ পিছত শৰ্মাদেৱক হাওঁত তুলি হৰিশিঙালৈ নিলোঁ। সেইদিনাৰ হৰিশিঙাৰ সাহিত্য সভাত ৰাইচিং হাজোৱাৰী, ৰবিৰাম কছাৰী, গঙ্গা বড়োৰ দৰে ডেকা সাহিত্য প্ৰেমীৰ নিৰ্ভুল-নিভাঁজ আন্তৰিকতাপূৰ্ণ অসমীয়া লেখনি, বিনদা বসুমতাৰীৰ সুন্দৰ সাবলীল ছন্দৰ কবিতাৰে সমৃদ্ধ হৈ শ্ৰীনৰেন্দ্ৰ দেৱ শাস্ত্ৰীৰ পৃষ্ঠপোষকতাত 'কুঁহিপাত' আলোচনী ন-ৰূপত প্ৰকাশ পালে। হৰিশিঙা হাইস্কুলত বিভিন্ন-জাতি-উপজাতিৰ সমাবেশত মুকলি সভা অনুষ্ঠিত হ'ল। সভাৰপৰা ওভতি আহোঁতে শৰ্মাদেৱক গোবিন্দ মিশ্ৰৰ জন্মস্থানকে ধৰি বিভিন্ন ঠাই দেখুৱাই অহাত তেখেতে অপৰিসীম আনন্দ পাই মোক পিঠিত থপৰিয়াই আশীৰ্বাদ দিলে।

১৯৫৭ চনৰ বহাগ মাহত দাক্ষিণাত্য ভ্ৰমণৰ বাবে বিনোৱাজীৰ সৰ্বোদয় যাত্ৰী হিচাপে ওলালোঁ। অসম সাহিত্য সভাৰ সভাপতি গৰাকীৰ চিঠি আৰু একেলগে উঠা ফটো এখন লৈ যাব পাৰিলে সহায় হ'ব বুলি ভাবি তেখেতৰ ওচৰ চাপিলোঁ। সেই বছৰ শৰ্মাদেৱ সভাপতি আছিল। তেখেতে আনন্দ-মনেৰে ফটো তোলাত সম্মতি দিলে আৰু চিঠি এখনো লেখি দিলে। তেখেতৰ চিঠি আৰু ফটোৱে মোক যথেষ্ট সহায় কৰিলে।

জীৱনত বহুবাৰ তেখেতৰ সান্নিধ্য পাইছিলোঁ। প্ৰতিবাৰতে তেখেতৰপৰা পোৱা আন্তৰিকতা মই পাহৰিব নোৱাৰোঁ। পাহৰিব নোৱাৰোঁ তেখেতৰ জ্ঞানগৰ্ভ

কথাবোৰ। তেখেতৰ সান্নিধ্যত বহুতো কথা শিকিছিলোঁ। কোনো কালে দেখা-সাক্ষাৎ নোহোৱা এজন লোককো তেখেতে বহুদিনৰ আপোন আৰু চুবুৰীয়া চিনাকি লোকৰ দৰে ব্যৱহাৰ কৰিছিল। তেখেতৰ বিয়োগত মই বেছিকৈ অনুতপ্ত হ'লোঁ কোটোৰা আৰু লেটাগুটি ছুটা দিব নোৱৰাৰ কাৰণে। সেই ছুটা গোটাই থৈ যাবলৈ সাজু হওঁতেই মৃত্যুৰ সংবাদ পাই মৰ্মাহত হ'লোঁ। তেখেতৰ স্মৃতিত মই কি ক'ম কি লেখিম উৱাদিহ পোৱা নাই। ১৯৬১ চনত যেতিয়া মই নগাঁৱৰ ভেদৌ আটি গাঁৱত সমাজ সেৱাৰ কামত ব্যস্ত থাকোঁ তেতিয়া তেখেত তালৈ গৈ প্ৰেৰণা দিয়াৰ কথাও আজি মনত পৰিছে। যাৰ গোটেই জীৱনটোৱেই বুৰঞ্জী সাহিত্যৰ অনুসন্ধান আৰু চিন্তা চৰ্চাৰে অতিবাহিত হ'ল সেই মহান ব্যক্তিজনাৰ জীৱন-কাহিনী এটা সামান্য প্ৰবন্ধত ব্যক্ত কৰা দুৰুহ।

সমাজৰ ৰীতি-নীতি ব্যৱহাৰ আৰু উদাৰ ধৰ্মভাবৰ আদৰ্শত তেওঁ আছিল নিভাঁজ অসমীয়া। সকলোকে আদৰি ল'ব পাৰিছিল যাৰবেই তেওঁ সকলোৰে আপোনবো আপোন আছিল। সমগ্ৰ অসমীয়া জাতিৰ জাতীয় চৰিত্ৰ আৰু কথা সাহিত্যৰ জৰিয়তে চিত্ৰণ কৰাই আছিল তেওঁৰ ব্ৰত। ইয়াৰ লগে লগে মানবীয় ব্যৱহাৰ, মানবীয় আদৰ্শ আৰু মানবীয় কৰ্তব্য পূৰণ কৰি জীৱন বন্তি নিৰ্বাপিত কৰাৰ শেষ মুহূৰ্তলৈকে তেওঁ অসমী আইৰে সেৱা কৰি বৈকুণ্ঠগামী হ'ল।

# বেণুধৰ শৰ্মাৰ প্ৰেৰণা

শ্ৰীসুন্দৰ বৰদলৈ

হাড়ে হিমজুৰে এগৰাকী নিৰ্ভাজ জাকত জিলিকা অসমীয়া বেণুধৰ শৰ্মা ডাঙৰীয়া। আজীৱন কৰ্মৰত মহান সাহিত্যসেৱী, একাধাৰে বুৰঞ্জীবিদ, সম্পাদক, সংস্কাৰকামী—ভীষ্ম প্ৰতিম দৃঢ়তাৰ নিদৰ্শনকাৰী, শৰ্মাদেৱ আছিল অসমীয়াৰ জাতীয় সত্তাৰ প্ৰকৃত প্ৰতীক। আহুকলীয়া জীৱনৰ ঘাত প্ৰতিঘাতেও তেখেতৰ স্বাধীনচেতা নিৰ্ভীক মনটোক কাৰো ওচৰত উচিত কথাত কোনেও সেও মনাব নোৱাৰিছিল।

অসমৰ গাৱে ভূঞে নজনা কথাৰ উহ লৈ ফুৰোঁতে মানুহৰ ঐতিহ্য বংশ পৰম্পৰা ইতিবৃত্তিৰ আঁত বিচাৰি অতীত আৰু বৰ্তমানৰ যি সাঁকো ৰচনা কৰি পোহৰলৈ আনিলে সিয়েই তেখেতৰ এক মহত্বপূৰ্ণ দিশ।

এনেবোৰ কামত ফুৰাত তেখেতৰ এডুখৰি বাইচাইকেলেই সমল আছিল—চাইকেলৰ বেগত সাহিত্য-বুৰঞ্জীৰ সমল গোটাওতে শ-শ মাইল ব'দ বতাহ বৰষুণ আদি পদূলি বোকা বালি ক'লৈকো কেৰেপ নকৰাকৈ অতিক্ৰম কৰিছিল।

এইদৰে সাহিত্য চৰ্চা কৰি তেখেতে নিজস্ব সৃষ্টিৰ এক ধাৰাবাহিক ৰূপ দিলে। বিশেষকৈ গদ্য-সাহিত্যত বুৰঞ্জীৰ উহ বিচাৰি সত্যত উপনীত হৈ ন পাতনিৰে নতুন দিগন্ত পিনে যিমানে অগ্ৰসৰ হ'ল যিমানে বাচকবনীয়া নিৰ্ভাজ অসমীয়া শব্দৰ যোজনা ফকৰা, জতুৱা ঠাঁচত ৰচনা, সাহিত্যত নিজৰ বৈশিষ্ট্যতাৰ ৰচনাশৈল্যই মূৰ্তিমান হৈ উঠিছিল।

শিৱসাগৰৰ চাৰিঙত ১৮৯৪ চনৰ ১৬ নবেম্বৰ মাহৰ বৃহস্পতিবাৰৰ দিনা বেণুধৰ শৰ্মাই জন্মগ্ৰহণ কৰে। সেইসময়তে আহোমৰ ৰাজত্বৰ সময়ত চাৰিং এখন সকলোতে পয়োভৰা সাংস্কৃতিক জ্ঞান গৰিমাৰ লেখত লবলগীয়া গাঁও আছিল। ইয়াতে বহুত প্ৰতিভাবান ব্যক্তিৰ জন্ম। বহুমুখী প্ৰতিভাবান ব্যক্তিয়ে এতিয়াও ঐতিহ্যক ধাৰাবাহিকৰূপে অসমৰ সাহিত্য বুৰঞ্জী ৰাজনীতি সংস্কাৰকামী কথাৰে পুৰণি ঐতিহ্যক জাগ্ৰত কৰি আছে। এইকথাৰ মূল সৃষ্টিৰ স্বৰূপ বোলোতে বেণুধৰ শৰ্মাই একপ্ৰকাৰ নহয় জানো?

তেখেতে গুৱাহাটীলৈ আহি ৰব পুতেক শ্ৰীঅজিত শৰ্মাৰ লগতে চেনিকুঠিত ১৯৫০ চনৰপৰা থাকিবলৈ লয়। কিন্তু ইয়াত থাকি মন বহুৱাবলৈ সময় লাগিছিল, কিয়নো মন সামৰিব নোৱাৰিলে চাৰিগুলৈ ঢাপলি মেলিছিল সঘনাই তেতিয়া তাৰ মাছ-পুঠি, কোমল চাউল দৈ-গুৰ-গাখীৰ-পিঠা-পনাৰ-জুতি ল'বলৈ। তাতে ক্ষান্ত নেথাকি মাটিমাহ, তামোল-পান গাঁৱত যি পায় সকলো টোপোলা বান্ধি লৈ আহিছিল। বস্তুখিনি থকালৈকে চাল-চলনত ৰব গহীন—নিজৰ লিখা পঢ়া কামটো এক বিশেষ উত্তম।

চেনিকুঠিত থকা কালতে পুৱা এদিন মোৰ থকা বহা পঞ্চবটি ৰ'দত ওলালহি—এইটো 'সুন্দৰ বৰদলৈৰ' ঘৰ নহয়নে বুলি—তেতিয়া মোৰ ল'ৰা-ছোৱালী কিটাৰ হ'ল ককাদেউতাক—যেতিয়াই আহে ককাদেউতাকৰ জেপত লজেঞ্চ টফি থাকিবই। তাহাঁতৰ লগতে বিশেষ সম্বন্ধ গঢ়ি উঠিছিল আৰু গল্প কিতাপ আদি পঢ়িবলৈ দি গৈছিল।

মোক ঘৰত নেপালেও নানা ৰসাল কথা উপমা হাঁহিৰে ঘৰখন আনন্দ-মুখৰ কৰি তুলিছিল। ৰাতিপুৱা গধুলি যেতিয়াই আহে জীৱনৰ প্ৰায় ঘটনা বহুল কাহিনী শদিয়াকে ধৰি অসমৰ ইমূৰৰপৰা সিমূৰলৈকে তেখেতৰ অভিজ্ঞতাৰ কথা কয়। কথাৰ থুনুপাক পকি উঠে, ঘৰখনত প্ৰায় খোলা হাঁহিৰ ৰোল উঠে।

মাজতে তেখেতে বিহাবাৰীত ভাৰা ঘৰত থকা সময়ত মোৰ অহা যোৱা দেখা-শুনাত কিছুদিন হীন-ডেঢ়ি ঘটিছিল। কিন্তু ১৯৬৬ চনত তেখেতৰ ঘৰৰ ওচৰতে মোৰ ঘৰটি কোনোমতে কৰি তেখেতৰ ওচৰ পালোঁহি। আকৌ পুনৰ চেনিকুঠিত থকা পৰিবেশ গঢ় ল'বলৈ ধৰিলে।

সকলো সময়তে ৰাতিপুৱা গধুলি জীৱনৰ বিভিন্ন ঘটনা শদিয়াৰ ইমূৰৰপৰা সিমূৰলৈকে অভিজ্ঞতাৰ কথা ক'বলৈ ল'লে—লগতে প্ৰাণখোলা হাঁহিৰে অজানিতে তেখেতৰ আমি কথা শুনি ৰ-লাগি চাই থাকিবলগীয়া হয়।

তেখেতৰ জীৱনটো এটি ৰহস্য। কেতিয়াবা কামত ব্যস্ত থাকিলেও তাৰ মাজতে মোক মতাই পঠিয়ায়। তেখেতৰ কথাৰ মাজতে ফণিধৰ চলিহা, কালিপ্ৰসাদ চলিহাৰ ডায়েৰীৰ প্ৰতিটো বিষয় কথাতে তেখেত সকলৰ জীৱন-গতি, নিয়মানু-ৰ্বৰ্তিতা অনুকৰণীয়—কথা মোক কৈছিল।

৺গঙ্গাগোবিন্দ ফুকন ৺আনন্দৰাম ঢেকীয়াল ফুকন কলিকতাত থকা কালত

৺ভগীৰাম বৰুৱাৰ ৰসিকতাৰ কথা, শ্ৰদ্ধেয় কৃষ্ণকান্ত সন্দিকৈ দেৱৰ গান গোৱা কথা কৈ বেছ আমোদৰ সৃষ্টি কৰিছিল। তাৰ উপৰিও সেইসময়ত যোৰহাটত কাশী শইকীয়া কলিকতীয়া হ'টেলত থাকি কিদৰে শুচি আছে ইত্যাদি বিভিন্ন বিষয়সংক্ৰান্ত শুনিলে শুনি থাকিবৰ মন যায়।

তেখেতৰ দৈনন্দিন কামৰ মাজতে কাগজৰ মাজত থুপ খাই লিপিবদ্ধ কৰি থোৱা অনুসন্ধানমূলক বিবিধ টোকা, সময়ৰ মান্য মান্য শিক্ষাবিদ, জননায়ক যেনে—তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈৰ কথা। ফটোৰ ভিতৰত গাঁৱলীয়া চহাৰপৰা ধৰি সম্ভ্ৰান্ত শ্ৰদ্ধাভাজন ব্যক্তিলৈকে সকলোৰে জীৱন প্ৰতিমুহূৰ্ত্ততে কি কাৰণত কাৰ লগত কি কথাত পৰিচয় ঘটিছিল তাক মোক মাজে মাজে বহুৱাই লৈ কৈছিল। ৰাতিপুৱা নিজৰ কিতাপপত্ৰ চোৱাচিতা কৰে। যদি কিতাপপত্ৰ আলোচনীত প্ৰবন্ধ এটি পায় তাক তন্ন-তন্নকৈ পঢ়ে আৰু ক'ৰবাত ভুল-ভ্ৰান্তি দেখিলে কাটি তহিলং কৰে। কেতিয়াবা মোক মাতি পঠিয়ায়—চোৱাঁ পঢ়া—পঢ়ি কেনে লাগিছে কোৱা ইত্যাদি—এইটো কি ভাষা-শব্দ-বাক্য-কিবা অৰ্থ—ইয়াক ভাল লাগিছে জানো ইত্যাদি।

মুঠতে ভুল শব্দৰ গাঁথনি দেখিলেই তেখেত বৰ অতীষ্ঠ হৈ পৰে। গোটেই জীৱনটোত, ভাষা-সাহিত্য ৰচনাত স্বকীয় ৰূপ দিয়াৰ উপৰিও নদাই-ভদাইৰ বিভিন্ন ৰুচিসম্মত শব্দৰাজিও তেখেতৰ লেখনিত সোণৰ সুৰগা হৈ পৰে।

খোৱাৰ জুতি-বুদ্ধিত ঘৰত মন খোৱাৰ তাৰতম্য ঘটিলে নিজে মানি মুনি, বনজালুক, মাটি কাদুৰি—ইত্যাদি শাক বুটলি আমাৰ বাৰীৰপৰা প্ৰায়ে নিয়েছি। ঘৰত কাগজৰ টোপোলাৰ একাষে ঔটেঙা, মাটিমাহ, জলকাই ইত্যাদি প্ৰায় মজুত থাকে। নিজে ৰান্ধি-বাঢ়িও খোৱাৰ ব্যৱস্থা ৰাখিছিল—কয়লাৰ চুলা, জনতা ষ্ট'ভ ইত্যাদি। মুঠতে নিজৰ জুটি-বুদ্ধি সকলো ক্ষেত্ৰতে এক বৈশিষ্ট্যপূৰ্ণ জীৱন ধাৰাৰে নিজকে সজাই পৰাই চলিছিল।

১৯৭৮ চনৰ মাৰ্চ মাহৰ কথা। গোলাঘাটৰপৰা ঘূৰি আহি কবিতা লিখাত ব্যস্ত হৈছিলোঁ। ভয়ে ভয়ে ৪টা কবিতা লিখি লৈ তেখেতৰ ওচৰ চাপিলোঁ। দেখিছোঁ গা বেয়া, বিছনাত শুই আছে। কোন বুলি সোধাত মইয়েই বুলি কলোঁ। মই কিবা এটা পঢ়ি শুনাম বুলি আনিছোঁ। তেখেতে মাত লগালে, "মোৰ গা ভাল নহয়।" কিন্তু মই বিছনাৰ কাষতে বহি পঢ়ি শুনোৱাত শুনিলে। শুনি বিছনাতে উঠি বহিল আঁঠুৱা গুচাই বহিবলৈ ওলাল। "আকৌ পঢ়া ভাল

হৈছে। তুমি লিখিছা ও বুলি কলোঁ।" "তোমাক ভগবানে মৰম কৰিছে। মইও এসময়ত কবিতা লেখিছিলোঁ, বুজিছা—২৫টা কবিতা লিখি মোক দেখুৱাঁবা —মই পাতনি লেখি দিম, প্ৰকাশ কৰিব লাগিব।" মাজে মাজে তেখেতৰ পৰামৰ্শতে আলোচনী—দৈনিক পত্ৰিকাত মোৰ কবিতা প্ৰকাশ কৰাত লাগিলোঁ। সেইদৰে প্ৰকাশ পাইছে।

তেখেতৰ মোৰ প্ৰতি থকা মৰম, লগতে সদায় তেখেতে মোক দিয়া উৎসাহ আজীৱন স্মৰণীয় হৈ থাকিব।

# ইতিহাস-ভাস্কৰ বেণুধৰ শৰ্ম্মা

**শ্ৰীবুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰ**

'বঙালবৈৰী লাচিত বৰফুকন' আৰু 'দেশদ্ৰোহী কোন ?' নামৰ প্ৰবন্ধ কেইটা আৱাহন কাকতত পঢ়িছিলোঁ—কোন চনত মনত নাই। লেখক আগৰ পৰা মই নাম শুনা। বুৰঞ্জীবিদ বেণুধৰ শৰ্ম্মা। কালিকা লগা ভাষা পঢ়িলে ঘটনাটোকে নিজ চকুৰে দেখিছোঁ—এনে ভাব হয়। তাৰ পাছত ডিব্ৰুগড়ৰ পৰা 'তৰুণ অসম' নামৰ বাতৰি-কাকত এখন ওলাইছিল, সম্পাদক বেণুধৰ শৰ্ম্মা। তৰুণ অসমৰ পাতত দুই-এটা কথা মই লিখি প্ৰকাশ কৰিবলৈ পঠালে তাক প্ৰকাশ হোৱা দেখি মোৰ মন আনন্দত নাচি উঠিছিল। মোৰ নাম আৰু উপাধি দেখি আৰু লেখাবোৰ পাই শ্ৰদ্ধেয় শৰ্ম্মাদেৱে বৰ বয়সীয়াল মানুহ বুলি ভাবিছিল বোলে।

চৌদিশ ৰজনজনাই যোৱা হাঁহিৰে মানুহক আপোন কৰি ল'ব পৰা গুণৰ অধিকাৰী এজন হিচাপে মোক বৰ আপোন কৰি ল'ব পাৰিলে শৰ্ম্মাদেৱে। এদিনৰ কথা। বৃটিছ চৰকাৰৰ কোপত পৰি মই ১৯৪২ চনৰ আন্দোলনৰ পলাতক আছামী ঘোষিত হোৱাৰ পাছত ঐদহে-বৈদহে ভ্ৰমি কিছুদিন চাৰিঙত পলাই আছিলোঁ। আটাইয়ে মোক কৈছিল—বেণুধৰ শৰ্ম্মা নেছনেল ৱাৰ ফ্ৰণ্টৰ বিষয়-ববীয়া, গতিকে তেওঁৰপৰা গা বচাই ফুৰিবা। এদিন হঠাৎ ভঁৰালী বৰুৱা পুখুৰী পাৰৰ পোনতে ভেটা-ভেটি হলোঁ। মোৰ বুকু কঁপি গ'ল—আজি ধৰা পৰিলোঁ বুলি।

চাৰিং হাইস্কুলৰ সমুখতে ভঁৰালী বৰুৱা পুখুৰী। পূৱফালে উত্তৰা-দক্ষিণাকৈ যোৱা নগা আলিৰ কাষতে তেখেতৰ বাৰীখন। এটা খেৰ-বাঁহৰ ঘৰ আছিল। ঘৰটোৰ বেৰৰ মাটি এঠাইত এৰাই যোৱা দেখি ভঁৰালী বৰুৱা পুখুৰীৰ পানী খুৰলীৰপৰা বোকা এচপৰা আনি বাটিৰে গোবৰ এচুৱা লগত মিলাই বেৰখনত সানি মিহি কৰি থাকোতে মই সেইফালে পাৰ হ'ব খোজোতেই 'তুমি ক'ৰ ল'ৰাহে' বুলি সুধিলে। ময়ো মিছা নেমাতি মোৰ নাম ঠিকনা কোৱাৰ লগে লগে তেওঁ চোন ক'লে—'ৰবা, ৰবা তোমাক ল'গ পাব লাগে'। মই উপায়হীন

হৈ তেওঁৰ ওচৰ চাপি গ'লোঁ আৰু মোক সাৱটি ধৰা যি ধৰি ক'লে, "তোমাক মই বহুত দিনৰপৰাই ল'গ ধৰিম বুলি ভাবিছিলোঁ। তোমাৰ লেখাবোৰ মই 'তৰুণ অসম'ত বৰ যত্নেৰে প্ৰকাশ কৰোঁ। কাৰণ তোমাৰ লেখাবোৰ মোৰ বৰ গাজত লগাকৈ লেখা" বুলি আকাশ-পাতাল নিনাদি যোৱাকৈ তেখেতৰ প্ৰাণ খোলা হাঁহিটো মাৰিলে। হাত-পাত ধুই মোৰ লগত ভালেমান কথা পাতিলে। লগতে মযো ছেগ বুজি তেখেতেনো কিয় এই স্বাধীনতা আন্দোলনত বিৰোধীতা কৰি 'নেছনেল ৱাৰ ফ্ৰণ্টত' যোগ দি কাম কৰিছে সুধিলোঁ। তেখেতে ক'লে যে—"কথাৰ বুজিবাঁ ভাও; ছাগৰো পথালিবা পাৰ"। তেখেতে কথাৰ মাজতে বাৰীলৈ আঙুলিয়াই ক'লে যে স্বাধীনতা আন্দোলনৰ নামত মোৰ নকৈ সজা সৌ পকা খুটা কেইটা ভঙাৰ নো কি সকাম আছিল?

সমাজত দুই-এষাৰ কথা কওঁতেও তেখেতে নিৰহ নিপানী আৰু নিৰ্ভুলকৈ শুধ অসমীয়া কৈছিল। মোৰ জীৱনত নিৰ্ভুল অসমীয়া ভাষা ব্যৱহাৰৰ মূল অনুপ্ৰেৰণা শৰ্মা ডাঙৰীয়া।

তেখেতে মোক পুত্ৰবৎ স্নেহ কৰিছিল। তেখেত অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী ধুবুৰী অধিবেশনৰ বাবে সভাপতি নিৰ্বাচিত হোৱা বতৰাত মই অত্যন্ত সুখী হৈছিলোঁ আৰু অভিনন্দন জনাই লেখা চিঠিখনৰ প্ৰত্যুত্তৰ লগে লগে পালোঁ। তেওঁ মোলৈ কিবা এটা বিশেষ কাম কৰাৰ লগে লগেই চিঠি এখন দিয়াৰ অভ্যাস আছিল। কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত, ৰাৎপতা, মণ লতীৰ কণ্ঠী মালা, সাতাৱন ছাল আদিবোৰৰ প্ৰকাশৰ লগে লগে মোলৈ একোখনকৈ কিতাপ পঠাইছিল।

য'তে লগ পায়, সদায় মোক মিঠা গালি এষাৰ পাৰি কয়—"তোমাক মই সদায় কোৱা কথাটো ক'ত ৰাখিলা? যিহকে য'তে কোৱা সকলো লেখি ৰাখিবাঁ বা লেখি নিহে পাঠ কৰিবাঁ। সেয়াহে স্থায়ী হ'ব।" মোৰ সাহিত্য প্ৰীতিৰ ক্ষেত্ৰত তেখেত গুৰু প্ৰতীম আছিল। জীৱন কালত মই তেখেতৰ উপদেশমূলক নিৰ্দেশ পালন কৰিব নোৱাৰি সদায়ে লাজ পাওঁ।

অসম সাহিত্য সভাৰ লগত মোৰ এটা সম্বন্ধ গঢ়ি উঠাৰ মূলতে তিনিজন মানুহৰ ব্যক্তিত্বৰ প্ৰভাৱ। তাৰে এজন শ্ৰদ্ধেয় বেণুধৰ শৰ্মা। আন দুজন হ'ল শ্ৰদ্ধেয় অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী, আৰু ডিম্বেশ্বৰ নেওগ। মই শৰ্মাদেৱৰ লগত পত্ৰালাপ কৰি পোৱা সকলোবোৰ চিঠি-পত্ৰ সামৰি থৈছিলোঁ। আমাৰ

এনেকা বানপানী হোৱা ঠাই। কেতিয়াবা ঘৰ-দুৱাৰ এৰি আশ্ৰয় শিবিৰত ল'ৰা-ছোৱালী বুকুত বান্ধি থাকিবগৈ লগীয়া হয়। এবাৰ বানপানীয়ে বহুতো তেনে সাঁচতীয়া সম্পদ নষ্ট কৰিলে। গতিকে তেখেতে লিখা চিঠি-পত্ৰবো আটাইখিনি নষ্ট হ'ল। এখনো চিঠিৰ পূৰ্ণপাঠ দিয়াৰ গৌৰৱৰপৰা মই এতিয়া বঞ্চিত হৈছোঁ। তেখেতে অন্যান্য বস্তুৰ উপৰিও মলাধঁপাত কোনোবাই খোৱা দেখিলে কলপাতৰ বা তুলাপাতৰ খোলা এটা লাজি চিলিমটো ভৰাই ফচফচকৈ বেলগাড়ীৰ ধোঁৱা উকওৱা দি উকওৱা দেখি বৰ তৃপ্তি পাওঁ।

ধুবুৰীত বহা অসম সাহিত্য সভাৰ সভাপতি স্বৰূপে তেখেত নিৰ্বাচিত হোৱাত মই দিয়া অভিনন্দনৰ প্ৰত্যুত্তৰত তেখেতে মোলৈ লিখিছিল—"এক বেণুধৰে ধুবুৰীত বহা সাহিত্য সভাৰ অধিবেশনত বকাসুৰীয়া ফাট মেলালে, 'ঝাংপতাৰ খনিকৰ অন্ত বেণুধৰে বাঙেৰে ফাটটো জোৰা লগাই মিল কৰিবলৈ পতা উছৱলৈ তুমি নহাকৈ নাথাকিবা।"

বৰ্তমান দেশত্ৰ দুৰ্যোগৰ পৰ, এনে সময়ত শ্ৰদ্ধেয় শৰ্মা ডাঙৰীয়াৰ অভাৱ মই বৰকৈ অনুভৱ কৰিছোঁ। অসমীয়া সাহিত্য, অসমৰ ইতিহাস, অসমৰ সংস্কৃতিৰ গাত টোপ এটা পৰিলেই জাঙুৰ খাই উঠা আজি অসমৰ ইতিহাস-ভাস্কৰ বেণধৰ শৰ্মা আমাৰ মাজত নাই।

# বেণুধৰ শৰ্মাৰ সুৰাগী সোঁৱৰণত

**শ্ৰীবিনোদকুমাৰ খনিকৰ**

বেণুধৰ শৰ্মা বৰদেউতাৰ বিষয়ে তেখেতৰ তিনিকুৰি পোন্ধৰ বছৰত কলিয়া-ৰবৰপৰা ওলোৱা 'অভিনন্দন গ্ৰন্থ' আৰু ইতিপূৰ্বে প্ৰকাশ পোৱা অসমৰ সুধী সমাজৰ লিখনিত তেখেতৰ গুণাৱলী চালি-জাৰি চোৱা হৈছে ; প্ৰতিভাৰ আৰু সাহিত্য-সম্ভাৰৰ বৰ্ণনাই প্ৰেৰণা যোগাই আছে। আমাৰ এই চমু আলোচনাত আমি মাথো তেখেতৰ সুৰাগী সোঁৱৰণত দুটিমান ব্যক্তিগত জীৱনৰ মদাৰ ফুল হৈ থকা কিছুমান কথাহে ক'ব বিচাৰিছোঁ।

১৯৬৯ চনত সেইজনা বেণুধৰ বৰদেউতাৰ ৮৫ বছৰীয়া জন্ম-জয়ন্তী উপলক্ষে তেলনগৰী দুলীয়াজান সাহিত্য সভাৰ প্ৰচেষ্টাত তেখেতৰ বিষয়ে প্ৰণয়ন কৰা দ্বিতীয়খন অভিনন্দন গ্ৰন্থ 'আদৰণি'ৰে তেখেতক স্বাগত জনোৱা হয় ; আমাৰ সাহিত্যিকক জীৱিত অৱস্থাত দুখনকৈ অভিনন্দন গ্ৰন্থৰে আদৰণি জনোৱাটো এটা ব্যতিক্ৰমেই বুলি ক'ব পাৰি।

বৃটিছৰ দিনতে কলিকতালৈ গৈ কলেজীয়া শিক্ষা লোৱা প্ৰয়াত বৰদেউতা বেণুধৰ আছিল চাৰিঙৰ ল'ৰা। বোকাপানীৰে পৰিবেষ্টিত ইংৰাজী পঢ়িলে জাত যোৱা, আলি-পদূলিৰ চিন নোহোৱা, কাণি খাই হায়ৰাণ হোৱা অৱস্থা, ডাকঘৰ এটিৰ অভাৱ—ইত্যাদি সমস্যাৰে জৰ্জৰিত চাৰিঙৰ মাজ বুকুত তেখেতৰ জন্ম হৈছিল। সেইখন ঠাইৰে ৬৮ নং চমাৰ গাঁও প্ৰাথমিক বিদ্যালয়ত পঢ়ি বেণুধৰে আগবাঢ়িছিল। আহোম ৰাজ আমোলত চাৰিঙত ৰাজ বিষয়া আৰু ভিন্ন ফৈদৰ ভিন্ন মাৰ্গৰ লোক আনি বহুওৱা হৈছিল। আহোম ৰাজত্বৰ বেলিমাৰ যোৱাৰ সময়ত চাৰিঙৰ মণিৰাম দেৱানে আপ্ৰাণ চেষ্টা কৰি অসমত আহোম ৰাজত্বৰ বাবে খাটোঁতে বৃটিছৰ ফাঁচীকাঠৰ বলি হ'ল। পিছে গান্ধীজীৰ অহিংস বৃটিছ খেদা আন্দোলনত অসমীয়া মানুহেও দেহে-কেহে লাগোতে প্ৰকৃত দেশ-প্ৰেমীৰ ভূমিকা, "তৰিলে দেশ মাৰিলে স্বৰ্গ" আদিৰ মৰ্ম অনুভৱ কৰিব লগা হৈছিল। মহামানৱৰ জোৱাৰময় আন্দোলনৰ ঢৌ বগৰাই পেলাব পাৰিছিল এইজন বেণুধৰেই 'মণিৰাম দেৱান' গ্ৰন্থ ৰচনা কৰি। স্বাধীনতাৰ বাবে অসমৰ

বীৰপুৰুষ মণিৰাম দেৱানো চিপাহী বিদ্ৰোহৰ সময়ত শ্বহীদ হ'ল বুলি ভাৰতৰ বাইজে জানিব পাৰিলে। অসম সম্পৰ্কে ভাৰতৰ কেতবোৰ অঞ্চলত থকা অমূলক ধাৰণাৰ বিহপুলি উঘালি পেলোৱা এজন উদ্যোগী পুৰুষ এই বেণুধৰেই।

১৯৬৯ চনত তেলনগৰী ডুলীয়াজান সাহিত্য-সভাৰ প্ৰচেষ্টাত বেণুধৰ বৰদেউতাৰ ৮৫ বছৰীয়া জন্ম-জয়ন্তী উপলক্ষে আমাৰ জনচেৰেকে তেখেতক ডুলীয়াজানত সম্বৰ্ধনা জনোৱাৰ বাবে উঠি-পৰি লাগি এই ক্ষেত্ৰত তেখেতৰ লগত ভালেখিনি যোগাযোগ কৰিব লগা হৈছিলোঁ। ডুলীয়াজানতে থকা অসম গেছ কোম্পানীৰ ব্যৱস্থাপক সঞ্চালক সাহিত্যিক দেবেন্দ্ৰনাথ আচাৰ্য, শিল্পী শ্ৰীতৰুণ হাজৰিকা, সঙ্গীত সাধক শ্ৰীৰাম বৰঠাকুৰ, সমাজসেৱী শ্ৰীৰমণীৰঞ্জন বৰুৱা, সাহিত্যসেৱী শ্ৰীনৰেন্দ্ৰনাথ চেতিয়া, অইল ইণ্ডিয়া কৰ্তৃপক্ষ আৰু বিশ্বজিত বৰঠাকুৰ, পীতাম্বৰ উমেশ গগৈ, কান্তেশ্বৰ পাঠক প্ৰমুখ্যে এই কাৰ্যত সহায় যুগুতি আগবঢ়াইছিল। পোন প্ৰথম শ্ৰীশ্ৰীৰমানন্দ দেৱ দক্ষিণপাটীয় সত্ৰাধিকাৰ গোস্বামীদেৱে এটি শুভাশীষ বাণী আৰু ধ্বনি কবি শ্ৰীযুত বিনন্দচন্দ্ৰ বৰুৱাদেৱে এটি প্ৰবন্ধ পঠাই আমাক উৎসাহ যোগালে। ১৯৭৯ চনৰ ২৩ জুনৰ দিনা বেণুধৰ বৰদেউতাক সম্বৰ্ধনা জনোৱাৰ দিন ঠিক হোৱাত গুৱাহাটীৰপৰা তেখেতক লৈ অহাৰ ভাৰো আমাৰ গাতে পৰে।

গুৱাহাটীৰপৰা ৰেলেৰে বৰদেউতাৰ সৈতে ডুলিয়াজানলৈ যাত্ৰা কৰিলোঁ। ৰেলত আহোঁতে নানা ৰকমৰ কথাবতৰা হলোঁ। ডিমাপুৰ পাৰ হৈ এবাৰ সুধিলোঁ: "আপনি গুৱাহাটী মহানগৰীত আছে, ৰাজনীতি এৰি সাহিত্য চৰ্চাত লাগিল—ইয়াৰ বাবে পুতেকৰ প্ৰতি ধন্যবাদ নে ভাগ্যৰ"? মই সুধিলোঁ। তেখেতে ক'লে, "আমি কৰোঁ বুলি কোনো কাম কৰিব নোৱাৰোঁ। বলৱন্ত কালচক্ৰৰ প্ৰভাৱতহে সঘটন অঘটন হয়, মাথো চেষ্টাহে লাগে। সাহিত্য চৰ্চা শিৱসাগৰত পঢ়োঁতেই হৈছিল। তাকে যেনিবা গুৱাহাটীত থাকি ভাটী বয়সত চুককান সামৰি চহাই-বতাই কৰ পৰা কৰিছিলোঁ। পিছে এতিয়া চিন্তা হৈছে মোৰ ভাৰথন কাকনো দিম বা কোনে ল'ব? বহুত কথা আছিল লিখিবলৈ, বিশেষকৈ চাৰিং আৰু অসমৰ গাঁও, ঠাই নামৰ ইতিবৃত্ত লিখিলে মুৰ বিষায়। কৈ গ'লে লিখিব পৰা ল'ৰা এটা যোগাৰ কৰিবাচোন।"

ডুলিয়াজান পালোঁহি সন্ধ্যাৰ আগে আগে। সদাশয় লোকসকলে

আগ্ৰহৰে বাট চাই আছে তেখেতক লগ পাবলৈ। সম্বৰ্ধনা সভা হৈ গ'ল। পিছদিনা এই লেখকৰ ঘৰত তিনিঘণ্টামান জিৰালেহি। তেখেতে ভালপোৱা বনশাক, কলডিল, পানীটেঙা, মাছৰ আঞ্জা, উখোৱা চাউলৰ ভাত, খৰিচা ভাজি আদি পাই মোক ক'লে "তুমি দেখিছোঁ। শিৰ চাই টোকৰ মাৰিবপৰা বিধৰ মানুহ।"

পৰিবাৰ শ্ৰীমতী গুণপ্ৰভাই ভাত বাঢ়ি দি তামোল পান, টকা দহোটা, চাদৰ আৰু গামোছাৰে তেখেতক সেৱা জনালত তেখেতে গহীন-গম্ভীৰ হৈ ক্ষন্তেকতে "ভাল হওক" বুলি আশীৰ্বাদ দিলে। লগতে ভাতখোৱা আন এজন তেখেতৰ গুণগ্ৰাহী শ্ৰীলিখেশ্বৰ বৰকাকতী চাবে মিচিকিয়াই আছে। তেতিয়া এনেহেন লাগিছিল—আমি যেন প্ৰত্যেকেই চাবিওতহে আছোঁ, আবেলি তেখেতক নাহৰকটীয়াৰ ভায়েকৰ ঘৰত থৈ আহিলোঁগৈ। তাৰ প্ৰায় এসপ্তাহৰ পিছত সপৰিয়ালে আমি তেখেতক চাবিওলৈ আমাৰ লগতে লৈ গ'লোঁ। তাত আত্মীয়-কুটুম্ব সকলক চাই যাওঁ বুলি ক'লে।। চাবিওৰপৰা যোৰহাটৰ জীয়েকৰ ঘৰলৈ যাওঁ বোলাত টেক্সি এখনেৰে যোৰহাটলৈ ৰাওনা হলোঁ। শালিকীহাটতে টেক্সি বেয়া হ'ল। সেইখিনিতে তেখেতৰ চিনাকি মণিৰাম দেৱানৰ বংশৰ কোনোবা বৰদলৈ বোলা এজনৰ "ঘৰ মই চিনি পাওঁ, বলাচোন" বুলি লৈ গৈ ৰাস্তাৰ কাষৰ মানুহ এঘৰত নাম ধৰি মাতিছেগৈ। পিছে সেইজন ঢুকোৱা দিন হ'ল। পুতেকে ওলাই আহি বৰ সন্তোষ পাই চাই-তামোল খুৱাই নিজৰ মটৰেৰে যোৰহাটৰ জীয়েকৰ ঘৰত থৈ আহিলগৈ। তেতিয়া টেক্সি চালকৰ অদুৰদৰ্শিতাক লৈ আমাক চুইহে নিকিলালে '

যোৰহাটৰপৰা নগাঁৱতো থাকিমেলি এমাহৰ মুৰতহে তেখেত সুৱাগপুৰ পালেগৈ। উজনিলৈ অহা তেখেতৰ সেয়ে শেষ আছিল।

কিছুদিনৰ পাছত শুনিলোঁ তেখেতৰ অসুখ।

মণিৰাম দেৱানৰ ফাঁচীকাঠত বলি হোৱাৰ দিনাই ১৯৮১ চনৰ ২৬ ফেব্ৰুৱাৰী পুৱা ভাগতে বেণুধৰ বৰদেউতাই অনন্তধামলৈ গতি কৰিলে। লগে লগে এটা যুগৰ অৱসান হ'ল। অসমীয়া জাতিৰ আত্মমৰ্যাদা বুজোঁতা, গাঁৱৰ সহজ সৰলতাক সততে আৱৰি জতুৱা ঠাঁচৰ কথাৰেই অসমীয়া ভাষাজননীৰ মুখোজ্জ্বল কৰি ভাৰতৰ ভিতৰত ঐতিহ্য, ইতিহাস, ভাষা আৰু অতীত গৌৰৱেৰে মৰ্যাদাসম্পন্ন লুইতপৰীয়া জীৱন যে পৰি মৰা নহয় সেই কথা প্ৰমাণ কৰোঁতা

বেণুধৰ ববদেউতা আজি আমাৰ মাজত আৰু নাই। আছে তেখেতৰ অজস্ৰ লেখাৰ প্ৰেৰণা। ভাৰতীয় জন-জীৱনৰ মূলসুঁতিটিৰ লগত লুইত পৰীয়া জীৱনৰ সুঁতি ভৰামুঁতি কৰাৰ কত যে কল্পনা আছিল বৰ দেউতাৰ! সংসাৰ-সাগৰত সাঁতুৰি-নাদুৰি ভগৱন্তৰ শীতল ছায়াত তেখেতৰ অমৰ আত্মাই শান্তিসুধা পান কৰোক, আজি এয়ে মাথো প্ৰাৰ্থনা।

জয়তু বেণুধৰ শৰ্মা!

# বেণুধৰ শৰ্মাৰ মৌ-সৰা কথা

শ্ৰীভৃগুমোহন গোস্বামী

১৯৫৪ চনত যিজন মহান ব্যক্তিক 'চৈধাৰী ব্ৰহ্মানন্দ সেৱাশ্ৰম'ৰ যোগেদি পতা জনজাতীয় লোকৰ সভা এখনত বক্তৃতা দি থকা অৱস্থাত দেখিবলৈ পাইছিলোঁ, সেইজন লোকক ব্যক্তিগতভাৱে ১৯৬০ চনৰপৰা সঘনে গুৱাহাটীত লগ পাইছিলোঁ ১৯৮১ চনৰ ফেব্ৰুৱাৰীলৈ। সংস্পৰ্শত অহা সকলোৰে অন্তৰ স্পৰ্শ কৰি যোৱা এই গৰাকী লোকেই হ'ল বুৰঞ্জী বিশাৰদ বেণুধৰ শৰ্মা।

৮ ফেব্ৰুৱাৰী, ১৯৭৬ চন। দেওবাৰ। তেখেতৰ শৰীৰ ভাল নহয়। হাতখনো পৰি ভাগিছে। মই তেখেতৰ ওচৰলৈ ইয়াৰ দুদিন আগতে যোৱাত কৈছিল, "মই দেওবাৰে তোমালোকৰ তালৈ যাম। ভাত খোৱাকৈ যাম।" মনতে ভাবিলোঁ, "অসুখীয়া মানুহ তেনেক্ষেত্ৰত নৱগ্ৰহ (চিত্ৰাচল) পাহাৰত উঠিব কেনেকৈ!" কিন্তু তেখেতক বাধা দিব কোনে! সেইদিনা আমাৰ পাহাৰত উঠিছিল আটাইতকৈ থিয় বাটটোৰে। মনৰ হেপাহত আমাৰ তালৈ আহিলেও তেখেতে পাহাৰ বগোৱা দেখি আচৰিত মানিছিলোঁ। খটখটি বগাই থকা অৱস্থাত মাজনীয়ে (২½ বছৰীয়া) মুখ মচিবলৈ ৰুমাল এখন আগবঢ়াই দি ৰু-মা-ল বুলি কোৱাত তেখেতে তাইৰ মুখে মুখে শুধৰাই দিছিল মু-খ-মো-চা (মুখ-মচা)। এইবাৰ তাইক কোলাত তুলি লৈ পাহাৰ বগাইছিল। পাহাৰৰ ওপৰ পালে। ওপৰ পাই কি যে আনন্দ! অন্তৰ খোলা হাঁহি। কামাখ্যাৰ ওপৰ পোৱা যেন বুলিকৈ ক'লে, "আজিহে মই খুব সুখ পালোঁ। মোৰ তাত দুটা অসুবিধা। এটা হ'ল ঘৰটো খুব যোপমৰা। আনটো হ'ল চাৰিওফালে গৰম বতাহ। তোমালোকৰ ইয়াত মুকলিমুৰীয়া।" সেইদিনা তেখেতৰ পুত্ৰ শ্ৰীঅজিতকুমাৰ শৰ্মাৰ বিষয়ে কৈছিল, "মোৰ পুত্ৰৰ লগত সদায় অমিল, মই যাওঁ পুবে, সি যায় পশ্চিমে।"

সেইদিনা খোৱা লোৱাৰ কথাই বহুত হৈছিল। তেখেতে গীতাক কৈছিল, "মই মাছ খালে, মাংস নেখাওঁ। মাংস খালে মাছ নেখাওঁ।" মাছে মাংসই একেলগে খোৱা বেয়া বুলি কৈছিল। আমাৰ তাত তেখেতে সেইদিনা চজিনা ফুলৰ ভাজি আৰু নৰসিংহৰ জোল খাইছিল। এই খাদ্য পাহাৰৰপৰা তেখেতৰ

নির্দেশক্রমে আমি লগে লগে যোগাৰ কৰিছিলোঁ। ভাত খাই উঠি কৈছিল, "আজি পেটত ওকণী ফুটাব পৰাকৈ খালোঁ।" সেয়া হুপৰীয়াৰ কথা। আবেলি উত্তৰ গুৱাহাটীৰ ভগীৰাম বৰুৱাৰ কথা কৈ কৈ আমাক হহুৱাইছিল। এই বিষয়ে তেখেতৰ 'চটাই চ'ৰাৰ কথা' পুথিত আছে। বৰুৱা তেখেতৰ পৰম বন্ধু আছিল। কলিকতাত পঢ়োতে বৰুৱাক "তামুলী হাঁহি" বুলি মতাৰ কথাও কৈছিল। কৃষ্ণকান্ত সন্দিকৈৰো বৰুৱা প্ৰিয় বন্ধু আছিল বুলি আমাক জনাইছিল।

১৯৬৯ চনৰ ৭ জুলাই দেওবাৰে তেখেতৰ তালৈ যাওঁতে তেখেতৰ তাত থকা 'নগা-মাকো' টেবুল ঢাকনিখন দেখুৱাই কৈছিল, "এইখন মোৰ বৰ মৰমৰ ; কিয়নো নগা সম্ৰাজে মোক মৰম কৰি এইখন দিছিল। ফিজোৱে মোক নগা লাঠীডাল দিছিল।" আন আন কথা প্ৰসঙ্গত কৈছিল, "মোৰ ভাষাত উজনী অসমৰ শব্দই বেচিকৈ পাবা আৰু বুৰঞ্জীৰ শব্দও মই ব্যৱহাৰ কৰোঁ।" এই প্ৰসঙ্গত কামৰূপী শব্দও কিদৰে থুই পথালি লৈছিল তাৰ উদাহৰণো দিছিল। 'ভজলুক' শব্দটো ভু-ঝালুক বুলি লিখিব পাৰি। সেইদৰে কামৰূপী 'সোনথ্ৰা' টেঙা শব্দটো সোনতৰা অৰ্থাৎ gold-star বুলি কৈ আমোদ লাভ কৰিছিল। জিলি, সুতুলি, এচাৰ শিঙীয়া, পথালি চকুৱা আদি তেখেতে উপনাম লৈছিল।

১৯৬৯ চন। ২৪ আগষ্টত তেখেতক গুৱাহাটীৰ সুৰাগপুৰত লগ পাওঁ। তেজপুৰৰ পৰা আগদিনা ঘুৰি আহি পাইছেহি। আহোঁতে বাইহাটা চাৰি-আলিত নাৰিকল গছত ওলমি থকা টুনি চৰাইৰ বাহবোৰ দেখি, মোহ সামৰিব নোৱাৰি অলপ সময়ৰ ভিতৰতে মটৰৰ পৰা নামি তাৰে বাহ দুটা আনিছিল। টুনী চৰাইৰ মতা আৰু মাইকীৰ বাহ বেলেগ বেলেগ বুলি কৈ দেখুৱাইছিল, "চোৱা ভৃগু, এইয়া টোকোৰাৰ বাহ। ইয়াৰ ভিতৰত হেনো সোণৰ বেজী সোমাই আছে। ইহঁতেনো ক'ৰ ইঞ্জিনিয়াৰিং পঢ়িছিল ; এনে কৌশলযুক্ত বাহ সাজিব পাৰে। ময়ো অসমীয়া ভাষাৰ কুটাৰে সজা বাহবোৰত ( চিঠি পত্ৰ আদিত ) সোণ বিচাৰি পাইছোঁ।"

১৯৭৩ চন। ১৮ মাৰ্চ। নগাঁও কলেজৰ অধ্যক্ষ শ্ৰী যজ্ঞেশ্বৰ শৰ্মাক সিদিনা তেখেতৰ ঘৰত বাতিপুৱা লগ পাইছিলোঁ। সেইদিনা যজ্ঞেশ্বৰ শৰ্মাৰ বিষয়ে মোক কৈছিল, "তেওঁ মোৰ মাহীৰ ল'ৰা, মানুহজন অধ্যয়নশীল। তেওঁৰ লিখনি 'তুই নহয় মলথু'। তেওঁৰ হাস্যৰস উচ্চ শ্ৰেণীৰ।" সেইদিনাই 'মেজি' শব্দৰ অৰ্থ এনেকুৱা হ'ব পাৰে বুলি কৈছিল। মে=মানুহ। জি=জুই।

জীৱনৰ কাৰণে যি জুই লেয়ে মেজি। লগতে কৈছিল যে—চুমেৰীয় সভ্যতাত অগ্নিপূজা আছে আৰু আমাৰ ইয়াত আছে সূৰ্য পূজা। সূৰ্যক স্ত্ৰীৰূপে ( সবিতা ) আমাৰ দেশেহে কেৱল ভাৱে। বেলি পূজা আমাৰ অলমত আছে। উদাহৰণ এটা দিছিল—তুমি অহাত বহুত বেলি হ'ল। এই বেলিৰ ( sun ) ব্যৱহাৰ চুমেৰীয় সভ্যতাৰ বাহিৰে ক'তো নাই। ডক্তৰ বুনছেনৰ 'এৰিয়ান মাইগ্ৰেশ্যন'খন পঢ়িবলৈ কৈছিল। আমাৰ ইয়াত পূব ফালৰ নে পশ্চিম ফালৰ সভ্যতা সোমাল তাক বিচাৰ কৰি চাবলৈ দিছিল।

১৯৭০ চনৰ ২৪ ডিচেম্বৰৰ দিনা তেখেতক লগ ধৰোঁতে কিবা শব্দৰ কথা ওলোৱাত তেখেতে কৈছিল যে তেখেতে প্ৰায়ে বেজবৰুৱা আৰু গোহাঞী বৰুৱাৰ অনুশাসন মতে চলিছিল। বেজবৰুৱাই 'পিছত' আৰু গোহাঞী বৰুৱাই 'পাচত' লিখিছিল। শৰ্মাদেৱেও পিছত লিখিছিল। তথাপি চ, ছ, ৰ মাজত ওলট পালট লাগিব খুজিছিল বুলি কৈছিল। সেইদিনা আকৌ কৈছিল, "আটাইবোৰে নিলিখিবাঁ। হয় আটায়ে নহয় এটাইবোৰে লিখিবাঁ।" আটাই টো বহুবচন বুজোৱা শব্দ ; গতিকে তাৰ পাছত বোৰ বহুৱালে ভুল হয়। সেইদিনা আৰু এটা কথা কৈছিল—আনন্দচন্দ্ৰ আগৰৱালাৰ 'ভাওনি কোঁৱৰ' নামটো হেনো এটা তেখেতেই দিছিল। সেই কথাটোকে পাছত লক্ষ্মীনাথ ফুকনইতে লগ লাগি চলাই দিয়ে।

তেখেতে নিজকে কবি বুলিও ভাবিছিল। প্ৰথমতে কবিতা আৰু পদ্যও লিখিছিল। এই ক্ষেত্ৰত শিৱাজী ( জিলি ছদ্মনামত ), বাসনা, সেই চকুজুৰি, ফুল চন্দন, সন্ধিয়া আদি কবিতাৰ নাম উল্লেখ কৰিব পাৰি। এই কথাৰ প্ৰসঙ্গতে এখন চিঠিৰ কথা উল্লেখ কৰিব পাৰি। তেখেতে কৈছিল, "এশটা কবিতা লিখিলেও কবি, এটা লিখিলেও কবি। কবি কবিয়েই।" 'উত্তৰ গুৱাহাটী সাহিত্য কাননৰ পৰা ওলোৱা 'উত্তৰণ'ৰ কবিতাৰ প্ৰথম সংখ্যাটো তেখেতলৈ পঠোৱাত জুলাইৰ ৫ তাৰিখ, ১৯৭১ চনত লিখিছিল—

মৰমৰ ভৃগু,

তোমাৰ 'উত্তৰণ' পালোঁ। তুমি কওঁতে ভাবিছিলোঁ এইখন কিবা ফচহ কাকত ওলাব হ'বলা! পিছে আজি 'উত্তৰণ' বাছকবনীয়া কবিতাৰে, বাছক-বনীয়া লেখকৰ নামেৰে 'উত্তিষ্ঠত উত্তিষ্ঠত' কৰি আছে। দেখি মোৰ নিচিনা বুঢ়া শালিকায়ো কবিতাৰে মাত এবাৰ লগাই থলোঁ।

চোৰাঁ ভাই চোৰাঁ, চকুমেলি চোৰাঁ,
তোমাৰ ঘৰ-ঘৰ, ঘৰ-ঘৰ নহয়,
কোদোঁ ( কঁদো ) বাহ হ'ল।
আগলৈ তোমাৰ নাতিপুতি বোৰলৈ
কিবা জানো ৰ'ল ?
অসম আজি কোঁদো বাহ হ'ল।
চেৰেপাৰ অগমগুহ ; কিমান কণ,
তোমাৰ মাটিৰ সিমানবো,
মাৰিলে কণ।
( নতুন ছন্দ, নতুন কবিতা )

এইবোৰ মামুলি কথা কলোঁ, গালোঁ। 'উজ্জ্বল' সঁচাকৈয়ে ভাল হৈছে, অহা সংখ্যাত ওপৰৰ ঢাকনিখন মনমোহা কৰিবা আৰু দুটামান প্ৰবন্ধ দিবা।

..............................................

..........................................

স্বাঃ শ্ৰীবেণুধৰ শৰ্মা

বেণুধৰ শৰ্মাক বুৰঞ্জীবিদ বুলি ক'লে তেখেতে এনেকৈ কৈছিল, "হেৰা, মই বুৰঞ্জীবিদ নহয়, মোক বুলিলে বুৰঞ্জী বিশাৰদ বুলিব পাৰাঁ। বুৰঞ্জীবিদ আছিল সূৰ্যকুমাৰ ভূঞা।" এইদৰে বেণুধৰ শৰ্মাৰ কথা লিখিলে ওলায়ে থাকিব, তেখেতৰ মৌ-সৰা কথাৰ অন্ত নাই।

# ইতিহাস-ৰত্ন বেণুধৰ

**শ্ৰীকনকচন্দ্ৰ ডেকা**

১৯৭৮ চনৰ দহ চেপ্টেম্বৰৰ সন্ধিয়া গুৱাহাটীৰ জোনাকী সাহিত্য সমাজে বাণীকান্ত বি-টি কলেজত বেণুধৰ শৰ্মাক ৰাজহুৱাভাৱে সম্বৰ্ধনা জনাই 'ইতিহাস ৰত্ন' উপাধি প্ৰদান কৰিছিল।

সম্বৰ্ধনাৰ উত্তৰত তেওঁ আক্ষেপ কৰি কৈছিল—"মোৰ এতিয়া চাৰিকুৰি পাঁচ বছৰত ভৰি দিলেহি। গাত অকণো শক্তি নাই। আনৰ গাত ধৰি হে ফুৰোঁ। চকুৰে মনিব নোৱাৰোঁ, আনৰ সহায়ত হে সাহিত্য চৰ্চা কৰোঁ। এতিয়াৰ অসমীয়া সাহিত্য ষোল বছৰীয়া ডেকা আৰু মই হলোঁ পঁচাশী বছৰীয়া বুঢ়া। সম্বৰ্ধনা জনোৱাত পেটে পেটে ভাল পাইছোঁ যদিও শৰীৰত শক্তি নোহোৱা বাবে মোৰ বাবে বিড়ম্বনা যেন হৈছে।" শৰ্মাই বিনয় বচনেৰে কৈছিল—"ইতিহাসবিদসকলক তিনি শ্ৰেণীত ভগাব পাৰি। মই তাৰে তৃতীয় শ্ৰেণীৰ ভাৰৰৰ খদাহে, মই ইতিহাসবিদ নহওঁ।"

শৰ্মাৰ মতে অসমত ইতিহাস চৰ্চা ১৮৮৪ চনত গেইট চাহাবৰ জৰিয়তে আৰম্ভ হয়। শৰ্মাৰ ভাবাত গেইট চাহাবকে আদি কৰি বুৰঞ্জীবিদসকলে কামৰূপ নামটো প্ৰতিষ্ঠা কৰি গ'ল। ৰুক্মিণীক শ্ৰীকৃষ্ণই হৰণ কৰা কথাটো প্ৰমাণ কৰিব পাৰিলে অসমৰ মৰ্যাদা বহুত ওপৰলৈ উঠিলহেঁতেন বুলি শৰ্মাই কৈছিল।

শৰ্মাই কৈছিল তেওঁৰ ইতিহাসৰ প্ৰতিপাদ্য বিষয় হ'ল সেইসময়ৰ মানুহখিনি প্ৰকৃততে আছিল নে নাই তাক প্ৰমাণ কৰাটো। খৃষ্টিয়ান পাদুৰী-সকলৰ স্বাৰ্থ আছিল। কিন্তু আনন্দৰাম ঢেকীয়াল ফুকনৰ স্বাৰ্থ নাছিল। গতিকে ঢেকীয়াল ফুকনৰ বুৰঞ্জী স্বদেশৰ নিভাঁজ বুৰঞ্জী। আনন্দৰাম ঢেকীয়াল ফুকনৰ নাম নোহোৱা হোৱাটো বৰ দুখ লগা কথা। পিতৃপুৰুষ ঢেকীয়াল ফুকনৰ পূজা নকৰি আজি আমি পাদুৰীসকলৰ পূজা কৰিছোঁ। ইয়াতকৈ পৰিতাপৰ বিষয় আন একো হ'ব নোৱাৰে।

শৰ্মাই কৈছিল যে ঠাইৰ নামৰ লগত সেই অঞ্চলৰ মানুহবিলাকৰ বিশেষত্ব

লুকাই আছে। ইংৰাজসকলে দিয়া ঠাই নামৰ লগত সেইবোৰ ঠাইৰ ,বিশেষত্ব যে ৰক্ষা পোৱা নাই তাক প্ৰমাণ কৰাটো। খৃষ্টিয়ান ইংৰাজসকলে দিয়া গৌহাটি নামটো ভুল, গুৱাহাটিটোহে শুদ্ধ আৰু তাৰ বিশেষত্বও আছে।

শৰ্মাই কৈছিল অভিজ্ঞতা নহ'লে সাহিত্য নহয়। কোনজন সাহিত্যিক আৰু কোনজন অসাহিত্যিক দুটা পাত পঢ়িলেই ক'ব পাৰি। বেজবৰুৱাৰ সাহিত্যৰো প্ৰকৃত মূল্যায়ণ আজিলৈকে হোৱা নাই।

শৰ্মাৰ জীৱন আৰু কৰ্ম দুয়োটাই বৈচিত্ৰ্যময় আছিল। এনে কাম নাই য'ত তেখেতে হাত দিয়া নাছিল। চাউল-দাইলৰ দোকান দিয়াৰপৰা আৰম্ভ কৰি স্বাধীনতা সংগ্ৰামত জপিয়াই পৰি ফাটেক খটালৈকে শৰ্মা আগৰণুৱা আছিল। তেখেতে মহাত্মা গান্ধীৰ প্ৰেৰণাৰে অনুপ্ৰাণিত হৈ এখন চাইকেলৰ সহায়ত অ'ত এদিন, ত'ত এদিনকৈ ঘূৰি ফুৰি দেশ স্বাধীন কৰাৰ কামত সকলোকে উদ্বুদ্ধ কৰি ফুৰিছিল বাবে জাজী অঞ্চলত তেখেতক হেনো লোকে 'চৰাই' নাম দিছিল। শৰ্মাৰ সমগ্ৰ ৰচনাৰ মাজত চাৰিংথন লুকাই থকা সহজে অনুমান হয়।

শৰ্মা সৰুৰেপৰা কৌতুহলী আছিল বুলি জনা যায়। কলিকতাত থাকোতে ৰাষ্ট্ৰীয় পাঠাগাৰলৈ প্ৰায়েই গৈছিল, অসম আৰু অসমীয়া সম্পৰ্কে তাৰপৰা ঐতিহাসিক সম্বল গোটাইছিল।

তেখেতৰ আপ্ৰাণ চেষ্টাৰ ফলত মণিৰাম দেৱানৰ দৰে ঐৰাৱত সদৃশ ত্যাগী পুৰুষজনক আজি আমি স্পষ্ট ৰূপত দেখিবলৈ পাইছোঁ। সেইদৰে গজা গোবিন্দ ফুকন, গোবিন্দ বেজবৰুৱা আদিৰ দৰে ব্যক্তিসকলকো পোহৰৰ বাটলৈ তেখেতে আনিলে।

আহোম যুগৰ বিষয়ে শৰ্মাই বহুটো নতুন তথ্য উদ্ঘাটন কৰিছে। উদাহৰণ-স্বৰূপে কটকীসকলৰ চৰিত্ৰ, ত্যাগ আৰু অসমৰ স্বাৰ্থৰ হকে বিদেশত ( অসমৰ বাহিৰত ) কৰা মহান কাৰ্য মন কৰিবলগীয়া।

শৰ্মা জোনাকী যুগৰ এজন ধাৰক আৰু বাহক। তেখেতৰ ৰচনাত জোনাকী যুগৰ বহুত তথ্যৰ সুন্দৰ তথা যথাযথ বৰ্ণনা পোৱা যায়। "কংগ্ৰেছৰ কাচিয়লি ৰ'দত" লিখি ৰাষ্ট্ৰীয় পুৰস্কাৰেৰে সন্মানিত ( ১৯৬০ ) হোৱাটোৱে তেখেতৰ জীৱন-জোৰা সাধনাৰ সিদ্ধিলাভৰ কথাকে সূচাইছে।

৬শৰ্মা অকল বুৰঞ্জীৰে ওজা-সাহিত্যিক নাছিল, অসমৰ উজনি নামনিৰ বিভিন্ন

অঞ্চলৰ ভাষা-জ্ঞান, খোৱা-বোৱা, পিন্ধন-উৰণ, উৎসৱ-পাৰ্বন, খেল-ধেমালি, কথা-বতৰা, প্ৰবাদ-প্ৰবচন, চাল-চলন আদিৰ বিষয়েও পুংখানুপুংখভাৱে লক্ষ্য কৰি সৃষ্টিধৰ্মী জন-সাহিত্যৰ সৃষ্টি কৰিছিল।

ইতিহাস-ৰত্ন শৰ্মা একাধাৰে বিশিষ্ট প্ৰবন্ধকাৰ, নিৰ্ভীক সাংবাদিক আৰু অসমীয়া সাহিত্যৰ এই যুগৰ শ্ৰেষ্ঠ জীৱনীকাৰ।

তেখেত আজি আমাৰ মাজত নাই, কিন্তু তেখেতৰ জীৱন-আদৰ্শই অসমীয়া জাতিক অস্তিত্বৰক্ষাৰ সংগ্ৰামত আগবাঢ়ি যাবলৈ প্ৰতি খোজতে প্ৰেৰণা যোগাব।

# সুৰাগপুৰৰ সৌৰভ

## শ্ৰীলক্ষ্মীচন্দ্ৰ গোস্বামী

বুৰঞ্জীবিদ বেণুধৰ শৰ্মাদেৱক কেতিয়াবা অসম সহিত্য সভাৰ অধিবেশনত, তাকো দূৰৈৰপৰাহে, দেখাৰ সৌভাগ্য ঘটিছিল। প্ৰথমবাৰৰবাবে নিচেই ওচৰত দেখা পাইছিলোঁ দেৰগাঁও সাহিত্যসভাই আয়োজন কৰা ১৯৫৯ চনৰ এপ্ৰিল মাহৰ বোল তাৰিখৰ তেখেতক সম্বৰ্ধনা জনোৱা মুকলি সভাখনত। বুৰঞ্জীবিদ শৰ্মাদেৱৰ আগমন উপলক্ষে বাপুজী মন্দিৰত বিৰাট জনতাৰ সমাবেশ ঘটিছিল। তেখেতৰ ভাষণ মন দি শুনিছিলোঁ, কথন ভঙ্গীত ইমান আপোনত্বৰ সুৰ ফুটি উঠেগৈ কথাবোৰো নিৰহ নিপানী হৈ প্ৰকাশ পায়। অন্তৰৰ আবেগপূৰ্ণ কথা আৰু ঘৰুৱা ভাষাই সহজে মানুহক আকৰ্ষিত কৰিছিল। ভাষাৰ অপপ্ৰয়োগৰ কথা কৈ সতৰ্ক কৰি দিছিল, ঐতিহাসিক যুক্তিৰে বিষয় বস্তুৰ মূল্যায়ন কৰি সাহিত্যানুৰাগী সকলক মোহাচ্ছন্ন কৰিছিল।

নেঘেৰীটিঙৰ শিৱদৌলৰ বাবে দেৰগাঁও জনাজাত। পিছদিনা পুৱা এখন টেক্সীত দেৱক শৰ্মা লৈ আমি জনদিয়েক কৰ্মী শিৱদৌল পাইছিলোঁগৈ। খট্‌খটীৰপৰাই শৰ্মাই প্ৰতিটো টিলা আৰু প্ৰতি চপৰা ইটাত কিবা বিচাৰি মনোনিবেশ কৰিলে। সন্মুখৰ চ'ৰাৰ এখন কঠত আমি আটাই কেউজনে বহিলোঁ। 'শৰ্মাদেৱে পূজাৰীজনক আনি গোটাদিয়েক প্ৰশ্ন কৰিছিল। পূজাৰীৰ কথাৰ উত্তৰত শৰ্মাদেৱে কোৱা কথাখিনিয়ে যেন আমাকো বহুত নজনা কথাৰ উৱাদিহ দিলে।

আকৌ উনৈশ শ চৌসত্তৰ চনৰ বাইশ ডিচেম্বৰৰ কথা। দেৰগাঁৱৰ চন্দ্ৰনাথ থাউণ্ড সাহিত্যসভা ভৱনৰ অনতিদূৰৰ সভাস্থল লোকেৰে লোকাৰণ্য। দেৰগাঁও সাহিত্যসভাৰ সোণালী জয়ন্তী উৎসৱ তিনদিনীয়া কাৰ্যসূচীৰে অনুষ্ঠিত হৈছে। সমূহীয়াভাৱে সম্বৰ্ধিত ব্যক্তিসকল আছিল বাগ্মীবৰ নীলমণি ফুকন, বুৰঞ্জীবিদ্ বেণুধৰ শৰ্মা, বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱা, ধ্বনিকবি বিনন্দচন্দ্ৰ বৰুৱা, সু-সাহিত্যিক মিত্ৰদেৱ মহন্ত, কথাশিল্পী চৈয়দ আব্দুল মালিক আৰু অভিনেত্ৰী শ্ৰীমতী মোহিনী ৰাজকুমাৰী। বৃন্দাৱনস্থাত সৌতোৱা পৰিবলৈ আৰম্ভ কৰা শ্ৰীমুখৰ

তলৰ বাঁওফালৰ দাড়ি কোঁচাবে শৰ্মাই উত্তৰ দিবলৈ ঠিৰ হ'ল। কণ্ঠস্বৰ আছিল তেতিয়াও সবল, দৃঢ়। ভাষণ ওজস্বিনী, কথিত ভাষাৰ দোষৰ কথা কওঁতে তেখেতে জনৈক বক্তাই উৎস (চ) ৰ শব্দটো উৎস (স) ৰ বুলি উচ্চাৰণ কৰোঁতে খেদ প্ৰকাশ কৰিছিল। আকাশ বাণীকে ধৰি বহুতো শিক্ষিত লোকেও ভুল উচ্চাৰণ কৰা তেওঁ মন কৰিছিল আৰু লগে লগে তেওঁ সেইবোৰ শুধৰাই দিছিল। তেখেতে ভাষণ প্ৰসঙ্গত অতি উদাৰ কণ্ঠেৰে কৈছিল "আপোনালোকে স্থানীয় গুণী ব্যক্তিক সন্মান জনাবলৈ শিকক, স্থানীয় সাহিত্য সভাই আমাতকৈয়ো স্থানীয় প্ৰতিভাৱান লোকক সম্বৰ্ধনা জনোৱা উচিত।"

১৯৭৮ চনত চাহ বাগিচাৰ বিভিন্ন দিশৰ ওপৰত সুচিন্তিত প্ৰবন্ধ সঙ্কলন যুগুত কৰাৰ আঁচনি এখন হাতত লৈছিলোঁ। এইবাবে প্ৰবন্ধ বিচৰাত শৰ্মাদেৱে বুঢ়া বয়সতো মোক হতাশ কৰা নাছিল। অসুখৰ মাজতে তেখেতে চিঠিখন লিখিছিল। চিঠিখন হাতত পৰাত যেন মোৰ বিপৰ্যয়—বেদনাৰ বহুতখিনি উপশম ঘটিল। তেখেতে লিখিছিল:

প্ৰিয়বৰেষু, সুৰাগপুৰ, গুৱাহাটী-৮

৮।১২।৬৭

তোমাৰ চিঠি পাই, তোমালোকে যে চাহৰ বিষয়ে খৰচি মাৰি লেখা একোটি প্ৰবন্ধ উলিয়াব (বা সংগ্ৰহ) খুজিছোঁ, সেই বাবে তোমালোকৰ চেষ্টা-উৎসাহ শলাগিছোঁ। মোৰ এতিয়া বয়স নাই—প্ৰবন্ধ লিখিবলৈ। তোমালোকৰ কাকতখন বা গ্ৰন্থখনি কেতিয়ামানকৈ উলিয়াম বুলি ভাবিছা? জাৰৰ দিন কেইটা যোৱাৰ পাছত হ'লে অলপ চেষ্টা কৰি চাব পাৰোঁ।

মোৰ দ্বিতীয় সংস্কৰণ মণিৰাম দেৱান ওলাল। তাত দেৱানৰ চিঠিবিলাক দিয়া হৈছে।

ইতি—

শ্ৰীবেণুধৰ শৰ্মা

স্বৰ্গীয় শৰ্মাদেৱে কেইবাবছৰৰ আগৰপৰাই স্নায়বিক দুৰ্বলতাত ভুগিছিল। এনে অসুস্থতাৰ কথা তেখেতে দিয়া ২০।১১।৭৫ চনৰ এখন চিঠিত প্ৰকাশ পাইছিল।

শ্ৰীমানেষু, ২০|১১|৭৫

তোমাৰ চিঠি অহা ভালেদিন হ'ল। আজিকালি মই আগৰ দৰে লেখা পঢ়া কৰিব নোৱৰা হলোঁ। তাতে আজি গাটো বৰ দুৰ্বল পাইছোঁ, বুকুখন ৰবকৈ কঁপিছে—যাওঁৱেই নেকি ক'ব পৰা নাই।......

ইতি

তোমাৰ

শ্ৰীবেণুধৰ শৰ্মা

দুৰ্ভাগ্যবশতঃ এনে এজন ব্যক্তিক আমি উনৈশ শ একাশী চনৰ প্ৰাৰম্ভতে হেৰুৱালোঁ। আজি মনলৈ বহুত কথাই আহিছে।

চাৰিকুৰি সাত বছৰৰ আগতে এগচি ধূপ জ্বলিছিল, পবিত্ৰ সুগন্ধি ধূপ। জ্বলিছিল বুৰঞ্জীয়ে গৰকা চাৰিঙত,—কোনো এক মধুৰ ক্ষণত—সোণালী পুৱাত, সময়ৰ কাঁচিয়লিত ধূপ গছিৰ মধুৰ মলয় বিয়পি পৰিল চাৰিঙৰ বৃহত্তৰ বাহিৰলৈ। বিয়পি পৰিল আমাৰ চাৰিওফালে। অসমৰ আকাশ-বতাহ, নগৰ-চহৰ, পৰ্বত ভৈয়াম, জন-মানসৰ কলিজা ধমনি-সকলো বন্ধ্ৰতে পৰিল তাৰ মধুৰ আবেশ, সুৰাগপুৰ। সাতাশী বছৰৰ আগতে চাৰিঙত-জ্বলা ধূপ গছি সময়ৰ গতিত জ্বলি ৰ'লগৈ সুৰাগপুৰত। তাৰপৰাই তাৰ সুৱাস অবিৰাম গতিত প্লাৱিত হ'ল অসমৰ চুক কোণলৈ—পান কৰি ধন্য, শক্ত সুস্থ, সবল সমৃদ্ধ হ'ল অসমীয়া। সেই সুৱাসৰ মলয়ত দৃশ্যমান হ'ল অসমখন। অসমখনে ধৰা দিলে মোহনীয়া, সুজলা সুফলা হৈ। ৰজনী বিদূৰ কৰি সুপ্ৰতিভ হ'ল অসমৰ সুপ্ত-লুপ্ত বক্ষস্থল। মানুহে দেখা ফুলাম বনকৰা, গজমুকুতা, সোণৰ পালেং, সাতসৰী, মানুহে জানিলে, বিশ্বই চিনিলে, ইতিহাসে জয়গান গালে।

চিৰ চেনেহী ভাষা জননীৰ পূজাৰ বেদী ৰমক জমক্ কৰা, মন্দিৰ পবিত্ৰ কৰা। পূজাঘৰ গোন্ধেৰে আমোল মোল কৰা ধূপ গছি হঠাৎ নুমাই গ'ল। নুমাইছিল সাতাশী বছৰ পাছত এক নিষ্ঠুৰ ক্ষণত। সুৰাগপুৰ মৌন হৈ ৰ'ল। অসহায় হ'ল। কিবা যেন দেহৰ এফাল হেৰুৱাই পেলালে সুৰাগপুৰৰ সৌৰভ পানকৰা অগনন জনগণে। সকলোৱে চকু থৰ্ হ'ল স্পন্দন ৰহিত হ'ল। হায় বুৰঞ্জী! তুমি নিষ্ঠুৰভাৱে বুকুত সুমাই ল'লা আন এখন বুৰঞ্জী, জীৱন্ত বুৰঞ্জী, অনুপম বুৰঞ্জী, বহল বুৰঞ্জী, সাতসৰী বুৰঞ্জী। সুৰাগপুৰ অপ্ৰসিক্ত হ'ল।

সঁচা আমি বহুত অসহায় হৈ গ'লোঁ। বুৰঞ্জী বিষয়ত খবচি মাৰি আঁত ধৰিবলৈ যাম কাৰ ঘৰলৈ? ইতিহাসৰ বীৰ ৰসৰ ব্যাখ্যাৰে প্ৰবন্ধ লিখি কোনে আমাক অনুপ্ৰাণিত কৰিব? কোন জন বৰেণ্য বুৰঞ্জী গৱেষকৰ কাৰণে এখনি শ্ৰেষ্ঠ ৰচনা বিচাৰি আবেদন জনাম? কাক সুধিম এইবোৰ সঁচা নে,—এই কথা বুৰঞ্জীয়ে স্বীকাৰ কৰে নে? কোনে অসম বিদ্বেষী শত্ৰুজনক নাকত ধৰি চাকত ঘূৰাব? সাতাশী বছৰতো কোনে ক'ব: "বোপাহঁত ভাবাটো যেনে তেনে লিখি অশুচি নকৰিবা, অশুদ্ধ নকৰিবাঁ, বুৰঞ্জীক বনবাস নিদিবাঁহঁক।" কোনে নিৰহঙ্কাৰী ভাৱে সাৰটি লৈ বাণী শুনাব সকৰৰ সুখী দুখী সকলো জনকে? কোনে খিঙিয়াই থাকিব, "ল'ৰাহঁত, ব্যাকৰণ এৰি অশুদ্ধ ৰচনাৰে সাহিত্য কানন বককৰা নকৰিবাঁ।" আওহতীয়া অঞ্চলৰ শিল্পী সাহিত্যিকক উৎসাহিত কৰিবলৈ কোনে সকিয়াই থাকিব? কোনে দিব বিদেশী প্ৰৰোচকক যোগ্য প্ৰত্যুত্তৰ? কোনে শুনাব পুৰণি বুৰঞ্জীৰ নতুন বতৰা?

# শেহৰজন আদৰ্শ পুৰুষ

**শ্ৰীৰাজেন্দ্ৰনাথ হাজৰিকা**

আধুনিক অসমীয়া সাহিত্যত 'অৰুণোদই' কালৰেপৰা যি কেইজন প্ৰাতঃস্মৰণীয় সাহিত্যিকে কলম ধৰি অসমীয়া ভাষাৰ স্বমহিমা ৰূপ দি গ'ল সেইসকলৰ ভিতৰত স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আৰু তেওঁলোকৰে উত্তৰাধিকাৰী স্বৰূপে লক্ষ্মীনাথ বেজবৰুৱাৰ নাম উল্লেখযোগ্য। এই আটাইকেউজনেই আছিল অসমীয়া জীৱনৰ ঐতিহ্য বহনকাৰী নিভাঁজ অসমীয়া। এওঁলোক প্ৰত্যেক জনেই আছিল ভাষাৰ সুষমা বঢ়াওঁতা, ভাষাৰ কাৰুকলা ৰূপ দিওঁতা, সৌষ্ঠৱ দিওঁতা আৰু তাতোকৈ ডাঙৰ কথা এওঁলোকৰ প্ৰত্যেকেই অসমীয়া ভাষাৰ মূলগত বৈশিষ্ট্য যুগান্তৰলৈ ৰক্ষা কৰি গৈছে। তেওঁলোকৰে আদৰ্শ বহনকাৰী অসমীয়া জাতীয় জীৱনৰ একেবাৰে শেহৰজন আদৰ্শ পুৰুষ আছিল বেণুধৰ শৰ্মা, যিজনৰ তিৰোধানত অসমীয়া সাহিত্যই এজন সুদক্ষ ভাষা কাৰিকৰক চিৰকালৰ কাৰণে হেৰুৱালে। জাতীয় সাহিত্য আৰু ভাষাক ইতিহাসৰ মহিমাময় ৰূপেৰে গঢ় দিওঁতা বেণুধৰ শৰ্মা প্ৰকৃততে এজন বুৰঞ্জীবিদ, প্ৰত্নতাত্ত্বিক পণ্ডিত হ'লেও, পাণ্ডিত্যৰ মাজেদি, ইতিহাসৰ জেউতিৰে অসমীয়া গদ্য ৰচনা-ৰীতিত যি অপূৰ্ব কাৰুকলা সৃষ্টি কৰি গ'ল সি অনৱদ্য, অপৰিমেয়। সাহিত্যত হাত দি আটায়ে প্ৰকৃত সাহিত্যিক হ'ব নোৱাৰে, যেতিয়ালৈকে তেওঁ সাহিত্য সৃষ্টিৰ মৰ্যাদাত নিজস্ব প্ৰকাশভঙ্গী দেখুৱাব নোৱাৰে। ভাষাৰ কাৰুকলাত প্ৰকাশভঙ্গীত, ৰচনা চাতুৰ্যত পাঠকক মুগ্ধ কৰিব পাৰিলেহে সেইজন সাহিত্যিকৰ ৰচনা-ৰীতি ৰসোত্তীৰ্ণ হয়। ৰচনা-সৌন্দৰ্যৰ বিষয়ে কল'ৰিজে কৈছিল—The best words in the best order. সেইদৰে কবি কীটচেও কৈছিল—I am a lover of beautiful phrases. বেণুধৰ শৰ্মাৰ গদ্য ৰচনাশৈলীত সুন্দৰ শব্দচয়ন, বাক্যবিন্যাস, অসমীয়া জতুৱা ঠাঁচৰ মূল ভাষাৰ কাৰিকৰী গুণেৰে সমৃদ্ধ হৈ আছে। কবি কীটচ প্ৰেমিক কলাকাৰ হোৱাৰ দৰে বেণুধৰ শৰ্মায়েও অসমীয়া ভাষাৰ প্ৰেমিক ৰূপদৰ্শী হৈ অসমীয়া ভাষাৰ সৌষ্ঠৱ, অলংকাৰ, সুন্দৰ শব্দচয়নৰ বাবে প্ৰেমিকে

প্ৰেমিকাক মৰম কৰাৰ দৰে তাৰাক মৰম কৰি গৈছে। কবি এলিয়টৰ ভাষাৰে শৰ্মাক ক'ব পাৰি অসমীয়া ভাষাৰ 'Craftsman'। তাৰ আৰু তাৰাক সাহিত্য সৃষ্টিৰ মনোৰম আৰ্ট হিচাপে লৈ বেণুধৰ শৰ্মাই বুৰঞ্জীৰ নিৰ্জীৱ কাহিনী পাঠকৰ মনত ৰসাল সজীৱ কৰি তুলিব পাৰিছিল। তাৰ আৰু তাৰাৰ সৃষ্টিশীল ক্ষমতাতে বেণুধৰ শৰ্মাই লিখি থৈ যোৱা বহু প্ৰবন্ধ, বহু কথা-কাহিনী আদি ৰসাল ৰূপত দেখিবলৈ পোৱা যায়। তেওঁ সাহিত্যৰ ৰচনা-ৰীতিত বুৰঞ্জীৰ বৰ্ণনাইয়ো সাহিত্যৰ মৰ্যাদা ৰূপত পাঠকৰ মনত ওজস্বী গুণ প্ৰকাশ কৰে—স্বদেশ প্ৰেমৰ অনুভূতি-আৱেগে পাঠকৰ মনত সোঁৰৰাই দিয়ে স্বদেশ আৰু স্বজাতিৰ প্ৰাণময় কথা। "অসমৰ বিহু আৰু প্ৰাকৃতিক দৃশ্য" সম্পৰ্কে বেণুধৰ শৰ্মাই তেওঁৰ সমসাময়িক আন এজন সাহিত্যিকৰ কথা প্ৰায়ে উল্লেখ কৰিছিল। সেইজনেই আছিল স্বৰ্গীয় গণেশচন্দ্ৰ হাজৰিকা। গণেশ হাজৰিকাই লিখা উক্ত প্ৰবন্ধটিয়েই অসমৰ বিহু সম্পৰ্কে শ্ৰেষ্ঠ প্ৰবন্ধ বুলি শৰ্মাদেৱে কৈ গৈছে। শৰ্মা ডাঙৰীয়াই নিজেও 'অসমৰ বিহু' বুলি এটি উপাদেয় প্ৰবন্ধ লিখিছিল। তাত স্বদেশ প্ৰেমৰ ওজস্বীতা প্ৰকাশ পাইছে এনেকৈ: "যিথন দেশৰ উত্তৰ কূল, দক্ষিণ কূলৰ চৰণযুগল বৰ লুইত-শ্ৰীলুইত, ধনশিৰী, সোৱনশিৰীৰ পুণ্য তোয়াৰে ধৌত-বিধৌত, আৰ্যসকল পোনেই সোমাব নোৱৰা বাবে যিথন দেশে মহাকান্তা নাম পাইছিল, যি দেশে নাম লৈছিল প্ৰাগজ্যোতিষ, য'তে ব্ৰহ্মাই প্ৰথম নক্ষত্ৰ স্ৰজন কৰিছিল, যিথন দেশে কাম দেৱতাক পুনৰ জন্ম দি কামৰূপ নাম লৈ ভূভাগৰ ভাৰতবৰ্ষ জলমলাই আছিল, যাৰ সীমা কোচবেহাৰ, ৰংপুৰ, জলপাইগুৰি, ত্ৰিপুৰা ছেৰাই নেপাল, বিহাৰলৈকে বিস্তৃত আছিল, য'ত শংকৰৰ বা ব্ৰাগহইৰ মহাশ্ৰম আছে, য'ৰ সৰোবৰৰ পাৰৰ হৰৰ বিশাল, মনোৰম পুৰী নৃত্য-গীতৰ বাদ্যভাণ্ডৰে আকাশ-পাতাল মুখৰিত হৈছিল আৰু য'ৰ দেৱতা দানৱ-কিন্নৰ প্ৰমথসকলে সেই নৃত্য-গীত নিৰন্তৰে অবিশ্ৰান্ত গাই আছিল আৰু কিৰাত কুৰাছ গন্ধৰ্ব-কিন্নৰৰ অলৌকিক ঐতিহ্যই যিথন দেশক বিনন্দীয়া কৰি থৈছিল, সেইথন দেশৰে তেজে-মঙহে লাগি থকা জাতীয় উৎসৱেই বিহু। আগৰ বিৰাট আৰু বিপুল শক্তি সমাৰোহ খীণাই শুকাই হাড়ত থোৱা হ'ল অক্ষৌহিণীৰ শূন্যবোৰ সৰি সৰি সপ্তশূন্যত পৰিণত হ'লগৈ, তথাপি প্ৰাচীনতম সংস্কৃতিৰ যে বিলোপ সাধন নহয় আৰু তাৰ যে পৰাজয় নাই—এই কথাকে বুকু ডাম্ফি, দুই বাহু দাঙি ঘোষণা কৰিবলৈ আৰৰ পৰ্বতৰপৰা কুঞ্জগিৰি

পৰ্বতলৈকে চকুকী ঘূৰিয়া সকলোবে অন্তৰত বহুবি বিহুৰ দিনা মৰম-চেনেহ, সাদৰ-সম্ভাষণ, ৰং-ধেমালি আৰু ভক্তি ও প্ৰণত উথল মাথল লাগে।" শৰ্মাৰ ভাষাৰ এই ওজস্বী গুণে আমাৰ মনলৈ স্বাভাৱিকতে আনি দিয়ে জন্মভূমিৰ বিশালতাৰ কথা। একালে কৈ দিয়ে আমাৰ জাতীয় জীৱনৰ দুৰ্বলতাৰ কথা, আনহাতে দুবাহু দাঙি আমাক উদ্‌গাই দিয়ে স্বদেশৰ কলা-সংস্কৃতিৰে আগবাঢ়ি যাবলৈ। ইয়াতেই আছে শৰ্মাৰ ৰচনাশৈলীৰ শক্তিশালী গুণ।

আহোমৰ শাসনকালত গঢ় লৈ অৱশেষত বৃটিছৰ আমোলত থান-বান্ হৈ যোৱা প্ৰাচীন অসমীয়া সমাজখনৰ বুৰঞ্জীৰ পমখেদি শৰ্মা ডাঙৰীয়াৰ অনুসন্ধিৎসু মনটো তাতেই কুৰুকি কুৰুকি সোমাই আছিল। মনৰ মাজত অতীত মাধুৰীকে সাঁচি সামৰি লৈ শৰ্মা ডাঙৰীয়াই সততে আমাক সোঁৱৰাই দি আছিল অসমীয়া জাতীয় চেতনাৰ আকুল সজাগতা। উঠি অহা প্ৰত্যেকজন অসমীয়া লেখকক হাড়ে-হিমজুৰে, ভাৱনা-চিন্তাই, কথাই কামে অসমীয়া হৈ চলিবলৈ উদ্‌গাই দিছিল।

অসমীয়া সমাজখনত মানুহৰ চলন-ফুৰণ, ধৰণ কৰণ আৰু চেহেৰা পাতি কেনেকুৱা তাৰ নিখুঁত বৰ্ণনা শৰ্মা ডাঙৰীয়াই 'কংগ্ৰেছৰ কাচিয়লি ৰ'দত'ৰ একো একোটি চৰিত্ৰ অঙ্কনত সুন্দৰকৈ ফুটাই তুলিছে শব্দ-বিন্যাসৰ অভিনৱ গাঁথনিৰে ; যেনে—'বাবুলা অহা শুনি বাইজে মতালতো চিংফৌৰে নাহো-নথওঁ কৰিছিল। কিন্তু তেওঁৰ ৰবপুতেক মিহিৰামে কলত যেনিবা গা লৰিল। লৰা-লৰিকৈ মুৰৰ পাহকটা দীঘল পকা চুলিখিনি মিহিকৈ আচুৰি, ফুলকলি যেন খোপাৰ গাঁঠিটো গলধনত পেলাই, লুইতপৰীয়া বহুৱাফুল যেন বগা ডাঠ গোঁফ কোচা ফনিয়াই, মুগাৰ দীঘপাতৰ বানি দিয়া চুৰিয়া এখনি কঁকিলাসজীয়া গাৰ চিএগা কৰ্কালতিত লিপিত খুৱাই পিন্ধি, কঁকালত ফুলাম টঙালি এডালি বান্ধি, ডিঙিত মতামণি এধাৰ আৰু কাণত লংকেক এযুৰি আঁৰি লচ্‌পচ্‌কৈ চিংফৌ থহুৱা মেলত ওলালহি।'

মৃত্যুৰ আগদিনালৈকে বেণুধৰ শৰ্মাই মণিৰাম দেৱানৰ কথাকে কৈ কৈ নিশ্বাস-প্ৰশ্বাস পেলাইছিল। তেওঁ কৈছিল, "মণিৰাম দেৱানেই মোৰ জীৱন আৰু মণিৰাম দেৱানেই মোৰ তেজ।" আচৰিত কথা বুটিছে মণিৰাম দেৱানক ২৬ ফেব্ৰুৱাৰী দিনা ফাঁচি কাঠত তুলি মৃত্যুদণ্ড বিহিছিল আৰু

সেই একেটি ভাবিথতে মণিৰাম দেৱানৰ কথা কৈ বেণুধৰ শৰ্মাইও চকু মুদিলে।

অসমীয়া জীৱনৰ নিভাঁজ বাৰ্তাবাহক এই বুৰঞ্জীবিদ কাৰিকৰজনেই অসমৰ গৌৰৱৰ কথা কৈ কৈয়ে আজীৱন কটাই দিলে।

সময়ে পুৰণি কৰিব নোৱৰা এই প্ৰতিভাশালী লেখকজনে কথা-সাহিত্যৰ বস কোনো সংস্কৃত শব্দ প্ৰয়োগ নকৰাকৈ কেনেকৈ সাহিত্য সৃষ্টি কৰিব পাৰি আমাক দেখুৱাই গ'ল।

# চিৰ খ্যাতিমন্ত বেণুধৰ

শ্ৰীদধি মহন্ত

অসমীয়া ভাষা সংস্কৃতিৰ ভেটি সুদৃঢ় কৰি বন্ধাৰ ক্ষেত্ৰত অবিস্মৰণীয় অৱদান আগবঢ়াই যোৱা ড° বাণীকান্ত কাকতীদেৱে অসমৰ ভাষা-সংস্কৃতিৰ সাধকসকলৰ উদ্দেশ্যে সাহিত্যৰথী বেজবৰুৱাৰ ৰচনাৱলী পঢ়াৰ প্ৰয়োজনীয়তা সম্পৰ্কে পৰামৰ্শ দিছিল এই বুলি—"ড° জনছনে ইংৰাজী লিখক এডিছনৰ ৰচনা পদ্ধতি প্ৰশংসা কৰি কৈছিল যে যিসকলে নিভাঁজ, প্ৰাঞ্জল অথচ সৰস ইংৰাজী লিখিব খোজে সেই সকলে আগেয়ে এডিছনৰ ৰচনাৱলী ভালকৈ পঢ়ি ল'ব। অসমত নিজক বাদ নিদিয়াকৈ সকলো অসমীয়া লিখকক ক'ব খোজোঁ, বেজবৰুৱাৰ ৰচনা পদ্ধতিৰ প্ৰতি মন নিদিয়াকৈ অসমীয়া লিখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা হ'ব।"

ড° কাকতীয়ে বেজবৰুৱাৰ ৰচনা পদ্ধতিৰ প্ৰতি লক্ষ্য ৰখাৰ পৰামৰ্শ দিয়াৰ কাৰণ সম্ভৱতঃ আছিল এয়ে যে প্ৰত্যেক ভাষা-সংস্কৃতিৰ স্বকীয় বৈশিষ্ট্য হ'ল ইয়াৰ জতুৱা ঠাঁচ আৰু বেজবৰুৱাৰ ৰচনাসমূহ আছিল তাৰেই নিখুঁত চানেকী। লেখকৰ ধাৰণা বেজবৰুৱাৰ পিছত ড° কাকতীৰ সেই পৰামৰ্শ গ্ৰহণ কৰিব পৰাৰ ক্ষেত্ৰত শ্ৰেষ্ঠ অৱদান আগবঢ়াই যোৱা সাহিত্য-সাধক আছিল বেণুধৰ শৰ্মা।

যোৱা শতিকাৰ শেষ ভাগত জন্মগ্ৰহণ কৰা যিসকল স্মৰণীয় পুৰুষে অসমৰ ভাষা-সংস্কৃতিৰ প্ৰতি যুগমীয়া অৱদান আগবঢ়াই গৈছে বেণুধৰ শৰ্মা আছিল সেইসকলৰ অন্যতম। কিন্তু কেইটামান ক্ষেত্ৰত তেখেতৰ বৈশিষ্ট্য আছিল বিৰল।

প্ৰথম বৈশিষ্ট্য হ'ল তেখেতৰ ৰচনা পদ্ধতিৰ নিভাঁজ জতুৱা ঠাঁচ। কেৱল ৰচনাৰ ক্ষেত্ৰতে নহয়; কথা-বতৰা, ৰাজহুৱা ভাষণ সকলোতে তেখেতে অসমীয়া ভাষাৰ লগত জনসাধাৰণৰ বোধগম্য নোহোৱা কোনো বিদেশী শব্দ ব্যৱহাৰ নকৰিছিল। তেখেতৰ কথা-বতৰাৰপৰা চিন্তা গধুৰ প্ৰবন্ধ বা ইতিহাস লিখালৈকে সকলোতে সেই বৈশিষ্ট্য বিৰাজমান।

দ্বিতীয় বৈশিষ্ট্য হ'ল যোৱা শতিকাত জন্মগ্ৰহণ কৰি বৰ্তমানলৈকে যি কেইজন সাধকে অসমীয়া ভাষা-সংস্কৃতি সমৃদ্ধ কৰি গৈছে বা কৰি আছে সেইসকলৰ

প্ৰায় সকলো ক্ষেত্ৰত দেখা যায় যে হয় কোনোজন আছিল যি কোনো ধৰণৰ চৰকাৰী বিষয়া, নতুৱা প্ৰত্যক্ষ বা পৰোক্ষভাৱে এনে ব্যৱসায়ৰ লগত জড়িত যাৰ-পৰা পাৰিবাৰিক জীৱনত বিশেষ অসুবিধাৰ সন্মুখীন হ'ব লগা নহৈছিল। কিন্তু বেণুধৰ শৰ্মা আছিল তাৰ ব্যতিক্ৰম। অসমীয়া ভাষা-সাহিত্যৰ সৰ্বাঙ্গীন বিকাশৰ প্ৰচেষ্টাত আত্মনিয়োগ কৰাই আছিল তেখেতৰ আজীৱন সাধনা। এই ক্ষেত্ৰত প্ৰয়াত অম্বিকাগিৰী ৰায়চৌধুৰীৰ নাম মাথোন শৰ্মাদেৱৰ লগতে মনলৈ আহে।

তৃতীয় বৈশিষ্ট্য হ'ল, দুই শতিকাৰ দোমোজাৰ যিসকল ভাষা-সংস্কৃতিৰ সাধক—বেজবৰুৱা, গোঁহাঞিবৰুৱাকে ধৰি বেছি সংখ্যকৰে ক্ষেত্ৰত ভাৰতৰ মুক্তি সংগ্ৰামে, অসহযোগ আন্দোলনে, ৰাজনৈতিক আৰু সাংস্কৃতিক মনোজগতত যি নতুন প্ৰবাহৰ সৃষ্টি কৰিছিল সেইসকলৰ অৱদানত তাৰ আলেখ্য অতি গৌণ। কিন্তু ৰায়চৌধুৰী আৰু বেণুধৰ শৰ্মা আছিল বৌদ্ধিক আৰু কায়িক উভয় প্ৰকাৰে মুক্তি সংগ্ৰাম আৰু সংস্কৃতি সাধনাত আত্মনিয়োগ কৰা সৈনিক। সেয়ে তেখেত-সকলৰ সাহিত্য সৃষ্টি আছিল সম্পূৰ্ণ উদ্দেশ্যধৰ্মী আৰু যোগ্য আসন পোৱাৰ কাৰণে স্বকীয় মৰ্যাদাত প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা।

বেণুধৰ শৰ্মাৰ ক্ষেত্ৰত প্ৰকাশ পোৱা আন সকলোৰেপৰা পৃথক অন্য এক বৈশিষ্ট্য হ'ল অসমীয়া ভাষা-সংস্কৃতি, ইতিহাস-ইতিকথাৰ সমলৰ সন্ধানত শদিয়াৰ-পৰা ধুবুৰীলৈকে সকলো নগৰ আৰু প্ৰধান অঞ্চলৰ উপৰিও অতি আওহতীয়া ঠাইলৈকো গৈ সঁকুৰা সংগ্ৰহ কৰা! বোধকৰোঁ আগৰ চামৰ সংস্কৃতি-সাধকসকলৰ ভিতৰত এই ক্ষেত্ৰত আছিল একমাত্ৰ বেণুধৰ। পিছৰ চামতো বিষ্ণু ৰাভাৰ বাহিৰে তেনে উদাহৰণ বিৰল।

তেখেতে কেনেদৰে তথ্য সংগ্ৰহ কৰিছিল তাৰ এটি কাহিনী লেখকে জানিব পাৰিছিল লেখকৰ বিশিষ্ট বন্ধু বোকাখাট উচ্চ ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক শ্ৰীচিদানন্দ শইকীয়াদেৱৰপৰা। কাহিনী হ'ল এনেধৰণৰ—

এদিন আবেলি শ্ৰীশইকীয়াৰ দুৱাৰ-মুখৰপৰা এজনে মাত দিলে, "শইকীয়া বোপা আছানে?" ওলাই আহি দেখে, হাতত কেৱল লাখুটি ডালকে সম্বল কৰি বেণুধৰ শৰ্মা ঠিয় হৈ আছে। আগতে কোনো খবৰো দিয়া নাছিল। বোকাখাটত সেইসময়ত কোনো ৰাজহুৱা সভা সমাৰেশ অনুষ্ঠিত হোৱা নাছিল যাৰ কাৰণে শৰ্মাদেৱৰ আগমন অপ্ৰত্যাশিত নাছিল। তথাপি তেখেতক দেখি শ্ৰীশইকীয়াই নিগমৰ বাছত কিবা বিজুটি ঘটা বুলিয়ে মনতে ধৰি লৈছিল।

সশ্ৰদ্ধ সম্ভাষণেৰে তেখেতক আদৰণি জনোৱাৰ পাছত জানিব পাৰিলে তেখেতৰ আগমনৰ উদ্দেশ্য বোকাখাট, সুমলীগড় আদি সম্পৰ্কে তথ্য সংগ্ৰহ। কেৱল বোকাখাট নাম কেনেকৈ হ'বলৈ পালে তাৰে ব্যাখ্যা নহয়, শ্ৰীশইকীয়াৰ গাঁওখনৰ নাম ম'হ-মাইকী গাঁও কিয় হ'ল তাৰ আঁতিগুৰিও ল'লে। তেখেত বোধহয় শ্ৰীশইকীয়াৰ ঘৰত দুদিন আছিল। কিন্তু লক্ষ্য কৰিবলগীয়া কথা যে বয়সৰ বেলি ভাটি দিয়া এজন প্ৰখ্যাত ব্ৰাহ্মণে শ্ৰীশইকীয়াৰ ঘৰত একে পাগতে আহাৰ কৰিছিল। বয়সীয়া বহু চৰকাৰী কৰ্মচাৰীয়ে কৰ্মস্থান বা অসমৰ বাহিৰত হোটেল বা অন্য ঠাইতো খোৱা-মেলাত আপত্তি নকৰিলেও নিজৰ অঞ্চল, বিশেষকৈ গাঁৱত নৈষ্ঠিকতাৰ পৰাকাষ্ঠা প্ৰদৰ্শন কৰাত কাৰ্পণ্য নকৰে। কিন্তু বেণুধৰ শৰ্মা সেই দুমুখীয়া 'নৈষ্ঠিকতা'ৰপৰা আছিল মুক্ত। তেনেদৰেই তেখেতে সংগ্ৰহ কৰিছিল অসমত ইমুৰ-সিমুৰ জুৰি সিঁচৰতি হৈ থকা ইতিহাসৰ মণি-মুকুতা আৰু সাহিত্য সেৱাৰ সম্ভাৰ।

[ দুই ]

সমাজ আৰু তাৰেই স্বাক্ষৰ বহনকাৰী ভাষা সংস্কৃতিৰ গতি পৰিবৰ্তনধৰ্মী। এনে পৰিবৰ্তনৰ পৰিণতিত বিজ্ঞান, প্ৰযুক্তিবিদ্যা, প্ৰত্যেককে প্ৰত্যেকে নিবিড়ভাৱে জনাৰ প্ৰয়োজনত হয়তো এনে অৱস্থাও এদিন মানৱ সমাজত আহি পৰিব তেতিয়া সকলোৰে কাৰণে হ'ব সকলোৰে বোধগম্য এক নতুন ভাষা। কিন্তু বৰ্তমান স্তৰ প্ৰত্যেক জাতিৰ স্বকীয় বৈশিষ্ট্যৰে জাতীয় বিকাশৰ প্ৰচেষ্টাৰ যুগ। ভাষা সংস্কৃতিৰ ক্ষেত্ৰতো সেই বৈশিষ্ট্যৰ ৰক্ষাকবচ হ'ল জতুৱা ঠাঁচ। বেণুধৰ শৰ্মাৰ ৰচনা-শৈলীত যে সেই প্ৰয়াস স্পষ্ট সেই কথা আগতে উল্লেখ কৰা হৈছে।

প্ৰত্যেক ভাষা-সংস্কৃতিয়েই আদি আৰু অকৃত্ৰিম অৱস্থাত নাথাকে। প্ৰব্ৰজন আৰু ব্যৱহাৰিক প্ৰয়োজনে বহু নতুন আহিলাৰ যোগান ধৰি ভাষা-সংস্কৃতিক সমৃদ্ধ কৰে। সংমিশ্ৰণৰ যোগে সমৃদ্ধি সাধনেই ভাষা-সংস্কৃতিৰ বিকাশ-গতি। কিন্তু সমল গ্ৰহণ-বৰ্জনৰ সময়ত নিজৰ ভাষাৰ শব্দ, খণ্ডবাক্য, ক্ৰিয়া আদি সুন্দৰভাৱে ভাৱ প্ৰকাশৰ কাৰণে থকা সত্বেও তাৰ প্ৰতি অৱহেলা কৰি, ভাষাৰ বৈশিষ্ট্য, নিজস্ব ব্যাকৰণ আৰু জতুৱা ঠাঁচ বিসৰ্জন দিয়াৰ যোগে ভাষা-সংস্কৃতি সমৃদ্ধ নহৈ শক্তি হেৰুৱাৰ আশঙ্কাই বেছি। বেণুধৰ শৰ্মা আছিল এই

ক্ষেত্ৰত অতন্দ্ৰ প্ৰহৰী স্বৰূপ। ঘৰুৱা আলোচনা বা কথা-বতৰাৰ উপৰিও আনকি ৰাজহুৱা সভা-সমাবেশতো কোনোৱে তেনে জোৰা-টাপলি মৰা ভাষা ব্যৱহাৰ কৰা দেখিলে তেখেতে লগে লগে তাৰ প্ৰতিবাদ কৰিছিল।

কেৱল কথা-বতৰা বা নিজস্ব লেখাৰ ক্ষেত্ৰতে জতুৱা ঠাঁচ ৰক্ষা কৰা সম্পৰ্কে যে তেখেত সচেতন আছিল তেনে নহয়। অনুবাদৰ ক্ষেত্ৰতো তেখেতে আক্ষৰিক অনুবাদৰ পৰিৱৰ্তে সচৰাচৰ চলিত কথাৰে বিষয়টো বুজিব পৰাৰ প্ৰতি কেনেদৰে গুৰুত্ব আৰোপ কৰিছিল তাৰ এটি উদাহৰণ তেখেতে তুলি ধৰিছিল—প্ৰথমতে অসমলৈ অহা ইংৰাজ কৰ্মচাৰীয়ে কেনে যত্ন সহকাৰে অসমীয়া শিকিছিল তাৰ এটি উদাহৰণৰ যোগে। উদাহৰণটি হ'ল—বৃটিছ আমোলৰ প্ৰথম চোৱাত শিৱসাগৰৰ এটি চৰকাৰী কামৰ কাৰণে দুজন প্ৰাৰ্থীৰ পৰীক্ষা লোৱা হয়। প্ৰাৰ্থী দুজনৰ এজন আছিল সুপ্ৰসিদ্ধ ফণিধৰ চলিহাদেৱ আৰু আনজন আছিল কেম্ব্‌বেল নামৰ এজন চাহাব। পৰীক্ষাৰ বিষয় আছিল এটি ইংৰাজী বাক্যৰ অসমীয়া অনুবাদ। বাক্যটি আছিল "Look before you leap." চলিহাই অনুবাদ কৰিলে "জাপ মাৰিলে চাই জাপ মাৰিবা।" আৰু কেম্প্‌বেল চাহাবে কৰা অনুবাদ হ'ল "নেচাই ডেলে গালৈকে ঘাটি।" কামটো পালে কেম্প্‌বেল চাহাবে। চলিহাই অনুবাদ চাবলৈ বিচৰাতে জানিলে কেম্প্‌বেলে অনুবাদ সহ নম্বৰ পাইছিল এশৰ ভিতৰত সত্তৰ আৰু চলিহাই পাইছিল এশৰ ভিতৰত ত্ৰিশ। অনুবাদৰ পাৰ্থক্য দেখি উদাৰ মনৰ চলিহাই মন্তব্য কৰিছিল যে তেখেতৰ ত্ৰিশটা নম্বৰো কেম্প্‌বেল চাহাবেই পোৱা উচিত আছিল। কথাটি শৰ্মাদেৱে উল্লেখ কৰিছে 'অৰ্ঘ্যাৱলী' গ্ৰন্থত। বেণুধৰ শৰ্মাই নিজে অনুবাদতো তেনে জতুৱা ঠাঁচৰেই ব্যৱহাৰ কৰিছিল।

বৰ্তমানে কথা-বতৰ বা লিখাত এনে বহু শব্দ বা বাক্য ব্যৱহাৰ কৰা হয় য'ত কেৱল সুৱলা সৰল-সহজ নিজা অসমীয়া শব্দ থকা অৱস্থাতো অন্য ভাষাৰ শব্দকে ব্যৱহাৰ কৰাই নহয়, অসমীয়া ব্যাকৰণৰ প্ৰতিও সমুলি লক্ষ্য ৰখা নহয়। "ঠিক আছে", "ক'ত যাবা", "বিষ্টুৰাম", "পদ্মধৰ", "ছিপছাগৰ" আদি শব্দ—শব্দ বা বাক্যৰ প্ৰয়োগ, অসমীয়া ভাষাত ভাত ৰন্ধা, চাহ কৰা, ঘৰ সজা, জেওৰা দিয়া, মন্ত্ৰী পতা আদি প্ৰত্যেক ক্ষেত্ৰত প্ৰযোজ্য স্বকীয়া ক্ৰিয়াৰ পৰিৱৰ্তে আজিকালি ভাত বন্ধা, ঘৰ সজাবপৰা আৰম্ভ কৰি মন্ত্ৰীলৈকে সকলো "বনোৱা" হৈ পৰাৰ যোগে বা তেনেধৰণৰ আন শব্দৰ প্ৰয়োগৰ যোগে আমাৰ অসমীয়া

ভাষাৰ স্বকীয়তা ৰক্ষা কৰা হৈছে নে বিসৰ্জন দিয়া হৈছে সেই কথা সুধীসকলৰ গভীৰভাৱে বিবেচনাৰ সময় আহি পৰিছে।

লেখকৰ ধাৰণা যে টেঙা, জালুকীয়া, আদখৰীয়া খাই থকা অসমীয়াই "লৰৰা" খাবলৈ ঘৰতে হঠাৎ আৰম্ভ নকৰিলে নতুন ৰান্ধনীয়ে অন্ততঃ অসমীয়া জুটি লগাই ৰান্ধিবলৈ শিকাৰ সম্ভাৱনা আছে। ভাষা-সংস্কৃতিৰ ক্ষেত্ৰত ইতিহাস, প্ৰবন্ধ, গল্প আদি সকলো ক্ষেত্ৰতে বেণুধৰ শৰ্মা আছিল জতুৱা ঠাঁচৰ জীৱন্ত প্ৰতীক।

[ তিনি ]

ভালকৈ মনত নাই। সম্ভৱতঃ ১৯৩৩ নহ'লে ১৯৩৪ চনৰ কথা। লেখক সেই সময়ত উচ্চ ইংৰাজী বিদ্যালয়ৰ অষ্টম কি নৱম মানৰ ছাত্ৰ। তেতিয়ালৈকে অসম উপত্যকাত মাত্ৰ দুখন মহাবিদ্যালয়। কটন মহাবিদ্যালয় আৰু যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়। বৰ্তমানে বিভিন্ন ছাত্ৰ সংগঠন গঠিত হৈছে আৰু তাৰ প্ৰধান অংশ হ'ল বিশ্ববিদ্যালয় আৰু শতাধিক মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী-সকল। কিন্তু ত্ৰিশ দশকলৈকে অসমত ছাত্ৰসকলৰ সংগঠন আছিল একমাত্ৰ "অসম ছাত্ৰ সন্মিলন" আৰু তাৰ মূল শক্তি আছিল উচ্চ ইংৰাজী বিদ্যালয় বা স্থানীয় ভাৱে গঠিত ছাত্ৰ সন্মিলনসমূহ। লেখক তেতিয়া আছিল স্থানীয় কৰঙা ছাত্ৰ সন্মিলনৰ সম্পাদক।

আইন অমান্য আন্দোলনৰ পিছৰপৰা অসমত ৰায়ত সভা, ছাত্ৰ সন্মিলন, যুৱক সভা আদিৰ সংগঠন ব্যাপক গতিত বাঢ়ি আহে। শ্ৰদ্ধেয় শিক্ষক শ্ৰীযুত শশীচন্দ্ৰ বৰবৰুৱাদেৱে সেই সময়ত বিভিন্ন সভা-সমিতিত তেখেতৰ কেইজনমান লগৰীয়াৰে সৈতে লগলাগি সকলোৱে কৰতাল বজাই "বৰফুকনৰ গীত" পৰিবেশন কৰা দেখা পাই লেখকেও কেইজনমান লগৰীয়াৰে স্থানীয় সভা-সমিতিত সেই গীতৰ আবৃত্তি কৰিছিল। কৰঙাত অনুষ্ঠিত এক ৰায়ত সভালৈ শৰ্মাদেৱ আহোঁতে লেখকে লগৰীয়া সকলৰেসৈতে পৰিৱেশন কৰা বৰফুকনৰ গীত শুনি তেখেতৰ নিজৰ ঠাই চাৰিঙত তেখেতৰ উদ্যোগতে কেইবছৰমান আগৰপৰা অনুষ্ঠিত হোৱা "মণিৰাম দেৱান স্মৃতি উৎসৱ", "লাচিত বৰফুকন স্মৃতি দিৱস", "জয়মতী স্মৃতি দিৱস" আদিৰ কেইদিনমান পিছতে হ'ব লগা এক অনুষ্ঠানলৈ লেখকক লৈ যায়। পঢ়াশলীয়া ছাত্ৰৰ প্ৰতি তেখেতৰ এনে স্নেহত লেখক

অভিভূত হৈ পৰিছিল। লেখকক লগত নি ঘৰত ৰাখি চাৰিওৰ বিশিষ্ট লোকসকলক পৰিচয় কৰি দিছিল। সেই সময়ত মনত ধাৰণা হৈছিল যে পঢ়াশলীয়া ছাত্ৰক প্ৰেৰণা দিয়াৰ কাৰণেই তেখেতে লেখকৰ প্ৰতি তেনেদৰে স্নেহ প্ৰদৰ্শন কৰিছিল। কিন্তু বৰ্তমান বিশ্লেষণ কৰি ধাৰণা হৈছে, কেৱল সেয়ে নহয়, তেখেতে ভাষা সংস্কৃতিৰ যোগেদিও জাতীয় প্ৰেৰণাৰ উৎস প্ৰকাশ পোৱা যি কোনো বিষয়কে গুৰুত্ব সহকাৰে মূল্য দিয়াৰ নিদৰ্শন হিচাপেই লেখকক লগত নিয়াৰ আছিল প্ৰধান কাৰণ। তেখেতৰ সমগ্ৰ জীৱনত এনে সকসুৰা বহু ঘটনাই সেইকথা প্ৰমাণ কৰে। এনেদৰেই প্ৰবীন নবীন সকলোৰে প্ৰতি লক্ষ্য ৰাখি প্ৰয়োজনীয় প্ৰেৰণাৰ যোগান ধৰাৰ উদাহৰণ সাংস্কৃতিক, ৰাজনৈতিক বা সামাজিক নেতাসকলৰ ক্ষেত্ৰত বৰ বেছি দেখা নাযায়। তাৰ পিছত প্ৰায় আঠেকুৰি বছৰ পাৰ হৈ গ'ল। শ্ৰদ্ধেয় শৰ্মাদেৱৰ লগত বহুবাৰ বিভিন্ন ঠাইত দেখা হৈছিল। একাধিক বাৰ তেখেতৰ গুৱাহাটীৰ বাসভৱনলৈ গৈয়ো শ্ৰদ্ধা জনোৱাৰ সৌভাগ্য ঘটিছিল। কিন্তু প্ৰত্যেক বাৰেই দেখা পাইছিলোঁ তেখেতৰ সেই প্ৰায় আঠেকুৰি বছৰৰ আগৰ দৰেই অন্তৰৰ আদৰ-চেনেহ। এবাৰ মোৰ ৰবদাদা শ্ৰীযুত মোহনচন্দ্ৰ মহন্তদেৱৰ লগত গৈ সম্ভৱতঃ ১৯৮০ চনৰ ভিতৰতে তেখেতক দেখা কৰিছিলোঁ। বহুদিনৰ মূৰত পুৰণি এজন সহকৰ্মী পাই তেখেতে বহু কথাই পাতিছিল। ৰবদাদা আছিল আইন-অমান্য আন্দোলনৰ সময়ত জাতীয় কংগ্ৰেছৰ নিৰ্দেশ অনুসৰি তেতিয়াৰ অসমৰ একমাত্ৰ বাতৰি কাকত "অসমীয়া" কাকতৰ সম্পাদক। তেতিয়াৰপৰাই উভয়ে পৰিচিত। তাৰ পিছতো অসম ৰায়ত সভাৰ এজন নেতা হিচাপেই দাদাৰ লগত বোধহয় একাধিক সভা-সমিতিত লগ হৈছিল।

তেখেতৰ লগত হোৱা বহুবাৰ দেখা-সাক্ষাতৰ ভিতৰত এদিনৰ এটি কথা আজিও মনত আছে। গুৱাহাটীৰ দীঘলী পুখুৰীৰ পাৰত হঠাৎ দেখা। ১৯৪৭ চনৰ জহকালি। সেই বছৰতে লেখকৰ সম্পাদনাত অসমত কমিউনিষ্ট পাৰ্টিৰ মুখপত্ৰ "নতুন অসম" প্ৰকাশ হৈছিল। তাৰে কোনোবা এটা সংখ্যাত অসমৰ ৰাজনৈতিক আকাশত দেখা দিয়া এক আশঙ্কাজনক বিষয় সম্পৰ্কে লেখা সম্পাদকীয়ৰ শিৰোনামা আছিল "পানীগছা"। তেখেতে কাৰোবাৰ ঘৰত "নতুন অসম" দেখা পাইছিল আৰু সেই দিনাই পঢ়ি আহিছিল। মোক দেখা পায়ে পিঠিত এক মৰমৰ ঢকা মাৰি কৈছিল যে "পানীগছা" তেখেতে

পঢ়িছে। শিৰোনামা অতি অৰ্থপূৰ্ণ হোৱাৰ বাবে সন্তোষ প্ৰকাশ কৰি আনকো সম্পাদকীয়টো পঢ়িবলৈ কোৱা বুলি তেখেতৰপৰা জানি কৃতজ্ঞতা আৰু আনন্দত অন্তৰ উপচি পৰিছিল।

১৯৮১ চনৰ ১৩ জানুৱাৰী। তেখেতৰ অসুস্থতাৰ খবৰ পাই অধ্যাপক নৱকান্ত বৰুৱা, কবি হীৰেন্দ্ৰনাথ ভট্টাচাৰ্য আৰু এই লেখক তিনিও তেখেতক দেখা কৰাৰ মানসেৰে গ'লোঁইক। গৈ পোৱাৰ লগে লগে তেখেতৰ বৰ পুত্ৰ অধ্যাপক অজিতকুমাৰ শৰ্মা এম-পিয়ে আমাক আগজাননী দিলে যে তেখেতে বেছি সময় কাৰো লগত কথা নাপাতে। তেখেতৰ যে স্মৰণ শক্তি কিছু কমি আহিছে তাৰ আভাসো দিলে।

আমি তেখেতক আমাৰ পৰিচয় দিলোঁ। চিনি পোৱা বুলি শলাগিলে। পুৰণি কথা মনত থকাৰ প্ৰমাণ চোৱাৰ কাৰণেই মোৰ নিজা ঠাই কৰঙাত বহু হাজাৰ ৰাইজৰ সমাবেশত হোৱা ৰায়ত সভালৈ তেখেত অহাৰ কথা উল্লেখ কৰিলোঁ। তেখেতে 'আপোন-ভোলা হাঁহি এটিৰে মুখমণ্ডল বিয়পাই উত্তৰ দিলে—"মনত আছে"। অধ্যাপক বৰুৱাই লগত নিয়া কথা ধৰি ৰাখিব পৰা যন্ত্ৰ (টেপ ৰেকৰ্ডাৰ)ৰ সহায়ত সেইদিনা তেখেতৰ লগত হোৱা চমু আলোচনাখিনি স্মৃতিৰ আলেখ্য হিচাপে আজিও সংৰক্ষণ কৰি ৰাখিছে। কিছু সময় ওচৰতে থাকি প্ৰথমে লগ পোৱাৰপৰা তেতিয়ালৈকে মনত খেলোৱা দুই এককথা তেখেতক সুধিলোঁ। ধাৰণা হ'ল, স্মৃতি শক্তি যেন অটুট আৰু কথা কোৱাৰ ধৰণো যেন আগৰ দৰেই আছে। এবাৰ দাদাৰ খবৰ ল'লে। এবাৰ ক'লে "বুজিছা, আমাৰ বামুনীয়া মহন্তীয়া এইবোৰ ধাৰণাৰ দিন আৰু নাই। নতুন দিন আহিবলৈ ধৰিছে। এইবোৰ নাথাকে।"

সেইদিনা আমাৰ ধাৰণা হৈছিল তেখেতৰ শাৰীৰিক অৱস্থা তেনে হোৱাৰ কাৰণ কেৱল বাৰ্দ্ধক্য। গতিকে তেখেতৰ সৈতে এইটো শেষ সাক্ষাত বুলি আমাৰ কাৰো মনত অহা নাছিল।

মাত্ৰ ১৩ দিনৰ পিছৰ কথা। ২৬ ফেব্ৰুৱাৰী তাৰিখে পুৱা আকাশবাণীৰ যোগে তেখেতৰ আকস্মিক বিয়োগ বাতৰি প্ৰচাৰিত হোৱাৰ লগে লগে বন্ধুবৰ শ্ৰীযুত ঈশানন্দ ফুকনদেৱ, গীতিকাৰ কেশৱ মহন্ত প্ৰমুখ্যে কেইজনমান সহকৰ্মীৰ লগত তেখেতৰ সুৰাগপুৰ বাসভৱন পালোঁগৈ। বাসভৱনৰ চৌহদ লোকাৰণ্য। শাৰীপাতি গৈ শান্ত, সৌম্য, ধ্যানমগ্ন যোগী যেন হৈ চিৰ-শয়নত শুই থকা

প্ৰায় তিনিকুৰি বছৰ কাল সাহিত্য, সংস্কৃতি আৰু ইতিহাসৰ সাধনাত জীৱন অৰ্পণ কৰা বেণুধৰ শৰ্মাৰ নশ্বৰ দেহত পুষ্পমাল্যৰ যোগে শেষ শ্ৰদ্ধা জনাবলৈ পোৱাৰ স্মৃতিও লেখকৰ আজীৱন সজীৱ হৈ থাকিব।

খিতাপবিহীন অথচ চিৰ খ্যাতিমন্ত বেণুধৰ শৰ্মা আজি আমাৰ মাজত নাই। কিন্তু আধা শতিকাৰো ওপৰ কাল ধৰি অসমীয়া ভাষা সাহিত্য সুপ্ৰতিষ্ঠিত কৰাৰ প্ৰয়াসত বেণুধৰে যি সুৰীয়া বেণুৰ ধ্বনিৰে অসমবাসীক অনুপ্ৰাণিত কৰি গৈছে সেয়ে ভৱিষ্যত অসমৰ বংশধৰসকলৰ প্ৰতি অফুৰন্ত প্ৰেৰণাৰ উৎস।

# পেহাদেউৰ সোঁৱৰণত

**শ্ৰীমতী নিৰুপমা ফুকন**

পূজনীয় বেণুধৰ শৰ্মা মোৰ একমাত্ৰ পেহা, অতি শ্ৰদ্ধা আৰু আদৰৰ। আমি সৰুৰেপৰা তেখেতক নানা ৰূপত দেখি আহিছোঁ। তথাপিও তেখেতৰ কথা ভাবিলে হাতত লাখুটি ডাল লৈ সদা ব্যস্ত হৈ থকা ৰূপটো মোৰ চকুৰ আগত ভাঁহি উঠে। ঘৰুৱা কথাত তেখেত যিদৰে নিৰ্বাক আছিল, সেইদৰে আন কথাত তেখেত কথাৰ থুনুপাক আছিল, যেন হাঁহিৰ ৰহঘৰা। অসমীয়া সাহিত্য সংস্কৃতিৰ বিষয়ে কোনোবাই কিবা জানিব খুজিলে তাক বুজাই দিবলৈ তেখেত সদায়েই সাজু আছিল, সকলোবোৰ কথা নিৰহ-নিপানি কৰি বুজাই দিহে তেখেতে সন্তোষ পাইছিল। ভাষাৰ ক্ষেত্ৰত কিবা আসোঁৱাহ দেখিলে তেখেতে সহি থাকিব নোৱাৰিছিল। তেখেতৰ আগত যদি কোনোবাই ন'ৰ ঠাইত নটা" বাজিছে বুলি কয়, তেখেত তৎক্ষণাত দাং খাই উঠে "হেৰা, টাতো কিহৰ হে? এতিয়া ন বাজিল বুলি নোকোৱা কিয়?" অসমীয়া বস্তুৰ ভেজাল নাম কলে তেখেতে বৰ বেয়া পাইছিল। 'কমলা' শব্দটো তেখেতে সহ্য কৰিব নোৱাৰে। "আমাৰ সোণতৰা আৰু সুমথিৰাৰ নিচিনা ইমান সুন্দৰ নাম থাকোতেনো বাৰু কমলাটেঙাডাল বোলা কিয়?"

লেখাৰ ক্ষেত্ৰতো তেখেত সদায় সজাগ আছিল। নিছক কিতাপত ছপাৰ কিবা ভুল দেখিলে লগে লগে শুধৰাই থৈছিল। আমাকো কেতিয়াবা কিবা কিতাপ দিবলৈ হলে পোনতে ভুলবোৰ শুধৰাইহে দিছিল। সেয়েহে মৃত্যুৰ আগনিশা তেখেতে মণিৰাম দেৱানখন লৈ শুধৰাব খুজিছিল, নহলে ভৱিষ্যতৰ সংস্কৰণত জানোচা কিবা ভুল-ভ্ৰান্তি ৰৈ যায়।

ডেকা কালৰেপৰাই তেখেতৰ 'তৰিলে দেশ মৰিলে স্বৰ্গ'ৰ পণ আছিল। ১৯২১ চনত বি. এ. পৰীক্ষা নিদি কলিকতাৰ কলেজ এৰি নিজা গাঁও চাৰিঙলৈ গুচি আহিছিল, মহাত্মা গান্ধীয়ে আৰম্ভ কৰা অসহযোগ আন্দোলনত ভাগ লবলৈ। এই পণত তেখেত কেতিয়াও পিচ হুহঁকিছিল। স্বদেশ সেৱাৰ পণত তেখেতে চৰকাৰী চাকৰীও হেলাৰঙে প্ৰত্যাখ্যান কৰিছিল। কলেজ এৰি

অহাৰ পাছত বাৰ্ণচ্ চাহাবে তেখেতক লগ পাই বৰ ভাল পাইছিল আৰু মৰম কৰি উপযাচি চাব-ডেপুটীৰ কাৰণে দৰ্খাস্ত দিবলৈ কৈছিল। কিন্তু তেখেতে পোনচাটেই অগ্ৰাহ্য কৰি উত্তৰ দিছিল—"নিদিওঁ, I don't want to bind myself hand and foot."

পৰ্বত ভৈয়ামৰ সকলো সম্প্ৰদায়ৰ মানুহেই তেখেতৰ অতি আপোন, বুকুৰ কুটুম আছিল। আমাৰ মাজত ভেদাভেদ হোৱা দেখিলে তেখেতে বৰ আঘাত পাইছিল আৰু কৈছিল "সামান্য সাম্প্ৰদায়িক আৰু ব্যক্তিগত দলীয় স্বাৰ্থৰ খাতিৰত পৰস্পৰে পৰস্পৰৰপৰা যদি আঁতৰি যাব খোজে তেন্তে সি নিজকে দুৰ্বল কৰি লোৱাৰ দৰে হব। তাকে নকৰি পৰস্পৰে পৰস্পৰৰ অভাব-অভিযোগবোৰ মুকলি ভাৱে আলোচনা কৰি আপোচ মীমাংসালৈ আহি দেশৰ শক্তি অক্ষুণ্ণ ৰাখিব পাৰিলে কাজিয়াৰ ভাববোৰ নেথাকিব।"

এই কাৰণেই তেখেতে শদিয়াৰপৰা ধুবুৰীলৈকে ঘূৰি ফুৰিছিল। কোনো কোনো ঠাইত বুৰঞ্জীৰ সমল গোটাইছিল, কৰবাত আকৌ অন্তৰ বিনিময় কৰিছিল। পৰ্বত-ভৈয়ামৰ চেনেহৰ এনাজৰীডাল যাতে শিথিল হৈ নাযায়, তাৰ কাৰণে সদায় সচেতন আছিল। তেখেতে কৈছিল, "আমি প্ৰত্যেকেই অসমীয়া—এই কথা সদায় মনত ৰাখিব লাগে। অসমৰ সকলোবোৰ জাতি মিলিহে এটা মহান জাতিত পৰিণত হৈছে। অসমীয়া জাতি যেন এটা পিয়াজ। পিয়াজ এটাৰ যেনেকৈ তৰপে তৰপে মঙহ গঠিত হয়, তেনেকৈ আমিও বিভিন্ন জাতিৰ তৰপ লগ লাগি এটা জাতিত পৰিণত হৈছোঁ।"

আজি কুৰি বছৰৰ আগৰ কথা। পেহাদেৱে বাচে বাচে বগুঁৱা বাই ইফালে সিফালে গৈ আছে। তেনেতে তেখেতৰ গা অসুখ হ'ল। গুৱাহাটীৰ হাস্পতালত কেইদিনমান থাকি এটা অস্ত্ৰোপচাৰ কৰালে। কিন্তু অলপ সুস্থ হোৱাৰ পাছত তেখেত ঘৰত বহি নাথাকিল। ঘৰৰ সকলোৱে হকাবধা নামানি আকৌ কৰ্মক্ষেত্ৰত জপিয়াই পৰিল।

ঘৰ-সংসাৰৰ প্ৰতি তেখেতৰ কোনো আসক্তি বা আকৰ্ষণ নাছিল। পাঁচোটি ল'ৰা ছোৱালী লৈ শ্ৰীযুতা পেহীদেউ পোনতে চাৰিওৰ নিজা ঘৰত আছিল—বৰ পুতেক শ্ৰীপোনা ককাইদেৱে (অধ্যাপক অজিতকুমাৰ শৰ্মা এম. পি.) শিক্ষা সাং কৰি ঘৰলৈ ঘূৰি অহাৰ আগলৈকে। উচ্চ শিক্ষা শেষ কৰি তেওঁ গুৱাহাটীৰ সন্দিকৈ কলেজ আৰু তোলা বৰুৱা কলেজত অধ্যাপনা কৰিবলৈ

নয়। তাৰ পাছত গুৱাহাটীত এটা ভাৰা ঘৰ লৈ শ্ৰীযুতা পেহীদেউক চাৰিওৰ পৰা লৈ আছে। তেতিয়াৰেপৰা তেখেতসকল গুৱাহাটীত স্থায়ীভাৱে বসবাস কৰে।

আমাৰ পেহীদেউ বৰ সহজ সৰল আৰু সৰবৰহী। পেহাদেৱে যি কামত আনন্দ পায়, তাত তেখেতে কেতিয়াও হস্তক্ষেপ নকৰিছিল। পেহাদেৱেও হয়তো নিজৰ অঘৰী জীৱনৰ কথা মনে মনে স্বীকাৰ কৰিছিল আৰু সেইকাৰণেই তেখেতেও পেহীদেউক সম্পূৰ্ণ স্বাধীনতা দিছিল। গোটেই জীৱন গৃহস্থী কৰাৰ পাছতো তেখেতসকল দুয়োৰে লাজকুৰীয়া স্বভাব আৰু সঙ্কোচ দেখি আমি বৰ আমোদ পাইছিলোঁ। সাঁচতীয়া পুথি-পাজি আৰু পুৰণিকলীয়া কিতাপ-কাকত আদিয়েই আছিল পেহাদেউৰ যথাসৰ্বস্ব। তেখেতৰ সুৰাগপুৰৰ ঘৰৰ কোঠালীটোৰ আলমাৰীত এইবোৰ সংৰক্ষণ কৰা আছিল। সেইকাৰণেই তেখেতে সেই কোঠাটো পৰিষ্কাৰ কৰিলে বা বস্তু-বাহানিবোৰত অইনে হাত দিলে বৰ টান পাইছিল। তেখেতৰ ঘৰত আলহী অতিথিৰ সমাগম থাকেই, কিন্তু তেখেতে সেইবোৰৰ একো ভু নাপায়; বৰ বোৱাৰী শ্ৰীযুতা গিনি নবৌৱে পাকৈত হাতেৰে সকলোবোৰ নিয়াৰিকৈ চলাই থাকে।

শ্ৰদ্ধাস্পদ শ্ৰীযুত তীৰ্থনাথ শৰ্মা ডাঙৰীয়াই তেখেতৰ অভিনন্দন গ্ৰন্থখনিত লিখিছে—"সাহিত্যৰ মুকলি পথাৰলৈ প্ৰথমে মোক বেণু দাইটিয়ে আনিছিল।" মোকো প্ৰথম পেহাদেৱেই মাতৃভাষাক ভালপোৱাৰ পাঠ পঢ়াইছিল। ল'ৰালি কালৰেপৰা মই সদায় দেখি আহিছোঁ, সাহিত্য চৰ্চা কৰিবলৈ পেহাদেৱে কিদৰে সকলোকে উৎসাহ উদগণি দিয়ে। মই যেতিয়া লেখাৰ কথা ভাবি তেখেতক কলোঁ, তেখেত আনন্দত অধীৰ হৈ পৰিল। মোক খুব উৎসাহ দিলে আৰু ক'লে, "বৰ ভাল কথা। লিখিবলৈ চেষ্টা কৰা। মই আছোঁ নহয়। মই চৰুত চাউল সিজাম। তুমি মাথোন আলধৰা হৈ মোক যতনাই দিবা।" তাৰ পাছৰেপৰা তেখেতে মোলৈ চিঠিৰে তাগাদা কৰি কৰি লেখা নিয়ে। সেই লেখা যেতিয়া কোনো বাতৰি কাকত নাইবা আলোচনীত ছপা হয়, তেতিয়া তেখেতে সেইটো লগে লগে কাটি মোলৈ পঠাই দি মোক প্ৰেৰণা দিয়ে—"লিখি যোৱা। অভ্যাস নেৰিবা। যেতিয়াই যিটো ভাবা বা মনত পৰে লগে লগে টুকি থবা।"

পেহাদেউ ঢুকুৱাৰ কিছুদিনৰ আগৰেপৰা তেখেতলৈ মোৰ বৰকৈ মনত

পৰিছিল, তেখেতক এবাৰ চাবলৈ আকুল আগ্ৰহ হৈছিল। তেনেতে বাতৰি কাকতত পঢ়িলোঁ তেখেতৰ গা বেয়া, তেখেত অসুস্থ। বাতৰিটো পোৱাৰ পাছতে মই গুৱাহাটীলৈ বুলি ৰাওনা হলোঁ। ১৯৮১ চনৰ ২৪ ফেব্ৰুৱাৰীৰ দিনা দুপৰীয়া মই তেখেতক চাবলৈ বুলি সুৰাগপুৰৰ ঘৰলৈ গলোঁ, তেতিয়া তেখেত বাৰান্দাত বহি আছিল। মোক দেখি পোনতে চিনিব নোৱাৰি ভুল কৰিলে। পেহীদেৱে মোৰ নামটো কোৱাত চিনি পাই ক'লে "বহা"।

তাৰ পাছত মোৰ লেখাৰ কথা তেখেতৰ মনত পৰিল। "কি লেখি আনিছা দিয়া, মই চাই দিওঁ।" মই কলোঁ, "আজি লেখা অনা নাই। আপোনাক চাবলৈহে আহিছোঁ।" তেখেতে মোৰ কথা বিশ্বাস ন'কৰে, বাৰে বাৰে মাথো মোক লেখাৰ কথা কৈ শুধৰাব খোজে। তাৰ পাছত মই লেখা দিব নোৱৰাত বিৰক্ত হৈ কয়, "তোমালোক বৰ মিছলীয়া। যোৱা, চাহ খোৱাগৈ।"

উদাৰ, দৃঢ়মনা, কৌতুকপ্ৰিয় পেহাদেউক দেখি সেইদিনা বৰ দুখ লাগিল। তেখেতৰ মুখত সেইদিনা ক্লান্তি আৰু বিষাদৰ চিন ফুটি উঠিছিল। শুনিলোঁ এই ক্ষোভ, হতাশা আৰু বেদনাৰ মূলতে আছিল তেখেতৰ অসম্পূৰ্ণ সাহিত্য চৰ্চা। পয়ত্ৰিশখনকৈ কিতাপ লিখাৰ পাছতো তেখেতৰ যেন একোৱেই লেখা নহ'ল ; লিখিবলৈ আৰু বহু থাকি গ'ল। দেশৰ কাৰণে, জাতিৰ কাৰণে আৰু অনেক কৰিবলৈ বৈ গ'ল। এই বয়সত অত্যধিক লেখা-পঢ়া কৰাৰ বাবে আজি কেইবছৰ মানৰ আগতে তেখেতৰ দৃষ্টিশক্তি ক্ষীণ হৈ গৈছিল। দিল্লীত চিকিৎসা কৰাই কিছু ভাল পাইছিল যদিও আগৰদৰে লেখিব পৰা নাছিল। লেখিবৰ কাৰণে ল'ৰা এজন ৰাখিছিল। কিন্তু আনে লেখিলে তেখেতে সুখ নাপাইছিল। তেখেতৰ ঘৰৰপৰা মই ওলাই আহোঁতে তেখেত বাৰান্দাত বৈ আছিল। মোৰ মাতিবলৈ সাহ নহ'ল। মাত লগালে যদি আকৌ মোৰ লেখাৰ কথা সুধি মনত দুখ পায়। ভাবিলোঁ তেখেতক মাত নলগাই যোৱাটো মোৰ কাৰণে অক্ষমনীয় অপৰাধ হৈছে। তথাপি মই নিৰুপায়। মনে মনে তেখেতক সেৱা জনাই তাৰপৰা গুচি আহিলোঁ। শেষ বাৰলৈ তেখেতক হেপাহ পলুৱাই চাই ভাবিলোঁ, আকৌ গুৱাহাটীলৈ আহিলে আৰু পেহাদেউৰ দৰ্শন নাপাম ; এইদৰে সাহিত্য সেৱাৰ প্ৰেৰণা দিবলৈ মোৰ কাৰণে আৰু কোনো নাথাকিব।

তেখেতক চাই অহাৰ দুদিন পাছত ২৬ ফেব্ৰুৱাৰীৰ দিনা পুৱতি নিশাতে

আমি গুৱাহাটীৰপৰা গুচি আহিলোঁ। ডিব্ৰুগড়লৈ আহি আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ সন্ধিয়াৰ আঞ্চলিক বাতৰিত তেখেতৰ মৃত্যুত শোক প্ৰকাশৰ কথা শুনি মই স্তম্ভিত হৈ পৰিলোঁ। ভাবিলোঁ, তেখেতৰ লগত মোৰ অন্তৰৰ কি যোগসূত্ৰ আছিল! নহলে মোৰ ঐকান্তিক আগ্ৰহেই তেখেতক এই দুদিন জীয়াই ৰাখিলে নেকি! এই প্ৰশ্নৰ উত্তৰ বিচাৰি নাপালোঁ। মোৰ মনটো বেজাৰেৰে উপচি পৰিল। আমাৰ অহাৰ সময়টো যদি অলপ পলমকৈ হ'লহেঁতেন! তেখেতৰ এই মহাযাত্ৰাত যদি শেষ শ্ৰদ্ধাঞ্জলি জনাব পাৰিলোঁহেঁতেন!

যিজনা মহান দেশপ্ৰেমিকে জীৱনৰ শেষ সন্ধিয়াতো 'বৰ অসম'ৰ সপোন দেখিছিল, সেইজনাৰ স্মৃতিত শ্ৰদ্ধা যাচি তেখেতৰ এইবাৰ কথা আকৌ মনত পেলাব খুজিছোঁ—"এটা পুখুৰীত মাগুৰ, চেং, গৰৈ, পুঠি, শিঙি আদি বিভিন্ন মাছ থাকিলেও মূলতঃ সকলো অসমীয়া। সকলোৱে অসমৰ জাতীয় স্বাৰ্থ পূৰণৰ কাৰণে ভেদাভেদ, হিংসা, অসূয়া আদি ভাব দূৰ কৰি জাতি গঠনৰ কামত ধৰিলে অসমখন এদিন বৰ অসম হ'ব।"

# ককাদেউতালৈ শ্ৰদ্ধাঞ্জলি

**শ্ৰীঅজয়কুমাৰ শৰ্মা**

"মণিৰাম দেৱানেই মোৰ জীৱন আৰু মণিৰাম দেৱানেই মোৰ তেজ", '৮১ চনৰ ২৫ ফেব্ৰুৱাৰীৰ ৰাতি ১১ বজাত ককাদেউতাই এইষাৰ কথা আমাক কৈছিল। কিন্তু সেইৰাতি সেইষাৰ কথা কোৱা দেউতাই যে পিছদিনা পুৱা ৮ বাজি ৫ মিনিট যোৱাৰ পিছতেই চিৰনিদ্ৰাত শুই পৰিব, আমি সপোনতো ভবা নাছিলোঁ। যিজনে মণিৰাম দেৱানক নিজৰ লেখনীৰে জীয়াই তুলিছিল সেই মণিৰামক ফাঁচিকাঠত তোলাৰ দিন ২৬ ফেব্ৰুৱাৰীকে সেইজন আমাৰ দেউতায়ো মহাযাত্ৰাৰ কাৰণে যে বাছি থৈছিল আমি ভবাই নাছিলোঁ।

আমাৰ ঘৰখন আছিল দেউতাক কেন্দ্ৰ কৰিয়েই। পুৱা টোপনিৰপৰা সাৰ পোৱাৰেপৰা দেউতা শুই উঠা, চাহ খোৱা আদি দৈনন্দিন কাম কৰা লৈয়েই ঘৰখন ব্যস্ত হৈ পৰে। যোৱা প্ৰায় তিনিমাহমান সকলো সময়তে চাই থাকিব লগা হৈছিল।

স্বৰ্গীয় বেণুধৰ শৰ্মা আমাৰ ককাদেউতা। কিন্তু ডাঙৰ বাইদেৱে সকতে দেউতা বুলি সম্বোধন কৰিবলৈ লোৱাৰ কাৰণে আমি পাঁচোটাই দেউতা বুলিয়েই মাতিছিলোঁ। সকছোৱাত দেউতা সম্বোধনত আমাৰ ভ্ৰমৰঙ্গও হৈছিল। ডাঙৰ হৈ জানিলোঁ যদিও আমি আৰু সলাই বা শুদ্ধকৈ মাতিব নোৱাৰিলোঁ; কাৰণ ককাদেউতা বুলিলে আচহুৱা যেনহে লাগে। আমাৰ দেউতা সম্বোধনটো ৰৈ গ'ল; কিন্তু দেউতা গুচি গ'ল।

দেউতা! আপুনি নানান ৰং-ধেমালি, খং-ৰাগ, মান-অভিমানেৰে আমাৰ লগত সদায় থাকি এনেকৈ ঠগি থৈ যাব বুলি আমি সপোনতো ভবা নাছিলোঁ। কেতিয়াবা আপুনি খং কৰি কিবা ক'লে আমি ভিতৰলৈ আহি ভোৰ-ভোৰাইছিলোঁ। আপুনি কৰিবলৈ কোৱা কাম আমি পৰাপক্ষত কৰি দিছিলোঁ; কিন্তু কেতিয়াবা সময়-অসময় নোহোৱাকৈ ক'লে ডাকঘৰ বন্ধ বুলি ফাঁকিও দিছিলোঁ। আপুনি কৰ্মযোগী পুৰুষ আছিল বাবে যিকোনো সময়তে কামবোৰ কৰিছিল আৰু আমিও সেইদৰে কৰাটো বিচাৰিছিল। কিন্তু যেতিয়া ৰাতি এক বজাতো ডাকঘৰত

চিঠিখন পোৱাই থৈ আহগৈ বুলি পঠাইছিল, তেতিয়া বাক আমি যাবলৈ আপত্তি কৰাটো ফাঁকি দিয়া হৈছিল জানো ? আমাক আপুনি গালি পাৰিছিল "এইবোৰ ল'ৰা অকৰ্মণ্য, অলগৰ্দ্ধ, আগলৈ কেনেকৈ খাব !" আমি তেতিয়া ভিতৰলৈ আহি হাঁহিছিলোঁ আটাইকেউটা গোট খাই। এতিয়া বাৰু এনেকৈ কোনে আমাক গালি পাৰিব ?

কিন্তু আমাৰ খঙাল দেউতা নৰেশ্বৰ মাহৰপৰা সম্পূৰ্ণ বিপৰীত হৈ পৰিছিল। আগৰ খং-ৰাগ সকলো নাইকিয়া হৈ গৈছিল। আমাৰ বৰ আচৰিত লাগিছিল। দেউতা কেনেকৈ ইমান সৰ্লান হৈ গ'ল। ইমান মিহিকৈ কথাবোৰ কবলৈ ধৰিলে—সৰু ল'ৰা-ছোৱালীৰ দৰে। আমি বৰ ভাল পাইছিলোঁ। ভাবিছিলোঁ এইদৰে থাকিলেহে চন্তালিব পাৰিম। কিন্তু দেউতাৰ তেতিয়াৰেপৰা ভ্ৰম হৈছিল। আমি দেউতাক বৰ আলফুলে পৰিচৰ্যা কৰিছিলোঁ। তেখেত বৰ দুৰ্বল হৈ পৰিছিল। অৱশ্যে নিজে দুৰ্বল বুলি কেতিয়াও নেভাবিছিল। ধৰি ধৰি এদিন মই অকলে বিচনাৰপৰা নিওঁতে পৰিব বুলি ভয়ত খুটাত ধৰি ৰ'ল। মই কলোঁ "বলক, মই ধৰিছোঁ নহয়"। তেখেতে ততালিকে মোক ক'লে, "অ' জনা আছে নহয় ধৰাটোৰ গাত কিমান 'ষ্ট্ৰেংথ্' আছে।" আমি সকলোৱে খুব হাঁহিলোঁ। মই সৰুৰেপৰা ক্ষীণ বাবে দেউতাৰ সদায় চিন্তা মোক কি খুৱালে শকত হয়। প্ৰায়েই কৈ থাকে "কাৰো খবৰ নাই, সেইটোক চাওঁতা নাই। ভালকৈ দেখুৱাব লাগে। একো খাবলৈ নিদিয়ে",—যেন মই কেও কিছু নাইকিয়া ল'ৰা এটাহে।

"নিলে—মোৰ কলমটো নিলে, ইয়াতে পইচা থৈছিলোঁ নিলে। পিন্ধি থকা চুৰিয়াখনো নিলে নহয়। চোৰবোৰৰপৰা একো এটা থ'ব নোৱাৰি।" এইবোৰ কথা দেউতাই সদায় কোৱা এতিয়া কাণত বাজি আছে। কাৰণ আমি জানো সংসাৰৰ বস্তুৰ ভঁৰালটো কোঠাৰ ভিতৰত লৈ হুঁছেই নেথাকে ক'তনো বস্তুটো আছে বিচাৰি চাবলৈ। নিজেই থ'ব, নিজেই পাহৰি হুলস্থুল লগাই দিব, ধৈৰ্যও নাই বিচাৰি দিবলৈ। এইবোৰ কথা এতিয়া ওপৰা-ওপৰিকৈ মনত পৰিছে।

অসুখত পৰাৰপৰা দেউতাই গুৱাহাটীত আছোঁ বুলি নেভাবিছিল। গধূলি হলে মোক ক'ব "আমাৰ বস্তু-বাহানিবোৰ ভালকৈ বান্ধি লবা দেই, আমি ৰাতিপুৱা সোনকালে যাব লাগিব। শুই থাকিলে বেলি হ'ব, যাওঁতে বাটত ডিমৌত সোমাব লাগিব, শিৱসাগৰত ৰব লাগিব।" জানজান দাদাই তেতিয়া সুধিলে,—"নাজিৰাৰ বিজয় ডাক্তৰৰ ঘৰত নোসোমাব নেকি ?" তেতিয়াই ক'লে,

'অ' বিজয় ডাক্তৰৰ ঘৰত সোমাব লাগিব।" পুৱা মোক প্ৰথমেই দেখিলে সোধে, "আমাৰ বস্তু এইকেইটা আছিল নে? লাখুটি কেইডাল—কাপোৰ-কিথন?" গোটেই জীৱনটো ঘূৰি ফুৰি শেষত বিছনাত পৰি থাকিও মনটোৱে শদিয়াৰপৰা ধুবুৰীলৈ ফুৰিছিল। চাহ কাপ দিলে ক'ব "সন্দেশ ক'তা?" সেই কাৰণে জিন্তী বাইদেৱে স্কুলৰপৰা ঘূৰি আহোঁতে সদায় ফাঁচীবজাৰৰপৰা ভাল চানাৰ সন্দেশ বা ৰসগোল্লা লৈ আহিছিল। এদিন ভুজিয়া আনিবলৈ তত হেৰুৱাই দিলে। আনি টিং এটাত ভৰাই দিলত সৰু ল'ৰা-ছোৱালীৰদৰে ৰাতিও উঠি উঠি খাই থাকে।

মাঘ-বিহুৰ পিছতে কিতাপ-পত্ৰবোৰ লাগে বুলি কোৱাত আমি উলিয়াই আনি বহুৱাই দিছিলোঁ। কিন্তু তেখেতে সোপাকে লণ্ডভণ্ড কৰি দলিয়াই ফৰ্মু টিয়াই সাং কৰি পেলোৱা দেখি বুবুৱে* চকুৰ আগৰপৰা আঁতৰাই থৰলৈ ক'লে। সৰুসুৰা ফটাছিটা কাগজ এটুকুৰাও সাঁচি থৈ টোকোৰা বাহৰ কুটা কঢ়িওৱা মানুহজনে নিজৰ কিতাপ-পত্ৰকে চিনি নোপোৱা হ'ল। দেখি আমাৰ বৰ দুখ লাগিল। ইফালে "আনি দে মোৰ কিতাপখন" বুলি আমাক হাবাশাস্তি কৰিবলৈ ধৰিলে। মা-ক দেখিলেই কয় "মোৰ কিতাপ'খন পালানে? হয় মোৰ কিতাপ আনি দিয়া, নহয় বেণুধৰ শৰ্মাৰ থ্ৰোট কাট্!" আমি হাঁহি মৰোঁ। দেউতাই কিতাপ বিচাৰি থকা অৱস্থাতে জানুৱাৰীৰ ১৬ তাৰিখে মই এখন ফটো তুলি থৈছিলোঁ। যোৱা ২১ ফেব্ৰুৱাৰীৰ দিনা দেউতাই পুৱা চাহ-জলপান খাই উঠিয়েই ৰিক্সা এখন আনিবলৈ তত্ হেৰুৱাই দিলে। কেনি যাব বুলি সোধাত যজ্ঞেশ্বৰ শৰ্মাৰ ঘৰৰপৰা আহোঁ বুলি ক'লে। ইফালে যজ্ঞেশ্বৰ শৰ্মা ককাৰ ঘৰ হলগৈ নগাঁৱত। আমি বিমোৰ হৈছোঁ। দেউতাই কয় "মই চিনি পাওঁ সেইটোহে ঘৰ।" উপায় নাপাই গাড়ী এখনত ভৰলুমুখৰ তীৰ্থ শৰ্মা ককাৰ ঘৰৰপৰাই ঘূৰাই আনিলোঁগৈ। তেহে ৰক্ষা! ঢুকুৱাৰ এসপ্তাহৰ আগতে দেউতা সোণাৰিলৈ যাবলৈ ওলাইছিল। গাড়ী এখন লাগে সোণাৰিলৈ যাব। বাটত ১১ বজাত নাজিৰাৰ কেছাৰীত কাম আছে। আমি কোনো মতে ফুচুলাই গাড়ী নাই, পেট্ৰল নাই বুলি কোৱাত আমাৰ কথা বিশ্বাস নকৰিলে। জানজান দাদাক ওচৰত বহুৱাই থৈ ৰিক্সা এখনকে আনিবলৈ ক'লে। সি হাঁহি হাঁহি বুজাই দিলে ৩০০ মাইল বাট ৰিক্সাত যাব নোৱাৰি। কথাবোৰ দেউতাই ইমানেই পাহৰি গৈছিল।

* বুবু—শ্ৰীঅজিতকুমাৰ শৰ্মা (লেখকৰ দেউতাক)

পিছৰ সপ্তাহত অৰ্থাৎ ২৩ তাৰিখৰপৰা ২৬ তাৰিখলৈ দেউতাই সুন্দৰকৈ খোজকাঢ়ি ফুৰিছিল। আনকি হাতত লাখুটিডালো নোহোৱাকৈ ফুৰিব পাৰিছিল। কেৱল চাবিকোছাৰ হিচাপ। কিতাপৰ আলমাৰিৰ তলা খুলি দিব লাগে। আমিও নিশ্চিন্ত হৈ গৈছিলোঁ যে জাৰৰ দিন গ'ল যেতিয়া লাহে লাহে দেউতাৰ আৰোগ্য হব। দেউতাই গাটোও ভাল পাই আহিছিল আৰু ২৫ ফেব্ৰুৱাৰীলৈকে আনন্দ মনেৰে কটাইছিল। আগদিনা গধূলি শৈলেন ভট্ট দাদা আহি বহোতে আথৈ খাম বুলি ক'লে। মায়ে আথৈৰ জলপান গোটাই দিলত বিছনাত বহি তেখেতে ফটোগ্ৰাফাৰকো মাতিবলৈ ক'লে। ৰাণাদাদাই মোক মাতি আনিলে। মোক দেখি দেউতাই "এইটো প'জত এখন লব লাগে অ" বুলি ক'লে। মইও, ৰেদি ওৱান, টু, থ্ৰি বুলি কৈ ফটো এখন তুলিলো। কিন্তু ভবা নাছিলোঁ যে সেইখনেই দেউতাৰ শেষ ফটো হব।

ৰাতি ভাত-পানী খাই উঠি আমি আটাইকেউটাই দেউতাৰ বিছনাত বহি কথা পাতি ধেমালি কৰি আছোঁ। ৰাণা দাদাক ক'লে, "তই কাইলৈ নাপাহৰিবি দেই। ৰাতিপুৱা গাড়ী এখন আনিব লাগিব।" ৰাণা দাদাই আনিম বুলি কোৱাত "অ' তই শলগাত ঠিক আছ। পিছে কাইলৈ নপলাবি।" ৰাতুল দাদাই সুধিলে, "মহা, আপুনিনো কোনফালে যাব?" "বেংকলৈ এবাৰ বজাত যাব লাগিব।" জুমন বাইদেৱে সুধিলে, "আপুনিনো বেংকত কি কৰিব?" "পইচা উলিয়াম, পুঠিমাছ কিনিম।" জুমন বাইদেউক দেখি মনত পৰিল দৰবৰ কথালৈ। দেউতাই তাইক ক'লে "অ' তই মোৰ চকুত দৰবটো দি দেচোন। টেবুলৰ ওপৰতে আছে।" তাই দৰবটো দিলত ক'লে, "একদম ঠিক হৈছে।" মায়ে ক'লে বোলে—"মইচোন গধূলি দিছিলোঁৱেই। কিন্তু জুমন বাইদেউ 'ডাক্তৰনীয়ে দিয়াটোহে যেন ঠিক।" তাই ক'লে "এতিয়া আপুনি শুই থাকক। মুঠিব আকৌ।"—"মুঠো, মুঠো"। ইফালে তৎমুহূৰ্ততে উঠিলেই। "বুইছ, তইঁতে মোক কিতাপখন অকণমান দেচোন চাই লওঁ।" ৰাণা দাদাই সুধিলে, "কোনখন কিতাপ?" দেউতাই ক'লে—"মণিৰাম দেৱানখন।" "মণিৰাম দেৱানখন আপুনিচোন ছপা কৰিলেই" মই কলোঁ। "মই বুজিছোঁ, কিতাপখন মই কাটি কুটি শুধৰাই ঠিককৈ নথলে পিছত আকৌ ছপা কৰোতে ভুল থাকি গলে বৰ বেয়া কথা হ'ব। বুইছ— মণিৰাম দেৱানখনেই মোৰ জীৱন, মণিৰাম দেৱানেই মোৰ তেজ।"



নাতিয়েক অজয়ৰ লগত



নাতিয়েক অশোকৰ লগত

আমিও কিছুবেলিৰ মূৰত শুবলৈ গলোঁহক। আইতাই আঠুৰাখন খুচি ঠিকঠাক কৰি থৈ গ'ল। বাপা দাদা আৰু বাতুল দাদা ওচৰত থাকিল বাতিটো। পুৱা চাহ-জলপান দিওঁতে জিন্তী বাইদেউক সুধিলে, "আমাৰ ডাক্তৰণী নাই নেকি অ'।" জিন্তী বাইদেৱে নবালবিকৈ জুমন বাইদেউক মাতি আনিলেগৈ। দেউতা তেতিয়া বাথৰুমলৈ উঠি গৈছিল। তাই চাই থাকিল। অলপ পৰ পিছতে মায়ে দেউতাৰ প্ৰিয় খাদ্য আলু সিজোৱা, বন্ধাকবি সিজোৱাৰে সৈতে ৰুটি কৰি জিন্তী বাইদেউৰ হাতত পঠিয়াই দেউতাৰ বাবে গাখীৰ গৰম কৰিবলৈ লৈছিল। দেউতাই ৰুটিখন আজি ষথ ঠিক হৈছে বুলি আৰু এখন আনিবলৈ জিন্তী বাইদেউক ক'লে। ৰুটি আনিবলৈ তাই গ'ল। কিন্তু ৰুটি দিবলৈ আৰু নেপালে। ডিঙিত কৰি অকণমান লাগি ধৰিলে। আমি আটাইকেউটা উধাতু খাই বিছনাৰ ওচৰ পালোঁহি। মায়ে ধৈৰ্যেৰে চেষ্টা কৰি ডিঙিত লগাখিনি উলিয়াই দিলে। কিন্তু মোৰ হাতৰ ঠাৰিতে মূৰ থৈ মাৰ হাত এখনত মুঠি মাৰি ধৰি দেউতাই শেষ নিঃশ্বাস পেলালে। জুমনবাই নবালবিকৈ ইনজেকশ্বন এটা দিলে। কিন্তু তাই শিৰডাল বিচাৰি নাপাই কান্দি কান্দি যেতিয়া কলিজাত হাত দিলে তেতিয়াহে আমি সকলোৱে বুজিলোঁ যে দেউতাই আমাক ঠগিলে। জুমনবাই গাখীৰ আনি খুৱালে, জিন্তীবাই দেউতাক ইমান মাতিলে, কিন্তু দেউতাই আৰু নামাতিলে।

দেউতা! আমি আপোনাক একো আলপৈচান ধৰিব নোৱাৰিলোঁ। আপুনি সুবিধাকে নিদিলে। কেবল যোৱা তিনি মাহহে আপোনাক আল-ফুলকৈ ৰাখিবলৈ চেষ্টা কৰিছিলোঁ। মায়ে সদায় কৈছিল দেউতা পৱিব, দেউতাই দুখ পাব। ২৭ তাৰিখে তিনি বজাত নৱগ্ৰহ শ্মশানত তুলিৰ ওপৰত নহয় কাঠখৰিৰ চিতাৰ ওপৰত দেউতাক আলফুলকৈ শুৱাই থৈ আহিলোঁ —চিৰকালৰ বাবে। কিন্তু আমাৰ চকুৰ আগত আপুনি সদায় জীয়াই থাকিব।

দেউতা! আপোনাৰ অমৰ আত্মাই যেন তাৰপৰাই আমাক আশীৰ্বাদ দি থাকে।

# ভিনীহিদেউৰ সোঁৱৰণত

শ্ৰীজ্ঞানদা বৰুৱা

স্বৰ্গীয় বেণুধৰ শৰ্মা ভিনীহিদেউ আজি আমাৰ মাজত নাই। কিন্তু মোৰ মনৰ মাজত তেখেতৰ প্ৰতিটো কথা আৰু প্ৰতিটো খোজেই জিলিকি আছে। তেখেতৰ অকৃত্ৰিম স্নেহ, উপদেশ আৰু উৎসাহপূৰ্ণ কথাবোৰ পাহৰিব নোৱাৰো। তেখেত আছিল মোৰ অভিভাবকৰ নিচিনা। তেখেতক লগ পোৱাৰ সৌভাগ্য ঘটিছিল মোৰ ডাঙৰ বাইদেউৰ (ফণীধৰ শৰ্মাৰ পৰিবাৰ) যোগেদি। মোৰ যেতিয়া দহ-এঘাৰ মান বয়স তেতিয়া এদিন ডাঙৰ বাইদেউৰ ঘৰলৈ এজন মানুহ সোমাই অহা দেখি মই নবালবিকৈ ওলাই গ'লোঁ। ওলাই গৈ দেখিলোঁ বগা খদ্দৰৰ চুৰিয়া-পঞ্জাবী আৰু গাত এখন মিহি এড়ি সুতাৰ চাদৰ লৈ মানুহজন সোমাই আহিছে। হাতত কেইখনমান কিতাপ। গহীন-গম্ভীৰ খোজেৰে অহা সেই প্ৰথম দিনটোৰ কথা আজিও মোৰ মনত পৰি থাকে। প্ৰথম দিনাই মোক তেখেতে বহুত অসমীয়া শব্দৰ অৰ্থ সুধিছিল। বিধ বিধ চৰাইৰ নাম আৰু কি চৰাই নিজে বাহ সাজি থাকে আৰু কি চৰাই গছৰ খোৰোঙত থাকে সেইবোৰবো প্ৰশ্ন কৰিছিল। সেইদিনাই তেখেতে মোক প্ৰজ্ঞাসুন্দৰী দেৱীৰ 'ৰন্ধা-বঢ়া' বিষয়ৰ কিতাপখন উপহাৰ দি ভালকৈ ৰন্ধা-বঢ়া শিকিবলৈ উপদেশ দিছিল।

বিয়াৰ পিছত ক'ঁজীৰপৰা তেখেতৰ পুৰণি ঘৰলৈ (চাৰিং) যাওঁতে ঘৰতে খুন্দা চিৰা, ঘৰৰে দৈ, তিল দিয়া পিঠা, টোপা পিঠা, বাৰীৰ জাহাজী কল আদিৰে কাঁহৰ বান-বাটিত আদৰ-আপ্যায়ন কৰা কথাও মনত পৰে। সেইদিনা ভিনীহিদেউৰ হাঁহি-উঠা কথাবোৰ আজিও পাহৰা নাই। তেতিয়া পোণাৰ (শ্ৰীঅজিতকুমাৰ শৰ্মা) তিনি বছৰমান বয়স হ'ব। আমি যেতিয়া যোৰহাটত নিগাজীকৈ ঘৰ ললোঁ তেতিয়া বেণু ভিনীহিক প্ৰায়ে লগ পোৱাৰ সুবিধা হ'ল। আমাৰ ঘৰুৱা উৎসৱবিলাকত তেখেতে প্ৰায়ে যোগ দিছিল। এবাৰ ভাগিনী ছোৱালীজনীৰ বিয়াৰ জোৰোণৰ আগদিনা আমাৰ সম্বন্ধীয় প্ৰায় সকলোবোৰ লগ হৈছিলোঁ। চাৰিঙৰপৰা ভিনীহিদেৱো আহিছিল। বিয়াৰ আগদিনা আমি

গোট খাই তিনীহিদেউ আটাইকেইজনক জুবি নাম গালোঁ। বিয়াৰ দিনা তেখেতলকলক দৈয়ন খুওৱাবো ঠিক কৰা হ'ল। যেণু তিনীহিদেৱে পিছত দৈয়ন কিয় দিয়ে এই বিষয়ে প্ৰশ্ন কৰি দৈয়ন দিয়া প্ৰথাৰ বিষয়ে আমাক ভালদৰে বুজাই কৈছিল। এইদৰেই তেখেতক যেতিয়াই লগ পাইছিলোঁ তেতিয়াই পুৰণি ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, অসমীয়া সমাজ, অসমীয়া সাজপাৰ ইত্যাদি জাতীয় জীৱনৰ লগত সম্পৰ্ক থকা কথাবোৰ শুনি বহুতো নজনা কথা শিকিছিলোঁ।

আৰু এবাৰ তিনীহিদেউক দক্ষিণপাট সত্ৰৰপৰা অহাৰ পিছত লগ পাইছিলোঁ। আমি আটাইবোৰে সেইদিনা তেখতক বেৰি ধৰিলোঁ। তিনীহিদেৱে সত্ৰৰ মাহাত্ম্যৰ বিষয়ে বহুখিনি ক'লে। তাৰ পিছত তেখেতে মোনা এটাৰপৰা ডাঙৰ বাতি এটা উলিয়ালে। প্ৰথমে আমি সেইটো বাতি বুলি ভবাই নাছিলোঁ। ভুল কৰি বা নাজানিয়েই হওক চৰিয়া বুলি কোৱাত ভাগিন জিলিক চুইহে নিকিলালে। কাঁহৰ ইমান ডাঙৰ বাতি যে থাকে আমি সেইদিনাহে দেখিলোঁ। সেইটো যে হাতীখুজিয়া বাতি, তিনীহিদেউৰপৰাহে প্ৰথম বুজিলোঁ। অকল সেয়ে নহয়। তেখেতে আমাক মেলাহি বাতি, বৰ বাতি, কঠালকুহীয়া বাতি, পিয়লা বাতি, খুৰি বাতি কাক কয় তাকো বুজাই ক'লে। বহুবিধ কাঁহীৰ নামো ক'লে। তাৰ পিছত এখন ডাঙৰ ফুল দিয়া গামোছা উলিয়াই আমাক দেখুৱালে। গামোছাখন বৰ দীঘল আৰু বহল। "মোক চাই-চিতিহে গোঁসাই প্ৰভুৱে দিছে, নহয়নে বাৰু" বুলি কৈ খুব হাঁহিলে। তিনীহিদেউৰ কোৱাৰ সুৰটো শুনি আমাৰো হাঁহি উঠিল।

আন এদিনাখন তিনীহিদেৱে আমাৰ মহিলাসকলে কি কি কাম হাতত ল'লে ভাল হয় সেই বিষয়ে বহুতো পৰামৰ্শ দিলে। আমাৰ ছোৱালীবোৰে তাঁতৰ শালৰ কাম নজনা যে বেয়া কথা সেই কথাও ক'লে। তিনীহিদেউ নিজে স্বাৱলম্বী আছিল আৰু আন মানুহো স্বাৱলম্বী হোৱাটো বিচাৰিছিল। মুনিহৰ লগতে তিৰোতায়ো আজৰি পৰত কেনেকৈ নিজৰ কাম কৰি ল'ব পাৰে সেই বিষয়ে কওঁতে আমি আচৰিত হৈছিলোঁ।

তিনীহিদেউহঁত গুৱাহাটীলৈ যোৱাৰ পিছত মই মাজে সময়ে গ'লে তেখেতক দেখা কৰি আহোঁ। মৃত্যুৰ কেইদিনমান আগতে তেখেতক শুই থকা অৱস্থাত পাইছিলোঁ। সেইবাৰ প্ৰথমে মোক তেখেতে চিনি পোৱা নাছিল। নাতিনীয়েক জিন্তীয়ে কাণৰ ওচৰত ডাঙৰ-ডাঙৰকৈ মাতি মোৰ পৰিচয় দিয়াতো বিশেষ কথা

ক'ব নোৱাৰিলে। মোৰ আগতে আছি বহি থকা বহাৰ ল'ৰা এজনক সাহিত্য-সভা আৰু আন কিছুমান কথা খেলিমেলিকৈ সুধিছিল। তিনীহঁতদেৱে কথাবোৰ ভুল কৰা দেখি মই নিঃশব্দে কোঠাটোৰপৰা ওলাই আহিলোঁ। বোৰহাটলৈ আহি ফণীধৰ শৰ্মা তিনীহঁতদেউৰ ঘৰত তেখেতৰ মৃত্যুৰ বাতৰি বেভিয়া পালোঁ তেতিয়া আৰু মই থিৰেৰে ৰব নোৱাৰিলোঁ। নবীয়া পাটীত থকা ফণীধৰ তিনীহঁতদেৱেও বেণু গললৈ বুলি সুধাৰি চকুলো মচিলে। মৃত্যুৰ লগে লগে ইমান দিনৰ ঘনিষ্ঠতাৰ আঁতডাল হেৰাই গ'ল যদিও বেণু তিনীহঁতদেউৰ প্ৰতিটো কথা আৰু প্ৰতিটো খোজেই মোৰ মানসপটত জিলিকি আছে। তেখেতৰ প্ৰতি মোৰ শ্ৰদ্ধাৰ সীমা নাছিল।

# বৰদেউতা বেণুধৰ শৰ্মাৰ স্মৃতিত

শ্ৰীঅন্নপূৰ্ণা দেৱী

বেণুধৰ শৰ্মা মানেই যেন অসমৰ এখন প্ৰসিদ্ধ বুৰঞ্জী! এই নামেৰে অসমীয়াৰ মানত চিৰপৰিচিত মানুহজন, আমাৰ চিৰপূজ্য বৰদেউতা আজি আমাৰ মাজত নাই।

বৰদেউতা বেণুধৰ শৰ্মা হাড়ে-হিমজুৱে এজন অসমীয়া, এই কথা অসমবাসী ৰাইজৰ আগত দোহাৰিবৰ আৰু আৱশ্যক নহয়। যিজন মানুহৰ "শুৰি চাৰিওত, হেন্দালিখন গোটেই অসমতে", সেই মানুহজনৰ বিষয়ে অধিক কোৱাৰ জানো আৱশ্যক আছে! তথাপি এজন প্ৰকৃত অসমীয়া হ'বলৈ যাওঁতে যে বৰদেউতাই অলপো ক'তো ভুল কৰা নাছিল সেই কথা বেণুধৰ শৰ্মাৰ বুৰঞ্জী, সাহিত্য, ৰচনা পঢ়ি বা ব্যক্তিগতভাৱে লগপাই তুষাৰ কথা পাতিয়েই কৈ শেষ কৰিব নোৱাৰি। আমি পৰিয়ালত থাকি তেখেতৰ খোৱা-বোৱাবোৰ দেখি ক'বলৈ বাধ্য হৈছিলোঁ, বৰদেউতাৰ দৰে মানুহ যদি অসমত থাকে অসম সদায়েই জীয়াই থাকিব।

তেখেত আমাৰ বৰদেউতা যদিও আমি একেলগে কোনো দিন থকা নাছিলোঁ। যদিও আমাৰ অতীজৰ ঘৰখন চাৰিওত, চাকৰীৰ দায়ত আমাৰ দেউতা উজনি অসমৰ নাহৰকটীয়াত আছিল।

আমি তেতিয়া তেনেই সৰু। বৰদেউতা মাজে-সময়ে আমাৰ নাহৰকটীয়াৰ ঘৰলৈ যায়। তেতিয়া আমাৰ মাক দেখোঁ একাঠিমানকৈ ওৰণিখন লৈ ৰাতিপুৱাই তেওঁৰ 'ডাঙৰীয়া'ক ৰান্ধি খুৱাবৰ বাবে নানান তৰহৰ বন শাক বোটলাত ব্যস্ত হৈছে। আৰু খনে খনে ৰন্ধা দেখোঁ সেই শাক-পাতবোৰ। আমি আচৰিত হৈ মাক সোধো, "মা, ঘৰলৈ আলহী আহিলে লোকে মাছ-মঙহে খুৱায়, তই দেখোন বৰদেউতাৰ কাৰণে এই সোপাহে ৰান্ধিবলৈ লৈছ!" মায়ে ফুচফুচাই কয় (বৰজনাকৰ আগত মুখো নেদেখুৱায় আৰু কথাও ডাঙৰকৈ নকয়) "হেৰৌ মনে মনে থাক, বৰদেউতাৰে এই শাকপাতবোৰহে

ভাল পায়।" মাৰে ৰবদেউতা থকা কেইদিনত বিধে বিধে সেই শাকপাত-বোৰ, যেনে মাটি দাইলত বিলাহী আৰু ঔটেঙা দি টেঙা, মৰলীয়া শাকৰ খাৰ, মানিমুনিৰ জোল, মাটিকাদুৰী-টেঙেচী শাকৰ জোল, ঢেকীয়া শাকত ঔটেঙা দিয়া টেঙা ইত্যাদি বৰ যত্ন কৰি জুতি লগাই ৰান্ধে; মজিয়াত পীৰা এখনত বহি ৰবদেউতাইও বৰ তৃপ্তিৰে সেইবোৰ ব্যঞ্জনেৰে ভাত খাই আমাক হাঁহি এটা মাৰি কয়—"মাৰে বৰ মজাৰ ৰান্ধে।"

ৰবদেউতাই অসমীয়াৰ খোৱা-বোৱাখিনিক আধুনিকতাৰ পৰশেৰে ভেজাল কৰি পেলোৱা নাছিল। মৃত্যুৰ সময়লৈকে সেয়েহে চাগে আমি কোনোদিনেই ৰবদেউতাক অসুখত পৰি থকা নেদেখিলোঁ। বয়স ৮৫ বছৰ পাৰ হোৱাৰ পিছত বাৰ্ধক্যত পৰিল আৰু গ'লও। অকল কথা-বতৰাত অসমীয়া হৈ, সাহিত্যত অসমীয়া হৈ দহৰ আগত নিজৰ নাম জিলিকাব খোজা ব্যক্তি ৰবদেউতা নাছিল। তেখেতে অসমীয়াৰ নিজ খোৱাখিনিক জীয়াই জীয়াই ৰাখিছিল। তেখেতে অসমীয়া বন শাক খাই কিমান ভাল পাইছিল তাৰ নমুনা পোৱা যায় তেখেতৰ ঘৰৰ দুৱাৰ মুখতে থকা এডৰা সৰু মানিমুনি দেখিলে। এইবিধ শাক, সকলো ধৰণৰ ৰোগতে বৰ উপকাৰী অথচ ৰবকৈ পোৱা নেযায়। সেই কাৰণেই ৰবদেউতাই সেয়া কই লৈছিল। গুৱাহাটীৰ মাজ মজিয়াত থাকিও তেখেতে অসমীয়াৰ আদৰৰ কুঁজী থেকেৰা, কচু-ঢেকীয়া, শিলিখা আমলখিৰ লগত সম্বন্ধ ৰাখিছিল। কেতিয়াবা কাছাৰি বজাৰৰপৰা সৰু সৰু পুঠি-খলিহনা মাছ এগাল, লগতে মিলাবলৈ ঢেকীয়া-ঔটেঙা নিজে কিনি অনা গুৱাহাটীত নিশ্চয় বহুতৰে দৃষ্টিগোচৰ হৈছিল।

ৰবদেউতা আমাৰ ঘৰলৈ গ'লে আমাৰ আনন্দ লগাৰ লগতে ভয়ো লাগিছিল যথেষ্ট। কাৰণ পদে পদে চিন্তা—ক'ত শুদ্ধ ক'ত অশুদ্ধ তাৰতো একো ঠিক নাই। কৈ দিম সুমথিৰা টেঙাটোক 'কমলা' বুলি, লাগিব লেঠা। মাটিকঠালক যদি 'আনাৰস' বুলি কওঁ, তাতো লাগিব লেঠা—। "ক'ৰ বঙাল ওলালিহি ঐ তইঁত?" শিৱসাগৰক 'চিৱচাগৰ' বোলা বহুতৰে অৱস্থা শোচনীয় হয়। "ৰবদেউতা ভাত বাঢ়িছে আহক।" তাতো কিন্তু বিপদ। সোধে—"ভাত বাঢ়িছেহে নে বাঢ়িলে?" অসমীয়া শব্দ শুদ্ধকৈ ক'লেই কেৱল নহ'ব, ভাষা প্ৰয়োগতো যথেষ্ট খুটি-নাটি তেখেতে দেখা পায়। আৰু সেইবোৰ শুধৰাই দিহে তেখেতে সুখ পাইছিল। আমি ছোৱালীবোৰে কপালত কৌটটো

নল'লেও চকু দিছিল, "হেৰৌ তইঁতে কৌট এটা ল'বি খুজিছ?" বোধকৰোঁ হিন্দু ছোৱালীৰ চিন হিচাপে।

ৰবদেউতা ইমান গহীন গম্ভীৰ আছিল, অথচ তেখেত খুহুতীয়া কথাবো ভঁৰাল আছিল। আমি থহতা, নিৰস বুলি ভাবি থকা বুৰঞ্জীকো তেখেতে ৰসাল কৰি উলিয়াইছিল। তেখেতে মেলে-মিটিঙে কোৱা একো একোবাৰ কথাই ৰাইজৰ মাজত হাঁহিৰ খলকনি তুলিছিল।

# বেণুধৰ থাকিব জীয়াই

শ্ৰীনাৰায়ণ বেজবৰুৱা

হাড়ে হিমজুৰে অসমীয়া চৈতন্যৰ কালিকা লগা
পোহৰেৰে অসমত অসমীয়া প্ৰাণ
পুনৰ প্ৰতিষ্ঠা কৰাত যি সকল দৈত্যকায় বিৰাট ব্যক্তিৰ
বৰঙণি বৈ যাব যাউতিযুগীয়া হৈ, চিৰদিনলৈ,
সেই সকলৰ শেহৰ জনেও যেন মাগিলে বিদায়!
তথাপিও কিন্তু আকাশে-বতাহে শুনো:
বেণুধৰ মৰা নাই; নমৰে—;
বেণুধৰ থাকিব জীয়াই।
—ওঠৰ শ ত্ৰিশ শকৰ যোল কাতি, বৃহস্পতিবাৰে
উজনীৰ চাৰিওফালে বিং শুনা গ'ল: জন্মিছে এক শিশু,
কিবা এক বিশেষত্ব লৈ।
বয়সৰ লগে লগে, বিশেষত্ব সেই
পৰিণত হ'ল নিজ দেশৰ মাটিক
ভালপোৱা কিবা এক উদ্‌ভ্ৰান্ত স্বদেশ প্ৰেমত।
সঁচা। বেণুধৰ নাম লৈ, আজীৱন যি বজালে বেণু,
অমৰণ বৰ তাৰ বৈ গ'ল চিৰদিনলৈ
অসমীয়াৰ অসমীয়াত্বৰ মজ্জালৈকে ভেদি,
সৃষ্টি কৰি কিবা এক 'অসমীয়া, অসমীয়া কালিকা'
লগোৱা কৰ্ম প্ৰেৰণাৰ আলোড়ন
বজন জনাই অসমৰ আকাশ-বতাহ
পৰ্বত-ভৈয়াম আৰু নগৰ-চহৰ।
বেণুধৰবৰ লিখনীয়ে দিয়া অসমীয়া ৰূপ
একমাত্ৰ বেণুধৰবেই—তুলনা যাব নাই;
সেয়েহে মৃত্যু হৈয়ো বেণুধৰৰ মৃত্যু হোৱা নাই।

ভীষ্মপ্ৰতিম সেই মহান অসমীয়া ব্যক্তি গৰাকীৰ
নশ্বৰ দেহাৰ মাথো কৰ্মকালহে উকলিল
উনৈশ শ দুই শকৰ চৈধ্য ফাগুন, বৃহস্পতিবাৰে
ৰাতিপুৱা আঠ বাজি পাঁচ মিনিটত। সঁচা,
সমগ্ৰ অসমবাসী মৰ্মাহত হ'ল হেকৰাই অসমীয়া
জাতীয় ঐতিহ্য আৰু থলুৱা সংস্কৃতি-জ্ঞানৰ
মেটমৰা বোজা লৈ গাঁৱে-ভূঞে-নগৰে-চহৰে—
পৰ্বতে-ভৈয়ামে-কন্দৰে—
পৰিব্ৰাজকৰ দৰে পুৰাতত্ত্ব জ্ঞানৰ যত হেৰোৱা সমল
বুটলি বুটলি ভ্ৰমি ফুৰা ঋষিতুল্য এক ব্যক্তি—
ব্যক্তিগত জীৱনত যাৰ আছিল একোটি মাথো চিন্তা:
—অসমীয়াৰ অসমীয়াত্ব কেনেকৈ জীয়াই ৰখা যায়?
একেটি মাথোন যাৰ ধ্যান:
—হে পৰমেশ্বৰ! অসমক অসমীয়াকৈ জীয়াই ৰাখাঁ!
আৰু,—
কৰিছিল যি জনে কৰ্ম একনিষ্ঠতাৰে ৰাতিদিন কৰি
একাকাৰ, মনে মনে জপি:
—সমগ্ৰ সত্বা মোৰ ঢালি দিও অসমক ৰাখিম জীয়াই!
সেইজনেই বেণুধৰ শৰ্মা—আজীৱন অসমীয়া
ভাষা-সাহিত্যৰ সেৱক, কৰ্মী আৰু পুৰোহিত।
সঁচা—
অসমীয়া ঐতিহ্য বুৰঞ্জীৰ আজীৱন অনুসন্ধিৎসু—
ওজা সাহিত্যিক বেণুধৰে মাগিলে বিদায়।
সঁচা, সঁচা,—
বিদায় মাগিলে তেওঁ থাকিবলৈ সদায় জীয়াই।
—বেণুধৰৰ মৃত্যু নাই—মৃত্যু নাই।

(৭ মাৰ্চ ১৯৮১)

# দেৱান দেউতা ! আকৌ আহিবা

শ্ৰীঘন শইকীয়া

মোৰ চকুৰ আগৰপৰা এতিয়াহে মণিৰাম দেৱান আঁতৰ হ'ল। মৃত্যুৰ আগ-মুহূৰ্ত্তত শৰাইঘটীয়া ডেকাই গুলিৰ সমুখত বুকু পাতি জীৱন আহুতি দিয়া দেখি ককাদেউতাই শোক নকৰে, আজন্ম যোদ্ধা হাঁহি হাঁহিয়েই যাবগৈ—গ'লগৈয়ে। বুদ্ধিবৃত্তিৰ বেশ্যালি কৰা দেশ বেচা নেতাগিৰিৰ দালালী দেখি কিমান দিন নীৰৱে থাকিবা ? মোৰ মাত্ৰ এয়েই সুখ তোমাক দেখুৱালে, তুমি ভৱামতে আমাৰ অনুজইঁতেই তোমাক দেখুৱালে, উপৰিপুৰুষৰ আকাশলঙ্ঘী স্বদেশপ্ৰীতিৰ সেৱাৰ চিনাকি-চানেকি আৰু মোহান্ধ নেতাৰ দেশ বেচাৰ জালথটৰ পেটাৰীভৰা ব্যোজাৰ দ'ম বোৰো তুমি খুচৰি ফুৰা ধোঁৱাচাঙৰ বিৰল মুকুতা সোণালী বুৰঞ্জী নহয়।

তুমি যোৱাটোৱেই শেষ নহয়—তুমি আকৌ আহিবা। আমি আকৌ বাৰ-চহৰীয়া বৰ ভাওনা পাতিম, আমি দেখা দেৱান দেউতা তুমি আকৌ আহিবা, থাৰ-ঘৰত জুই দিবলৈ বৰলুইত দিখৌ দিচাং জীয়াভৰলীৰ বুকুত আমি উজাগৰে বৈ থাকিম দেৱান দেউতা !

বেণুধৰ শৰ্মাৰ প্ৰয়াণত—২৬৷৩৷৮১

## "আমাৰ বেণুধৰ"ৰ লেখক-লেখিকাসকল

শ্ৰীমান প্ৰফুল্ল গোস্বামী—ৰাজনীতিৰ ক্ষেত্ৰত শ্ৰীমান গোস্বামী বহুদিন ধৰি পৰিচিত। সাহিত্য-ক্ষেত্ৰতো তেখেতৰ অৱদান বিশেষ উল্লেখযোগ্য।

শ্ৰীতীৰ্থনাথ শৰ্মা—অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি। অসমৰ এজন মৌলিক আৰু চিন্তাশীল লেখক। ভাষাৰ ওজস্বিতা, সূক্ষ্ম পৰ্যবেক্ষণ শক্তি তেওঁৰ লেখনীৰ অন্যতম বৈশিষ্ট্য।

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা—যশস্বী কবি-নাট্যকাৰ আৰু শিশু-সাহিত্যিক। ১৯৫৯ চনত অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰা শ্ৰীহাজৰিকাই সাহিত্য অকাদেমীৰ বঁটা লাভ কৰাৰ উপৰিও সাহিত্য সভাৰ সৰ্বোচ্চ সন্মান "সাহিত্যাচাৰ্য" উপাধি ১৯৮২ চনত অৰ্জন কৰে।

শ্ৰীপ্ৰসন্নলাল চৌধুৰী—বিদ্ৰোহী কবি, নাট্যকাৰ, শিশু-সাহিত্যিক, অভিনেতা আৰু শিক্ষাবিদ। ১৯৭৮ চনত গোলাঘাটত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিবেশনৰ সভাপতি আছিল।

শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস—সাহিত্য-প্ৰাণ শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসে গোটেই জীৱন-জুৰি অসমীয়া ভাষা-সাহিত্যৰ সেৱাত আত্মনিয়োগ কৰি আহিছে। বয়সে তেওঁৰ মনৰ গতিক এতিয়াও হাৰ মনাব পৰা নাই।

শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা—ধ্বনি-কবি। বৰুৱাদেৱৰ "গড়গাঁও" কবিতাৰ আবৃত্তি এতিয়াও অসমৰ চুকে-কোণে শুনা যায়। বৰুৱাদেৱে ১৯৬৬ চনত অসম সাহিত্য সভাৰ সভাপতিৰ আসন শুৱনি কৰিছিল।

শ্ৰীকমলেশ্বৰ চলিহা—আৱাহন যুগৰ বিশিষ্ট কবি-সাহিত্যিক। তেখেতে অসমীয়া কবিতাত স্বৰবৃত্ত ছন্দৰ সফল প্ৰয়োগ কৰে। ঔপন্যাসিক, গল্পকাৰ আৰু জীৱনীকাৰ হিচাপেও চলিহাৰ পৰিচয় আছে।

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা—নগাঁও কলেজৰ প্ৰাক্তন অধ্যক্ষ। এজন খ্যাতনামা শিক্ষাবিদ্ আৰু সু-সাহিত্যিক।

শ্ৰীলক্ষ্যধৰ চৌধুৰী—অসমীয়া জীৱনী-সাহিত্যক নতুন ৰূপ দিওঁতা। অসমৰ সমাজবাদী আন্দোলনৰ লগত দীৰ্ঘদিন ধৰি জড়িত। শিল্পী আৰু অভিনেতা হিচাপেও তেওঁৰ এখন বিশিষ্ট স্থান আছে।

শ্ৰীমতী পুষ্পলতা দাস—ৰাজ্যসভাৰ ভূতপূৰ্ব সদস্যা। এগৰাকী ভাল লেখিকা। শ্ৰীমতী দাস ভূ-দান আৰু সৰ্বোদয় আন্দোলনৰ লগতো জড়িত।

ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য—জ্ঞান-পীঠ বঁটা বিজয়ী একমাত্ৰ অসমীয়া সাহিত্যিক। শ্ৰীভট্টাচাৰ্যই অসমীয়া সাহিত্যত "ৰামধেনু যুগ" আৰু পিছত "নৱযুগ"ৰ নতুন ধাৰা প্ৰবৰ্তন কৰে। সাহিত্য অকাদেমীৰো বঁটা লাভ কৰা সাম্প্ৰতিক অসমীয়া সাহিত্যৰ এজন বিশিষ্ট সমাজ-সচেতন সাহিত্যিক।

শ্ৰীতিলক হাজৰিকা—"অসম-বাণী" কাকতৰ সম্পাদক। শ্ৰীহাজৰিকাৰ আকৰ্ষণীয় ৰম্য ৰচনাই সকলোৰে মন মুহি থৈছে।

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা—চৰকাৰী চাকৰিত থাকিও এওঁ অসমীয়া সাহিত্যক বিবিধ সম্ভাৰেৰে চহকী কৰিছে। অসম সাহিত্য সভাৰ গুৱালকুছি অধিবেশনৰ (১৯৭৯) সভাপতি আছিল।

ড° লক্ষ্মীনন্দন বৰা—অসমৰ গাঁৱৰ নিখুঁত চিত্ৰ যি কেইগৰাকী লেখকে আকৰ্ষণীয় ভংগীৰে ৰূপায়িত কৰাত সফল হৈছে সেই কেইগৰাকীৰ ভিতৰত ড° বৰা অন্যতম।

শ্ৰীৰজনীকান্ত দেৱশৰ্মা—কটন কলেজৰ প্ৰাক্তন অধ্যাপক। এজন আদৰ্শ শিক্ষাবিদ্ আৰু সু-সাহিত্যিক।

শ্ৰীযুগল দাস—যশস্বী শিল্পী। অসমৰ সাংস্কৃতিক জগতত শ্ৰীদাসে এক বিশিষ্ট স্থান অধিকাৰ কৰিছে।

ড° মহেন্দ্ৰ বৰা—ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ লক্ষ্মীনাথ বেজবৰুৱা অধ্যাপক। এজন বিশিষ্ট কবি, প্ৰবন্ধকাৰ, শিশু-সাহিত্যিক আৰু সমালোচক।

ড° লীলা গগৈ—অসমৰ বুৰঞ্জী চৰ্চাত বিশেষ বৰঙণি যোগোৱা ড° গগৈৰ শিশু-সাহিত্য আৰু লঘু ৰচনা লেখক হিচাপেও বিশেষ খ্যাতি আছে।

শ্রীযতীন্দ্রনাথ গোস্বামী—অসম সাহিত্য সভাৰ প্রাক্তন সভাপতি শ্রীগোস্বামী যাইকৈ প্রবন্ধকাৰ।

ড° নগেন শইকীয়া—অসম সাহিত্য সভাৰ সুযোগ্য সম্পাদক। ড° শইকীয়া এজন প্রতিষ্ঠিত গল্পকাৰ আৰু প্রবন্ধ-লেখক।

শ্রীতৰুণচন্দ্র পামেগাম—কবি, গল্পকাৰ, ঔপন্যাসিক, অভিনেতা আৰু শিক্ষাবিদ্। অসমীয়া সাহিত্য জগতত সুপৰিচিত।

কুমুদচন্দ্র বৰুৱা—সাহিত্যিক পেন্সনাৰ বৰুৱাই কেবাখনো ধেমেলীয়া নাটক লেখি অসমীয়া নাট্য-সাহিত্যক চহকী কৰি থৈ গৈছে।

আব্দুছ ছাত্তাৰ—কৃষ্ণকান্ত সন্দিকৈ, বাহাদুৰ গাঁওবুঢ়া আদি কেবাখনো মূল্যবান গ্রন্থৰ ৰচয়িতা। অসম সাহিত্য সভাৰ প্রাক্তন প্রধান সম্পাদক।

শ্রীপদ্ম বৰকটকী—'মনৰ দাপোনত, 'খবৰ বিচাৰি নেপাই খেদ নকৰি ('কোনো খেদ নাই'), জিৰণি নোলোৱাকৈ কলম চলাই অসমীয়া সাহিত্যত অতি সোনকালে জনপ্রিয় হৈ পৰা লেখক।

শ্রীসুন্দৰ বৰদলৈ—সঙ্গীত আৰু সাহিত্য উভয়তে স্বীকৃতি লাভ কৰা লেখক আৰু সঙ্গীতজ্ঞ।

শ্রীঘন শইকীয়া—জামুগুৰিহাট, কবি আৰু সমাজকর্মী।

শ্রীহেম বুঢ়াগোঁহাঞি—অসমৰ লোক-সংস্কৃতি সম্পর্কে বিশদ চিন্তা-চর্চা কৰা শ্রীবুঢ়াগোঁহাঞিৰ প্রবন্ধ 'অসম-বাণী' আদি কাকতত প্রায়ে প্রকাশ পায়। জয়মতী কুঁৱৰীৰ বিষয়ে তেওঁ অলপতে এখন গ্রন্থ সম্পাদন কৰি উলিয়াছে।

শ্রীৰাম গোস্বামী—অসম ৰাজ্যিক কেন্দ্রীয় পুথিভঁৰালৰ ভূতপূর্ব গ্রন্থাগাৰিক। তেওঁ কেবাখনো অ-গতানুগতিক গ্রন্থ লেখি অসমীয়া সাহিত্য ভঁৰাল চহকী কৰিছে।

শ্রীডিম্বেশ্বৰ চলিহা—ডিব্রুগড় কানৈ কলেজত বিজ্ঞান বিভাগৰ অধ্যাপক। এজন কৃতী শিশু-সাহিত্যিক।

শ্ৰীউমাকান্ত শৰ্মা—নলবাৰী কলেজৰ প্ৰাক্তন অধ্যক্ষ। সমাজবাদী আন্দোলনৰ লগত জড়িত এজন বিশিষ্ট লেখক।

শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা—অধ্যাপক ভূঞা এজন নিপুণ প্ৰবন্ধ লেখক। তেওঁ 'আকাশী গংগা' নামৰ আলোচনীখনৰ আৰু 'অসম সাহিত্য সভা পত্ৰিকা'ৰ দুবছৰ ধৰি সম্পাদক আছিল।

শ্ৰীচিদানন্দ শইকীয়া—শিক্ষাবিদ্ আৰু সাহিত্যসেৱী। এজন নীৰৱ সমাজকৰ্মী।

শ্ৰীসুনীলকুমাৰ বৰঠাকুৰ—ডিব্ৰুগড় কানৈ কলেজৰ অধ্যাপক। 'সঞ্চয়' নামৰ অসমীয়া ডাইজেষ্ট পত্ৰিকাৰ অন্যতম উদ্যোক্তা আৰু প্ৰকাশক।

ড° হেমন্তকুমাৰ শৰ্মা—অসমীয়া সাহিত্যৰ বিভিন্ন দিশত চিন্তা চৰ্চা-কৰা ড° শৰ্মা অসম সাহিত্য সভাৰ লগত জড়িত। প্ৰধান সম্পাদকৰ উপৰিও তেওঁ পত্ৰিকা সম্পাদকো আছিল।

শ্ৰীবুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰ—সমাজকৰ্মী শ্ৰীৰাজখনিকৰে সাহিত্য সভাকে ধৰি কেবাটাও অনুষ্ঠানৰ সংগঠনৰ কামতে আত্মনিয়োগ কৰি আছিছে।

নন্দ তালুকদাৰ—অসমীয়া সাহিত্যত সুপৰিচিত প্ৰয়াত নন্দ তালুকদাৰে সাহিত্য সেৱাক জীৱনৰ সাধনা হিচাপে লৈছিল। জীৱনীকে ধৰি অসমীয়া সাহিত্যৰ কেবাটাও দিশ সমৃদ্ধ কৰা তালুকদাৰৰ অকাল-মৃত্যুত আমাৰ ভাষা-সাহিত্যৰ অপূৰণীয় ক্ষতি হ'ল।

শ্ৰীনলিনীধৰ ভট্টাচাৰ্য—জয়ন্তী যুগৰ খ্যাতনামা কবি। তেওঁৰ ভালেমান চিন্তাশীল প্ৰবন্ধ বিভিন্ন কাকতত প্ৰকাশ পাইছে। তেওঁ কেবাখনো মূল্যবান গ্ৰন্থ অনুবাদ কৰিছে।

শ্ৰীযাদৱচন্দ্ৰ দাস—হাউলীৰ প্ৰখ্যাত পুথি-প্ৰকাশক শ্ৰীদাসে অসমীয়া ভাষা-সাহিত্যৰ সেৱাত ব্ৰতী হৈ আছিছে।

শ্ৰীপৱনাথ শৰ্মা—শিক্ষাবিদ্, সাহিত্যিক আৰু সাংবাদিক। ভালেমান সামাজিক অনুষ্ঠানৰ লগতো জড়িত।

শ্ৰীমহেশ্বৰ চুতীয়া—সাংবাদিক। এজন নীৰৱ সাহিত্যিকো। তেওঁ কেবাখনো অসমীয়া কাকতৰ সম্পাদনা বিভাগৰ লগত জড়িত আছিল।

শ্ৰীমতী সাবিত্ৰী বৰগোঁহাই—কলিয়াবৰৰ শ্ৰীমতী সাবিত্ৰী বৰগোঁহাই এগৰাকী আদৰ্শ মাতৃ আৰু সমাজ-সেৱিকা।

শ্ৰীউমা খনিকৰ—চাৰিঙীয়া ডেকা শ্ৰীখনিকৰ স্বাধীন মনৰ এজন চৰকাৰী চাকৰিয়াল।

শ্ৰীলক্ষ্মীচন্দ্ৰ গোস্বামী—চাহ-বাগিছাত কাম কৰি অসমীয়া সাহিত্যলৈ অবিহনা যোগোৱাসকলৰ ভিতৰত শ্ৰীগোস্বামী অন্যতম।

শ্ৰীবিনোদকুমাৰ খনিকৰ—চাৰিঙৰ সন্তান। বৰ্তমান ডুলিয়াজানত কাম কৰি বিভিন্ন প্ৰকাৰে সাহিত্য সেৱাত লাগি আছে।

শ্ৰীকৰুণাময় হৰিপদ গোস্বামী—এজন বিশিষ্ট সমাজ সেৱক আৰু সাহিত্য প্ৰেমী।

শ্ৰীৰজনীদত্ত পাটগিৰি—গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলত বহু বছৰ ধৰি কাম কৰা আৰু এতিয়া 'প্ৰকাশিকা'ত সকলোৰে পৰিচিত কিতাপ বিক্ৰেতা।

শ্ৰীলিখেশ্বৰ বৰকাকতী—চাৰিং হাইস্কুলৰ শিক্ষক আৰু সাহিত্য-সমাজৰ সেৱক।

শ্ৰীমতী নিৰুপমা ফুকন—অসমীয়া সাহিত্যলৈ যি কেইগৰাকী মহিলা লেখিকাই উল্লেখযোগ্য সেৱা আগবঢ়াই আহিছে তাৰে ভিতৰত শ্ৰীমতী ফুকনো এগৰাকী। তেখেতৰ কেবাখনো গ্ৰন্থ ইতিমধ্যে প্ৰকাশ পাইছে।

শ্ৰীঅজয়কুমাৰ শৰ্মা—বৰ্তমানে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ।

শ্ৰীমতী অন্নপূৰ্ণা দেৱী—বেণুধৰ শৰ্মাৰ ভতিজা-জী। বৰ্তমান তিনিচুকীয়াত থাকে।

শ্ৰীমতী জ্ঞানদা বৰুৱা—যোৰহাটৰ এগৰাকী আগৰণুৱা মহিলা।

শ্ৰীভৃগুমোহন গোস্বামী—উত্তৰ গুৱাহাটী কলেজৰ অধ্যাপক। শ্ৰীগোস্বামীৰ এওঁৰ বিভিন্ন প্ৰবন্ধ "দৈনিক অসম" আদিত প্ৰায়ে প্ৰকাশ পাই আছে।